# সৈনিক শিল্পী বিষ্ণু ৰাভা ঃ
# কৃতি আৰু কৃতিত্ব



# সৈনিক শিল্পী বিষ্ণু ৰাভা ঃ
# কৃতি আৰু কৃতিত্ব

সংকলক ঃ
**দিলীপ কুমাৰ শৰ্মা**
**ড° সিদ্ধিনাথ শৰ্মা**
**কল্যাণ কলিতা**
বিষ্ণুপ্ৰসাদ ৰাভা জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি
গোৱালপাৰা জিলা




**জ্যোতি প্ৰকাশন**
**পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১**

**SAINIK SILPI BISHNU RABHA : KRITI ARU KRITITTA–** A collection of Articles on Bishnu Prasad Rabha, collected by Dilip Kr. Sarma, Dr. Siddhinath Sarma, Kalyan Kalita, Goalpara and published by Sri Nagen Sarmah on behalf of **M/S. Jyoti Prakashan**, Panbazar, Guwahati-781 001,
First published on 31st. January 2009 **Price :** Rs. 75.00 only.

**সৈনিক শিল্পী বিষ্ণু ৰাভা - কৃতি আৰু কৃতিত্ব**

সংকলক ঃ
দিলীপ কুমাৰ শৰ্মা
ড° সিদ্ধিনাথ শৰ্মা
কল্যাণ কলিতা
বিষ্ণুপ্ৰসাদ ৰাভা জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি
গোৱালপাৰা জিলা

প্ৰকাশক ঃ
জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১০০১

বিষ্ণুপ্ৰসাদ ৰাভা জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি

**প্ৰথম প্ৰকাশ** ঃ জানুৱাৰী, ২০০৯

**বেটুপাতৰ পৰিকল্পনা** ঃ দিলীপ কুমাৰ শৰ্মা
**বেটুপাত অংকন** ঃ মনজিৎ ৰাজখোৱা

অক্ষৰ বিন্যাস ঃ
ময়ূৰ ডেস্কটপ
ডেনিছ ৰোড, পাণবজাৰ
গুৱাহাটী-৭৮১ ০০১

**ছপাশাল ঃ**
**ত্ৰিনয়ন গ্ৰাফিক অফছেট**
**উদ্যোগ পাম, বামুণীমৈদাম, গুৱাহাটী- ৭৮১ ০২১**

**মূল্য ঃ ৭৫.০০ টকা**

## গ্ৰন্থ প্ৰকাশন সমিতি

**সভাপতি**

ৰুকমল হাজৰিকা

**সংকলক ঃ**

দিলীপ কুমাৰ শৰ্মা, ড° সিদ্ধিনাথ শৰ্মা

কল্যাণ কলিতা

**সদস্য**

ৰমাকান্ত বৰুৱা

গিৰীন্দ্ৰ নাৰায়ণ দাস

আবেদুৰ ৰহমান শইকীয়া

বিষ্ণুপ্ৰসাদ ৰাভা জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি, গোৱালপাৰা জিলা

# উৎসর্গ

বিষ্ণুপ্রসাদ ৰাভাৰ আদৰ্শ ,
জীৱন আৰু কৃতি,
তেওঁৰ সৃষ্টি,
সমাজ আৰু সংস্কৃতিক
সন্মান জনোৱা
বা
জনাবলৈ প্ৰয়াস কৰা
বা
তেওঁক জীয়াই ৰাখিবলৈ
আগবাঢ়ি অহাসকলৰ হাতত—

কৃতজ্ঞতা

সংকলনখনৰ আটাইকেইগৰাকী শ্ৰদ্ধাৰ লেখক,
অধ্যাপক ভবানীপ্ৰসাদ অধিকাৰী,
নগেন শৰ্মা, জ্যোতি প্ৰকাশন, গুৱাহাটী,
অতনু ভট্টাচাৰ্য, পুলক দাস,
মঞ্জুমিতা দেৱী আৰু প্ৰমোদ ভূঞালৈ

# সূচীপত্ৰ

# সংকলকৰ কথা

মহান বিপ্লৱী শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱন আৰু কৃতী স্থায়ী ৰূপ দিয়াৰ লক্ষ্যৰে সংগ্ৰামী শিল্পীগৰাকীৰ জন্ম শতবৰ্ষৰ বৰ্ষজোৰা কাৰ্যসূচীৰ ভিতৰত ঝাঞ্জাবিজয়ীগৰাকীৰ জীৱন ভিত্তিক এখন গৱেষণাধৰ্মী গ্ৰন্থ প্ৰণয়ন আছিল আমাৰ অন্যতম প্ৰধান আঁচনি। দৰাচলতে বিষ্ণুপ্ৰসাদ ৰাভাৰ সমগ্ৰ জীৱন আৰু কৰ্মই গৱেষণাৰ বিষয়। ইতিমধ্যে তেওঁৰ জীৱনভিত্তিক বহু ৰচনা প্ৰকাশ হৈছে। আমি কেইটিমান বিশেষ দিশলৈ গুৰুত্ব দি ইতিমধ্যে ছপা আখৰত প্ৰকাশ নোহোৱা অথচ জানিবলগীয়া কথা কিছুমান প্ৰকাশ কৰাৰ উদ্দেশে বিষয় কেইটিমান নিৰ্ধাৰণ কৰি সেই বিষয়সমূহ বিশেষ চিন্তাবিদ-লেখকৰ হতুৱাই লিখাবলৈ ঠিক কৰিছিলোঁ। সেই মৰ্মে আমাৰ বাছনি অনুসৰি অসমৰ কেবাগৰাকী বিশিষ্ট চিন্তাবিদ-লেখক আৰু বিষ্ণু ৰাভাৰ সতীৰ্থৰ কাষ চাপিছিলো। আমাৰ লক্ষ্য আৰু উদ্দেশ্যৰ প্ৰতি সঁহাৰি জনাই নিৰ্ধাৰিত বিষয় কেইটাৰ কেবাগৰাকী লেখকে গৱেষণাধৰ্মী লেখা আমালৈ আগবঢ়ালে আৰু কেবাগৰাকীয়ে নিজা চিন্তাধাৰাৰে প্ৰয়োজনীয় প্ৰবন্ধ লিখি আমাক ছপাবলৈ অনুমতি দিলে।

শ্ৰীযুত অনিল ৰায় চৌধুৰীয়ে 'গৰীয়সী', ড° ভূপেন হাজৰিকাই 'বিষ্ণু ককাইদেউ', ড° দিলীপ কুমাৰ দত্তই 'বসুন্ধৰা'ৰ সৌজন্যত আমাৰ অনুৰোধ ৰক্ষা কৰি লেখা পঠাইছে। আমাৰ মহান উদ্দেশ্য ফলৱতী কৰিবলৈ লেখা অৰ্পণ কৰা সংকলনখনিৰ আটাই কেইগৰাকী শ্ৰদ্ধাৰ লেখকৰ ওচৰত আমি চিৰঋণী। স্বনামধন্য আটাইকেইগৰাকী লেখকে ইমান ব্যস্ততাৰ মাজতো আমাৰ অনুৰোধ ৰক্ষা কৰি মহানুভৱতাৰ পৰিচয় দাঙি আমাক কৃতাৰ্থ কৰিছে। ড° হীৰেন গোহাঁই ছাৰে বেছি মানসিক পৰিশ্ৰম কৰিব পৰা অৱস্থাই নাই বুলি অকমান আপত্তি কৰি অলপ সুস্থ হোৱাত নিজে বিষয়টো বাছি লৈ লিখি দিছে।

পাণ্ডুলিপিখন প্ৰস্তুত কৰি আমি নিৰ্বাচন কৰি থোৱা অসমৰ অতি জনপ্ৰিয় আৰু মৌলিক গ্ৰন্থৰ প্ৰকাশন 'জ্যোতি প্ৰকাশন'ৰ ওচৰ চপাত বিশিষ্ট প্ৰকাশক নগেন শৰ্মাই গ্ৰন্থখন প্ৰকাশৰ দায়িত্ব লোৱা বাবে আমি কৃতজ্ঞতা প্ৰকাশ কৰিলো। গোৱালপাৰা জিলা বিষ্ণুপ্ৰসাদ ৰাভা জন্ম শতবৰ্ষ উদ্‌যাপন সমিতিৰ তৰফৰপৰা আমি আশা কৰিছোঁ, গ্ৰন্থখনে পঢ়ুৱৈৰ সমাদৰ লাভ কৰিব আৰু বিষ্ণুপ্ৰসাদ ৰাভাক জানিবলৈ কিঞ্চিৎ সহায়ক হ'ব। তেতিয়াহে আমাৰ চিন্তাৰ সাৰ্থক হ'ব আৰু যি উদ্দেশ্যত সংকলনখন প্ৰস্তুত কৰা হ'ল সেয়া যথাৰ্থ হ'ব।

বিষ্ণু প্ৰসাদ ৰাভা অমৰ হওক।

দিলীপ কুমাৰ শৰ্মা
ড° সিদ্ধিনাথ শৰ্মা
কল্যাণ কলিতা

১২/১/২০০৯

# ভূমিকা

নিজৰ জীৱনক জনতাৰ সৈতে বিলীন কৰি জনতাৰ মনৰ সৈতে একাত্মীয়তা গঢ়ি তোলা সঁচা অৰ্থৰ শিল্পী-সাহিত্যিক, ৰাজনীতিকজনেই কালজয়ী ব্যক্তিত্বৰ গৰাকী বিষ্ণু প্ৰসাদ ৰাভা। নিজ আত্মা সত্তাক গাঁৱৰ বোকামাটিত মিহলাই মানুহৰ মনৰ কথা, বুকুৰ কথা বুজিবলৈ তেখেতে গ্ৰাম্যমুখী হৈছিল। সঁচা প্ৰেম, সঁচা শ্ৰম আৰু সঁচা কলিজাৰ সম্ভেদ বিচাৰি পাইছিল গাঁৱত। তেখেতৰ দৰে অগাধ সম্পত্তিৰ গৰাকী এজনে হালোৱা, হজুৱা, সৰ্বহাৰাৰ বুকুৰ আমঠু হ'বলৈ আগবাঢ়ি আহি নিজে এগৰাকী অতি সাধাৰণ মানুহত পৰিণত হোৱা আদৰ্শই প্ৰকৃত ব্যক্তিগৰাকীক উদঙাই দিছিল। সমগ্ৰ অসম তথা ভাৰতৰ বিভিন্ন প্ৰান্তত পৰ্বত-ভৈয়াম একাকাৰ কৰি খোজকাঢ়ি ঘূৰি কৃষ্টি সাংস্কৃতিক সমন্বয় তথা সম্প্ৰীতিৰ বিশাল ব্ৰহ্মপুত্ৰৰ চিৰ প্ৰবাহিত গতিত নিজকে বিলাই দি মানুহৰ প্ৰেম আৰু মানৱীয়তাৰ সৰগ ৰচনা কৰা বিষ্ণু ৰাভাৰ প্ৰকৃত মূল্যায়ন নহ'ল। বিষ্ণু ৰাভাই যিখন শোষণমুক্ত সমাজ বিচাৰিছিল, যিখন দুৰ্নীতি-ভ্ৰষ্টাচাৰমুক্ত দেশ বিচাৰিছিল, য'ত জাত-পাতৰ ভেদা-ভেদ নাইকিয়া কৰিব বিচাৰিছিল, তেওঁৰ অবৰ্তমানত এইবোৰ ভৱা হোৱা নাই। বিষ্ণু ৰাভাই 'ধনৰাজ' গুচাই 'গণৰাজ' প্ৰতিষ্ঠা কৰি দৰিদ্ৰ জনসাধাৰণৰ অৰ্থনৈতিক স্বাধীনতা কামনা কৰিছিল। অৰ্থনৈতিক স্বাধীনতাৰ অবিহনে কেৱল ৰাজনৈতিক স্বাধীনতাই সৰ্বহাৰাক শোষণ-নিষ্পেষণৰপৰা মুক্ত কৰিব নোৱাৰে। এনেবোৰ ধাৰণা, এনেবোৰ আদৰ্শৰ মূল্য দিয়া হোৱা নাই।

শঙ্কৰদেৱে অসমত পাৰি যোৱা সংস্কৃতিৰ বৰপীৰাখনত জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদ সাম্ৰাজ্যবাদবিৰোধী ৰাজনৈতিক আৰু জন গণতান্ত্ৰিক, সাংস্কৃতিক সংগ্ৰামৰ অবিসম্বাদী প্ৰতিভাৰে বহা দুই মনীষী। তুলনাবিহীন ব্যক্তিত্বৰ গৰাকী বিষ্ণুপ্ৰসাদ ৰাভাৰ জন গণতান্ত্ৰিক সংস্কৃতিৰ ৰসাল আদৰ্শৰ সৈতে তেখেতৰ গ্ৰাম্যমুখী ধ্যান-ধাৰণা আৰু দৰ্শনৰ সম্পৰ্ক মন কৰিবলগীয়া। তেখেতৰ গ্ৰাম্যমুখী দৰ্শন আৰু ধ্যান-ধাৰণা তেখেতৰ জীৱন-জিজ্ঞাসাৰ এক অবিসম্বাদী আৰু অনুকৰণীয় আদৰ্শৰ দিশ। ৰাভাদেৱৰ আদৰ্শত ক্ষুদ্ৰ জাতিসত্তাসমূহৰ স্বকীয় ঐতিহ্যবিশিষ্ট, বৃহৎ জাতিসত্তাত সমমৰ্যাদাৰে একীভূত হৈ স্বকীয় ঐতিহ্য তথা সংস্কৃতি-কৃষ্টিয়ে যেতিয়া প্ৰাণ পাব, তেতিয়া জাতীয় সংস্কৃতি হৈ উঠিব জন গণতান্ত্ৰিক।

'সৈনিকশিল্পী বিষ্ণু ৰাভা ঃ কৃতি আৰু কৃতিত্ব' শীৰ্ষক বিষ্ণু ৰাভাৰ জীৱন সম্পৰ্কীয় গ্ৰন্থখন কেইগৰাকীমান বিশিষ্ট লেখকৰ ভিন্ন দৃষ্টিভংগীৰে ৰচনা কৰা গৱেষণাধৰ্মী প্ৰবন্ধৰ একত্ৰিত সংকলন।

ড° হীৰেন গোহাঁইয়ে তেখেতেৰ 'সমালোচক বিষ্ণু ৰাভা' শীৰ্ষক লেখাত বিষ্ণু ৰাভাৰ শঙ্কৰদৰ্শন, জ্যোতিপ্ৰসাদৰ সাংস্কৃতিক ধ্যান-ধাৰণাৰ এক তাত্বিক বিশ্লেষণ আগবঢ়াইছে। ইয়াৰোপৰি ৰবীন্দ্ৰ নাথৰ সমাজ আৰু সাহিত্য-সংস্কৃতিৰ বিষয়ত বিষ্ণু ৰাভাৰ অন্তৰ্দৃষ্টিৰ আলোকপাত কৰিছে। সমালোচক বিষ্ণু ৰাভাৰ স্বভাৱগত উষ্ণ হৃদয়বৃত্তি আৰু কল্পনা আৰু আনপিনে পৰৱৰ্তীকালত সামাজিক উৎপাদন আৰু ৰূপান্তৰৰ ধাৰণা তাৎপৰ্যপূৰ্ণ সমন্বয় ঘটোৱাৰ কথা উল্লেখ কৰিছে।

ড° ভূপেন হাজৰিকাই 'জাতীয় জীৱনৰ প্ৰতীক ঃ বিষ্ণু ৰাভা' প্ৰবন্ধত বিষ্ণু ৰাভাৰ জীৱন আৰু কৃতি অতি উচ্চ ধাৰণাৰে মূল্যায়ন কৰি বিষ্ণু ৰাভাক উদাৰ সাংস্কৃতিক দৰ্শনৰ এটি প্ৰতীক ৰূপে দাঙি ধৰিছে। প্ৰতীকৰূপী বিষ্ণু ৰাভাক জাতীয়জীৱনত সৃষ্টিৰ মাজত জীয়াই ৰখাৰ এক আকুল আহ্বান জনাইছে।

ড° দিলীপ কুমাৰ দত্তই তেখেতৰ প্ৰবন্ধ 'বিষ্ণু প্ৰসাদৰ প্ৰসাদ এঠগি'ত পূজাৰী, অকণিৰ গীত, জন্মাষ্টমী আৰু বিহুৱতীৰ অন্য এক দৃষ্টিকোণেৰে যুক্তিসংগত আৰু গ্ৰহণযোগ্য আলোচনা আগবঢ়াইছে। 'পূজাৰী'ত অন্য এক সংগীতজ্ঞ বিষ্ণু ৰাভাৰ ছবি অংকন কৰিছে। বিষ্ণু ৰাভাৰ সংগীতৰ অকণিৰ গীতৰ এক সুন্দৰ ব্যাখ্যা দাঙি ধৰিছে। জন্মাষ্টমী আৰু বিহুৱতী নিতান্তই গৱেষণাধৰ্মী লেখা, য'ত নতুন নতুন কথা আৰু দৃষ্টিভংগীৰে বিষ্ণু ৰাভাক চিনাকি কৰি দিছে।

বিশিষ্ট নাট্যকাৰ অৰুণ শৰ্মাই 'বিষ্ণু প্ৰসাদ ৰাভাৰ নাটক আৰু সাংস্কৃতিক আন্দোলন' শীৰ্ষক প্ৰবন্ধত প্ৰায় কেইখন নাটকৰ উপস্থাপনশৈলী আৰু নাট্যধাৰাৰ সুন্দৰ বিশ্লেষণ দাঙি ধৰিছে। গণনায়ক হিচাবে, বিপ্লৱী শিল্পী হিচাবে বিষ্ণু ৰাভাৰ নাটৰ কাহিনী আৰু চৰিত্ৰৰ মাজত ফুটি ওলোৱা আদৰ্শ, সমাজজীৱন আৰু সাধাৰণ মানুহৰ সমস্যা, অন্তৰ্দ্বন্দ্ব আৰু প্ৰকৃত স্বাধীনতাৰ স্বৰূপ— দৃষ্টান্ত সহকাৰে দাঙি ধৰিছে। চুটি নাটক কেবাখনৰো আৰ্হি আলোচনা কৰি বিষ্ণু ৰাভাৰ সাংস্কৃতিক আন্দোলনৰ এক অন্য দিশ উদ্ভাসিত কৰিছে।

শশী শৰ্মাই 'অসমৰ জনগোষ্ঠীয় সংহতি আৰু বিষ্ণু ৰাভাৰ দৃষ্টিভঙ্গী' শীৰ্ষক গৱেষণাধৰ্মী প্ৰবন্ধত নিগ্ৰো, অষ্ট্ৰিক, দ্ৰাবিড়সকলৰ স্থিতি আৰু প্ৰব্ৰজনৰপৰা আৰম্ভ কৰি প্ৰাগজ্যোতিষ কামৰূপৰ জন-গাঁথনি আৰু মহাভাৰতৰ দিনৰ কথা উনুকিয়াইছে। অসমৰ ভূমিপুত্ৰ, জনজাতীয় গাঁথনি আৰু পূৰ্বপুৰুষসকলৰপৰা সাম্প্ৰতিক সময়ৰ ভিন্ন জনগোষ্ঠীৰ জীৱনধাৰণ আৰু সমাজব্যৱস্থাৰ এক তাত্ত্বিক দিশ উন্মোচিত কৰিছে। বিষ্ণু ৰাভাই বৃহত্তৰ অসমীয়া জাতি গঠনত দেখুৱাই যোৱা নিদৰ্শন আৰু সংহতিৰ সাঁকো নিৰ্মাণত দেখুওৱা আদৰ্শৰ এক সুন্দৰ বিশ্লেষণ দাঙি ধৰিছে।

উদয়াদিত্য ভৰালীয়ে 'অসমৰ গণমুখী ইতিহাস-চৰ্চাত বিষ্ণুপ্ৰসাদ ৰাভাৰ স্থান সম্পৰ্কে দুআষাৰ' শীৰ্ষক প্ৰবন্ধত বিষ্ণু ৰাভাৰ জীৱনৰ বিভিন্ন দিশ আলোকপাত কৰিছে। আহোমসকলে অসমত বুৰঞ্জী-চৰ্চাৰ যি বাট কাটি গৈছে সেই বাটেৰে চৰ্চা আগবঢ়োৱাৰ কথা উল্লেখ কৰিছে। 'এ হিষ্ট্ৰী অব অসাম'ৰপৰা আৰম্ভ কৰি ড° সূৰ্যকুমাৰ ভূঞাৰপৰা বিষ্ণু ৰাভাৰ ইতিহাস-চৰ্চাৰ এক গৱেষণামূলক আলোচনা আগবঢ়াইছে। বিষ্ণু ৰাভাৰ গণমুখী ইতিহাস-চৰ্চাৰ যি বৈপ্লৱীক দৰ্শন ইয়াৰ প্ৰতিফলন ঘটিছে লেখাটোত।

অনিল ৰায়চৌধুৰীৰ 'অসমৰ সামাজিক পটভূমিত বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱন দৰ্শন' শীৰ্ষক লেখাত বিষ্ণু ৰাভাৰ সমাজতাত্ত্বিক ভাবধাৰাৰ সমাজত ঘটা প্ৰতিফলন আৰু ইয়াৰ প্ৰভাৱ সুন্দৰভাৱে আলোচনা কৰিছে। চাহজনগোষ্ঠীৰ জীৱন আৰু ভাষা-সংস্কৃতিৰ ক্ৰমবিকাশ, জনজাতি গোষ্ঠীৰ স্বকীয় বৈশিষ্ট্য আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱন দৰ্শনৰ সুন্দৰ এক সুখপাঠ্য হিচাবে স্বীকৃত হৈছে।

বিশিষ্ট শিল্পী তথা বিষ্ণুপ্ৰসাদ ৰাভাৰ শিষ্য আদ্য শৰ্মাই 'সান্নিধ্যৰ সোঁৱৰণ সঁচা অৰ্থৰ শিল্পী ঃ বিষ্ণুপ্ৰসাদ ৰাভা' শীৰ্ষক লেখাত ব্যক্তিগত জীৱনত বিষ্ণু ৰাভাৰ সান্নিধ্য, তেখেতৰ শৈল্পিক সত্তাৰ প্ৰভাৱ আৰু বহল মনৰ সঁচা অৰ্থৰ শিল্পীগৰাকীৰ কিছু কথা আলোচনা কৰিছে।

বিষ্ণুপ্ৰসাদ ৰাভাৰ সতীৰ্থ শৈলেন মেধিয়ে বিষ্ণু ৰাভাৰ বিপ্লৱী চিন্তাধাৰা, বাওঁপন্থী আদৰ্শ আৰু সমাজবাদৰ আৰ্হিৰে চলোৱা, সংগ্ৰামী জীৱনত সতীৰ্থৰূপে লাভ কৰা সান্নিধ্যৰ আলোচনাৰে লিখিছে 'সতীৰ্থৰ দৃষ্টিৰে বিষ্ণুপ্ৰসাদ ৰাভা।'

'বিষ্ণু ৰাভাৰ গীত আৰু সংগীত' শীৰ্ষক প্ৰৱন্ধত কীৰ্তিকমল ভূঞাই বিষ্ণু ৰাভাৰ জন্মৰ পিছতে পোৱা সংগীতৰ পৰিৱেশ, বিখ্যাত সংগীত শিল্পীৰ সান্নিধ্যৰে লেখাটো আৰম্ভ কৰিছে। বিষ্ণু ৰাভাৰ ৰচনাসমূহ পাঁচটা ভাগত বিভক্ত কৰি অকণিৰ গীত, ৰোমাণ্টিক ভাবনা বা প্ৰেমৰ গীত, দেশাত্মবোধৰ গীত আৰু বিপ্লৱৰ গীত আৰু ভক্তিমূলক গীত হিচাবে অভিহিত কৰি কিছু সংখ্যক গীতৰ তাৎপৰ্য ব্যাখ্যা কৰি বিষ্ণু ৰাভাৰ গীত আৰু সংগীতৰ এক মনোৰম আলোচনা আগবঢ়াইছে। ইয়াৰোপৰি বিষ্ণু সংগীতত নাম-কীৰ্তন, ঘোষা, ওজাপালি, পদ, জিকিৰ-জাৰী, মাৰ্গীয় সংগীতৰ অন্তৰ্গত বৰগীতৰ উপৰি বিভিন্ন জাতিৰ লোক সংগীতৰ প্ৰভাৱ পৰা বুলি উল্লেখ কৰিছে। শাস্ত্ৰীয় সংগীতৰ ধাৰা আৰু স্বকীয় ধাৰাৰে বিদ্যমান বিষ্ণু সংগীত। সামগ্ৰিকভাৱে প্ৰৱন্ধকাৰে বিষ্ণু ৰাভাৰ সংগীতৰ বিভিন্ন প্ৰকাৰ সামৰি বিশেষ বিশেষ দিশসমূহ ফঁহিয়াইছে।

আশুবোধ কলিতাই 'বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱন দৰ্শনত শঙ্কৰদেৱ' নামৰ প্ৰৱন্ধত বিষ্ণু ৰাভাই শঙ্কৰদেৱৰ সামাজিক-সাংস্কৃতিক আৰু সমাজবাদৰ আৰ্হি গ্ৰহণ কৰি বৃহত্তৰ অসমীয়া জাতিগঠনৰ প্ৰণালী আৰু বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ যি দৰ্শন গ্ৰহণ কৰিছে সুন্দৰভাৱে বিশ্লেষণ কৰিছে। বিষ্ণু ৰাভাৰ আদৰ্শপুৰুষ শঙ্কৰদেৱ আৰু শঙ্কৰৰ আদৰ্শ যে এক আধ্যাত্মিক আৰু সামাজিক জীৱন-গাথাৰ প্ৰধান দিশ তাকে দেখুৱাব গৈছে।

'বিষ্ণু প্ৰসাদ ৰাভা ঃ সুৰদেৱী থিয়েটাৰ আৰু শিল্পীমনৰ কথা' শীৰ্ষক লেখাত সংগীত- নাটক অকাডেমী বঁটাপ্ৰাপ্ত শিল্পী মঞ্চসূৰ্য ধৰণী বৰ্মণে তেখেতৰ দ্বাৰা প্ৰযোজিত 'সুৰদেৱী থিয়েটাৰ'ত বিষ্ণু ৰাভাৰ অৱদান, বিষ্ণু ৰাভাৰ শিল্পী সত্তাৰ কিছু দিশ আৰু লেখকৰ জীৱনত পৰা প্ৰভাৱৰ এক আলোচনা আগবঢ়াইছে। বিষ্ণু ৰাভাৰ এটি লেখাৰে প্ৰৱন্ধটি আৰম্ভ কৰি ভ্ৰাম্যমাণ মঞ্চত বিষ্ণু ৰাভাৰ শৈল্পীক দিশ, শিল্পী মন আৰু নাট্য ৰচনা, পৰিচালনা, নৃত্য পৰিচালনা আৰু শিল্পীসকলৰ মাজত থকা আন্তৰিকতা আৰু সন্মানৰ এক সুন্দৰ ছবি দাঙি ধৰিছে।

ৰুকমল হাজৰিকাই 'সংস্কৃতিৰ গৰখীয়া বাটেৰে ৰাজনীতিৰ পথাৰত সৈনিক শিল্পী' শীৰ্ষক প্ৰৱন্ধত বিষ্ণু ৰাভাৰ বাওঁপন্থী চিন্তাধাৰাৰ উৎস-চৰ্চা আৰু বাস্তৱায়িত দিশৰ এক আলোচনা আগবঢ়াইছে। বিষ্ণু ৰাভাৰ কণ্টকময় জীৱনৰ খলাবমা দিশৰ আলোকপাত কৰি সৈনিকশিল্পীগৰাকীৰ বৈপ্লৱীক আদৰ্শৰ এক দৃষ্টিভঙ্গী দাঙি ধৰিছে।

দিলীপ কুমাৰ শৰ্মাই 'বিষ্ণু প্ৰসাদ ৰাভাৰ ভাষণাৱলীৰ তাত্বিক বিশ্লেষণ আৰু মূল্যায়নৰ প্ৰাসঙ্গিকতা' শীৰ্ষক লেখাত বিষ্ণু ৰাভাই বিহু সন্মিলনীৰপৰা চাহ মজদুৰ সংঘৰ সভালৈ বিভিন্ন ক্ষেত্ৰত বিভিন্ন স্থানত আৰু বিভিন্ন অনুষ্ঠানত আগবঢ়োৱা ভাষণাৱলীৰ তাত্বিক বিশ্লেষণ আগবঢ়াই মূল্যায়নৰ প্ৰাসঙ্গিকতাৰ কথা স্বীকাৰ কৰি এটি আলোচনা আগবঢ়াইছে।

নিঃসন্দেহে গ্ৰন্থখনে পাঠকক নতুন দিশ কেইটিমান দেখুৱাই দিব আৰু বিষ্ণু ৰাভাৰ জীৱনৰ একাংশ অপ্ৰকাশিত অধ্যায় উন্মোচিত কৰিব।

১৬-১-২০০৯

# সমালোচক বিষ্ণু ৰাভা

—ড° হীৰেন গোহাঁই

[অসুস্থ অৱস্থাত থকা সময়তে মোৰ পৰা গোৱালপাৰাৰ শিক্ষক বন্ধুসকলে বিষ্ণু ৰাভাৰ বিষয়ে কিবা লিখা এটা বিচাৰিলে। বেছি মানসিক পৰিশ্ৰম কৰিব পৰা অৱস্থাই নাই। তথাপি শৰীৰ অলপ সুস্থ হোৱাত এটা বিষয় বাছি লৈ দুকলম লিখিলো — লিখক।]

পশ্চিম অসমৰ প্ৰতি বিষ্ণু ৰাভাই এক নিবিড় আত্মীয়তাৰ ভাব পোষণ কৰিছিল। তাৰ উপভাষা মান্য অসমীয়াৰ আদি ৰূপ বুলি তেওঁ বিশ্বাস কৰিছিল। বিশেষকৈ জনজাতীয় জনগোষ্ঠীৰ সংস্কৃতায়ন বা আৰ্যীকৰণৰ প্ৰক্ৰিয়াৰ পৰাই অসমীয়া ভাষাৰ ক্ৰমবিকাশ হৈছিল বুলি তেওঁৰ এটা ধাৰণা আছিল। সেই গোৱালপাৰাৰপৰা ৰাভাৰ জন্ম শতবাৰ্ষিকী উপলক্ষে প্ৰবন্ধ সংকলন প্ৰকাশ হোৱাটো নিশ্চয় আনন্দৰ কথা।

ৰাভাৰ প্ৰতিভা ঘাইকৈ সৃষ্টিধৰ্মী, প্ৰেৰণামূলক। তেওঁ বিস্ময়-বিমুগ্ধ চকুৰে চাই অসমৰ জনজীৱনত ন-ন সম্পদ আৱিষ্কাৰ কৰে, বিভিন্ন তথ্যগত সমলৰ সংশ্লেষণ ঘটাই অভিনৱ সূত্ৰ উদ্ভাৱন কৰে, হৃদয়ৰ লগত বিশ্বজগত আৰু মানৱ সংসাৰৰ সংযোগ ঘটাই গীত-নাট-কবিতাৰে জীৱন ৰঙীণ কৰিব খোজে। সচৰাচৰ সমালোচকৰ সতৰ্ক, নিৰাসক্ত, সংশয়ী বিচাৰ তেওঁৰ পৰা আমি আশা নকৰোঁ। তেনে বিচাৰৰ ক্ষমতা তেওঁৰ নিশ্চয় আছিল, নাছিল ধাউতিহে।

নিজকে কোনো নিৰ্দিষ্ট বিদ্যাৰ পৰিধিত আবদ্ধ ৰাখিবলৈ তেওঁৰ ধৈৰ্য বা প্ৰকৃতি নাছিল। তদুপৰি তেওঁৰ জীৱনকালটো আছিল বহুবিদ্যাবিশাৰদ (polymath) সকলৰ যুগ। সেয়ে হয়তো সমালোচনাত তেখেতে বিশেষ মনোনিৱেশ নকৰিলে। তাৰ মাজত যি দুই এটা সমালোচনা লিখিলে, সেইবোৰে তেখেতৰ মানসিকতাৰ বিশেষ বৈশিষ্ট্য প্ৰকাশ কৰিছে। সেইটো হৈছে কল্পনাৰে সেই শিল্পী বা লেখকসকলৰ সৈতে একাত্ম হৈ লাভ কৰা অন্তৰ্দৃষ্টি আৰু তাৰ সহায়েৰে কৰা ইতিবাচক মূল্যায়ন। সমালোচনাৰ নিৰীক্ষামূলক (critical) দৃষ্টিভংগীৰ প্ৰতি তাত বিশেষ নজৰ নাই।

শ্ৰীমন্ত শঙ্কৰদেৱৰ কথা ওলালেই ৰাভা আত্মহাৰা হৈ পৰে। তেওঁৰ ভাষা আৱেগত টগ্‌বগাই উঠে;

"শংকৰ নাথাকিলে অসমীয়াৰ একোকে নাথাকে। এনে যি শংকৰদেৱ, তেৰাই কিনো নাজানিছিল, কিনো নিদিছিল আৰু কিনো নিলিখিছিল। অসমীয়াক তেৰাই সকলো দি গৈছিল। অসমীয়াৰ গীত, বাদ্য, নৃত্য, সুৰ-সঞ্চাৰ, সাহিত্য, ভাওনা, নাম-কীৰ্তন, ঘোষা, বৰগীত, অংক, নাট, নামঘৰ খোল, মৃদংগ, তাল, ভঁাজঘৰ, দৌলযাত্ৰা, হাট, ধনপুঁজি (Bank), সমাজ, ধৰ্ম বিচাৰ, নীতি, আইন, নৈতিক, আন্দোলন, অহিংসা, ত্যাগ, ভোগ, বৈৰাগ্য, সমাধি সকলো শংকৰদেৱেহে অসমীয়াক দি গৈছিল।" (পৃঃ ১১৯১)

অথচ তেখেতেই অসমৰ আন আন ঠাইত জনগোষ্ঠীৰ এনে বহু গীত-মাতৰ কথা কৈ গৈছে যাৰ ওপৰত শঙ্কৰদেৱৰ প্ৰভাৱ নগণ্য। ধনপুঁজি (Bank) আৰু আৰ্হি কেৱল বৰপেটা সত্ৰতহে আছিল ঠাইখনৰ ব্যৱসায়িক চৰিত্ৰৰ বাবে। "সমাজ, ধৰ্ম, নীতি, আইন" আদি যদি সকলো দিয়েই গৈছিল, তেনেহ'লে অসমত জাতিভেদৰ বীজ আজিও লোপ পোৱা নাই কিয়? নানা অন্ধবিশ্বাস, কু-সংস্কাৰ চহৰৰ মানুহৰ মাজতো পৰিব্যাপ্ত কিয়? শংকৰদেৱৰ আগতে অসমত গীত-নাট একো নাছিলেই নেকি? এনে মত অবৈজ্ঞানিক অতিৰঞ্জন মাত্ৰ। সমালোচক হিচাবে এইটো এটা সীমাবদ্ধতা।

কিন্তু শঙ্কৰদেৱে যে ইতিহাসৰ উত্তৰণৰ এটা পৰ্বত অসমীয়া সমাজ-সংস্কৃতিক এটা বিশেষ সাঁচ দি গ'ল, অসমীয়া সাহিত্য-সংস্কৃতিত বহু অসামান্য, আপুৰুগীয়া অৱদান দি গ'ল, সেই কথাত কাৰো দ্বিমত নাই। শংকৰ-মাধৱৰ মহত্ত্বৰ উপলব্ধিয়ে, প্ৰতিভাৰ প্ৰভাই যে ৰাভাক এনে বিহ্বল কৰিছিল, তাতো সন্দেহ নাই। তেওঁৰ দৃষ্টিভংগীয়েই আছিল এনেকুৱা।

মাধৱ বেজবৰুৱাৰ অৱদান অসমীয়াই পাহৰিলে। তেওঁৰ মৃত্যুৰ পিছত ৰাভাই লিখিলে ঃ

"কিমান বন,— কিমান শ্ৰম। ... মৰা অসমীয়াৰ দেহা জীৱ-কাঠিৰ অলৌকিক স্পৰ্শৰে জীয়াই তোলা মুখৰ কথা নহয়— কামৰ কথা। সেই জ্ঞানৰ মহাজ্ঞানী কৰ্মযোগৰ মহাযোগী বেজবৰুৱাই মহামন্ত্ৰ উচ্চাৰি কৰ্মসমুদ্ৰত জাঁপ দিলে। ঢৌত উটি-বুৰি তেখেতে দোল-দোপ, হেন্দোল-দোপ লগাই অসম জুৰি খলক তুলিলে। গোটেই অসমত খলকনি, হেন্দোলনি উঠিল। অসমৰ জনসমুদ্ৰই উত্তাল তৰঙ্গ তুলি গৰজি গৰজি ঘোষিলে— 'গুৱাহাটী বিশ্ববিদ্যালয়!— গুৱাহাটী বিশ্ববিদ্যালয়!" (পৃঃ ১২০৭)

***

"সেইজন মানুহে বাৰু অনিৰ্দিষ্ট কাললৈকে বিছনাত পৰি পৰি জিৰণি লৈ থাকে কেনেকৈ?.. প্ৰতিপল প্ৰতি অনুপল, প্ৰতি ক্ষণ, প্ৰতি অনুক্ষণ ... কেৱল চিন্তাই চিন্তা, ভাৱনাই ভাৱনা। কেৱল বাঁহী— কেৱল অসম— কেৱল বিশ্ববিদ্যালয়।" (পৃঃ ১২০৯)

মাধৱ বেজবৰুৱা ঘাইকৈ সাহিত্যিক নাছিল, আছিল জাতীয় জাগৰণৰ ত্যাগী নেতা। কিন্তু তেওঁৰ ধ্যান, তেওঁৰ চিন্তা, তেওঁৰ ব্ৰত, তেওঁৰ ত্যাগ ইমান হৃদয়স্পৰ্শীকৈ, ইমান প্ৰত্যয়জনকভাৱে আন কোনে লিখিব পাৰিলেহেঁতেন? এইখিনিতে ৰাভাৰ সৃষ্টিধৰ্মী কল্পনাৰ, সহৃদয় অন্তৰ্দৃষ্টিৰ পৰিচয় পোৱা যায়। আৰু শিল্পী-সাহিত্যিকৰ বিষয়ে আলোচনাতো এই পন্থাকেই তেখেতে অৱলম্বন কৰিছিল।

এনে সহৃদয় অন্তৰ্দৃষ্টিৰ নিদৰ্শন জ্যোতিপ্ৰসাদ সম্পৰ্কে তেওঁৰ মন্তব্যতো সুলভ। সেইবোৰ কেৱল আৱেগৰ হেন্দোলনি নহয়, আৱেগিক ভাষাত এক নিৰ্দিষ্ট উপলব্ধিৰ উন্মোচন ঃ

"শোণিত কুঁৱৰী যুগৰ সেই সুৰবোৰৰ লগত বিলাতৰপৰা অহা গানৰ সুৰবোৰ যেন পাহিয়ে পাহিয়ে তিৰবিৰাই আছে। বিলাতত থাকোঁতে তেওঁ 'কাৰেঙৰ লিগিৰী' নাটখন। লিখি শেষ কৰে। এই গানবোৰে 'কাৰেঙৰ লিগিৰী'ৰ সৈতে বিলাতৰপৰা তেওঁৰ হিয়া-কাৰেঙৰ গভীৰতম বক্ষৰপৰা সুৰুঙাইদি বাহিৰলৈ ওলাই আহে। 'কাৰেঙৰ লিগিৰী'ৰ গানৰ সৈতে মিল আৰু বৈশিষ্ট্যপূৰ্ণ। এই গানবোৰক কাৰেঙৰ লিগিৰীৰ যুগ বুলিব পাৰি।" (ঐ, পৃঃ ১২১৯)

***

"সুৰবোৰ শুনি ভাবোঁ, চিন্তো, গুণো, গুঠো। শোণিতকুঁৱৰী যুগৰ গীতৰাগ-সুৰ-সঞ্চতকৈ(?) এইবোৰ ৰাগ সুৰ-সহৃয়ত (?) বেলেগ যেন লাগে। সুৰ লানি নিছিগাকৈ গৈ থাকে, বৈ থাকে। গানৰ এশাৰী য'ত ৰয়। তাৰেপৰা খোপনি পুতি আনশাৰী আগুৱায়, ছিঙি নাযায়।"

(ঐ, পৃঃ ১২২০)

মোৰ বিশ্বাস জ্যোতিপ্ৰসাদে বিলাতত শুনা ইংৰাজ লোকসংগীতৰ ঠাচে তেওঁৰ এই পৰ্যায়ৰ গীতত স্থায়ী প্ৰভাৱ পেলাইছে। তেখেতৰ ভ্ৰাতৃ কমলা আগৰৱালাদেৱে মোক কৈছিল (১৯৭০ চনত) যে বিলাতত তেখেতে NORA নামৰ এগৰাকী গাভৰুৰ প্ৰেমত পৰিছিল, ল'ৰাৰপৰা ইংৰাজ লোকসংগীত শিকিছিল। ঘৰলৈ উভতি অহাৰ বহুদিন পিছলৈ হেনো হাতত N আখৰ লিখা এটা আঙঠি পিন্ধি আছিল। ৰাভাই এক কথাতে জ্যোতিপ্ৰসাদৰ প্ৰতিভাৰ ৰূপাংকন কৰিছে এইদৰে ঃ

"তেওঁ কেৱল কবি, গায়ক, নাট্যকাৰ, সাহিত্যিকেই নাছিল, আছিল দূৰদ্ৰষ্টা ঋষি।" (ঐ, পৃঃ ১২২৬)

কিন্তু আৰু এটা কথা নকলে নহব। অভিজাত শোষক শ্ৰেণীৰ শিল্পী আৰু ৰসিকে শিল্প সংস্কৃতিক মানুহৰ বাস্তৱ জীৱনসংগ্ৰামৰ বহু উৰ্দ্ধত বায়বীয় জগতত স্থাপন কৰে। কিন্তু ৰাভাৰ এই জ্ঞান টন্‌টনিয়া আছিল যে মানুহৰ জীৱনসংগ্ৰামত গঢ়ি উঠা বস্তুগত শিল্পৰ লগত ৰসপ্ৰধান শিল্পৰ মূলগত পাৰ্থক্য নাই। বহুবছৰ আগতেই তিলক হাজৰিকা, নলিনীধৰ ভট্টাচাৰ্য আৰু পৰমানন্দ মজুমদাৰে সম্পাদনা কৰি উলিওৱা, 'জাৰ্ণাল এম্প'ৰিয়ামে প্ৰকাশ কৰা ৰাভা ৰচনাৱলীৰ সমালোচনা কৰোঁতে মই উল্লেখ কৰা কথাষাৰকে ইয়াত পুনৰ দোহাৰিছোঁ।

সদৌ অসম ট্ৰাইবেল ছাত্ৰ সম্মিলনৰ প্ৰথম বাৰ্ষিক অধিৱেশনত ৰাভাই কৃষ্টিসভাৰ সভাপতিৰ অভিভাষণত কৈছে ঃ

"বহুবাৰ কোৱা হৈছে,— কাব্য, গান, শিল্প, দৰ্শন, ধ্যান, ধাৰণা, আচাৰ, অনুষ্ঠান, ভদ্ৰতা, শিষ্টাচাৰ, নীতি-নিয়মকেই সাধাৰণতে মানুহে বুজে কৃষ্টি বা সংস্কৃতি বা কাল্‌চাৰ বুলি। অৱশ্যে এইবোৰৰ কৃষ্টিৰ গৰ্‌ভতেই জনম সঁচা; কিন্তু দৰাচলতে, মানৱৰ বাস্তৱ প্ৰয়োজনৰ যাৰ জন্ম, মানুহৰ জীৱন-সংগ্ৰামত যি শকতি, জীৱন-যাত্ৰাৰ উদ্দেশ্য সিদ্ধিত যি মুকুতি, সেইটোহে আচল কৃষ্টি, প্ৰকৃত সংস্কৃতি, REAL কাল্‌চাৰ। জীৱন যাত্ৰাৰ ঘাত-প্ৰতিঘাতত যেনেকৈ কৃষ্টিৰ ৰূপান্তৰ ঘটে, সংস্কৃতিৰ আলম লৈ মানৱৰ জীৱন-যাত্ৰাও তেনেকৈ আগুৱাই যায়। গতিকে জীৱন যাত্ৰাৰ লগত কৃষ্টি সংস্কৃতি হাড়ে-হিমজুৱে পাক খাই ওতঃপ্ৰোতভাৱে জড়িত হয়। যি জাতিৰ কৃষ্টি সংস্কৃতি গতিশীল নহয় সেই জাতিৰ জীৱনযাত্ৰাও থিৰ হৈ থাকে।" (ঐ, পৃঃ ১২৮০)

পঞ্চাছৰ দশকত বুৰ্জোৱা ভাববাদী পৰিমণ্ডলৰ পৰা culture বা সংস্কৃতিৰ ধাৰণা উদ্ধাৰ কৰি বাস্তৱ জীৱনৰ লগত তাক সংযুক্ত কৰি ৰেইমণ্ড্ উইলিয়াম্‌ছে যি গুৰুত্বপূৰ্ণ অৱদান দিছিল, তেওঁতকৈ আগতেই বিষ্ণু ৰাভাই দৃঢ়তাৰে একে ধাৰণাকে দোহাৰিছিল। মোৰ বিশ্বাস ৰাভাৰ ব্যাখ্যা উইলিয়াম্‌ছতকৈ অধিক পৰিষ্কাৰ, অধিক বলিষ্ঠ। তাৎপৰ্যপূৰ্ণ কথা যে দুয়ো

বামপন্থী, সমাজবাদী দৰ্শনৰপৰা এই উপলব্ধি অৰ্জন কৰিছিল।

ৰবীন্দ্ৰনাথৰ ৯৭তম জন্মজয়ন্তী উপলক্ষে তেজপুৰত হোৱা অনুষ্ঠানত তেওঁ ৰবীন্দ্ৰ প্ৰতিভাৰ মাজত তাৰে স্পষ্ট, সজীৱ উদাহৰণ ফঁহিয়াই দেখুৱালে। তেওঁ দেখুৱালে যে সাহিত্য-সংগীতত আপোন পাহৰা হৈ নাথাকি স্বদেশী প্ৰতিভাৰে দেশবাসীক শিক্ষাদান কৰিবলৈ তেওঁ 'বিশ্বভাৰতী' স্থাপন কৰিছিল। (পৃ. ১২৯৫) আকৌ তেওঁ গ্ৰাম্য সমাজৰ উন্নতিত গঠনমূলক কামৰ লগে লগে গল্প-কবিতাও নিয়োগ কৰিছিল ঃ

"ৰবীন্দ্ৰনাথে বুজিছিল, বাংলাৰ অধিকাংশ মানুহেই গ্ৰামবাসী, গতিকে গাঁৱৰ কামৰ ভেটি থাপিব লাগিব। কবিতা, গল্পত গাঁৱৰ পল্লীগ্ৰামৰ আৰু পল্লীগ্ৰামৰ অধিবাসীসকলৰ চিত্ৰ ৰবীন্দ্ৰনাথে আঁকিছিল। এনে পুঞ্জীভূত অভিজ্ঞতা লৈ তেওঁ স্বদেশী সমাজক গ্ৰামবাসীৰ স্বাৱলম্বনৰ ওপৰত গঠিত কৰিবলৈ প্ৰস্তাৱ কৰিছিল।" (পাদটীকা, পৃঃ ১২৯৯)

তেনেকৈ ৰবীন্দ্ৰনাথৰ নাটকত গীত আৰু নাটকৰ সমন্বয় যে দেশীয় নাট্য পৰম্পৰাৰে প্ৰভাৱ, তেওঁ বিশ্লেষণ কৰি দেখুৱাইছে। (পৃঃ ১৩০৩)। স্বদেশ মুক্তিৰ আন্দোলনৰ লগত সেই প্ৰচেষ্টাও জড়িত।

সমালোচক হিচাবে ৰাভাই বেছি সৃষ্টি কৰি যোৱা নাই। কিন্তু তেওঁৰ সমালোচনাত এফালে স্বভাৱগত উষ্ণ হৃদয়বৃত্তি আৰু কল্পনা আৰু আনফালে পৰৱৰ্তীকালত সামাজিক উৎপাদন আৰু ৰূপান্তৰৰ ধাৰণাৰ মাজত তাৎপৰ্যপূৰ্ণ সমন্বয় ঘটিছিল। ভৱিষ্যতে কথাষাৰ আটায়ে মন কৰিলে সুফল ফলিব ।

(উদ্ধৃতিবোৰ বিষ্ণুপ্ৰসাদ ৰচনা সম্ভাৰ (দ্বিতীয় খণ্ড)ৰ প্ৰথম তাঙৰণৰ (১৯৯৭) পৰা লোৱা।) ■

# জাতীয় জীৱনৰ প্ৰতীক বিষ্ণু ৰাভা

— ড° ভূপেন হাজৰিকা

প্ৰতীক স্বৰূপ 'বিষ্ণু ৰাভাবাদক' জীয়াই ৰাখিব লাগেনে?

"He who is usefulr
is infinite
He who is infinite
is immune
He who is immune
is immortal."– LAOTZO

১৯৬৯ চনৰ জুন মাহতে, বিষ্ণু ৰাভাৰ মৃত্যু হৈছিল। আৰু তাৰ পিছতেই, তেজপুৰৰ মৰাভৰালীৰ পাৰত বিষ্ণু ৰাভাৰ মৃতদেহ একুৰা জুয়ে আলিঙ্গন কৰি ছাইত পৰিণত কৰিছিল। পিছে, বিষ্ণু ৰাভা বুলিলে যি ব্যক্তিত্ব মনলৈ আহে, যি ভাবমূৰ্তি ভাঁহি উঠে, যি দৰ্শন বা 'বাদ'ৰ ছবি চকুত পৰে, সেই সকলোবোৰ জানো তেজপুৰৰ মৰাভৰলীৰ পাৰে, চিৰদিনৰ বাবে গ্ৰাস কৰিব পাৰিলে?

এতিয়া বিষ্ণু ৰাভাক সোঁ-শৰীৰে আমি ৰাইজৰ মুখলৈ আনি দিব নোৱাৰোঁ। কোনেও নোৱাৰে। কিন্তু যি বিষ্ণু ৰাভা জীৱিতকালতে এটি institution বা সংস্থা হৈ গৈছিল সেই চিৰজীৱন্ত ভাবমূৰ্তিক জানো আজিৰ চাম ডেকা-গাভৰুৰ মাজত জীয়াই ৰাখিব নালাগে?

আজিৰ নতুন পুৰুষে যিখিনি বিচাৰিব বা বিচাৰিছে সেইখিনি বিচৰাৰ পথত প্ৰেৰণা জানো বিষ্ণু ৰাভাৰ জীৱনটোৱে যোগাব নোৱাৰে? কিঞ্চিৎ ভাবি চালে, কিঞ্চিৎ ফঁহিয়াই চালে, তেওঁৰ জীৱনত কি পাওঁ?

আজিৰ ডেকা-গাভৰুৱে বিচাৰে, অধ্যয়নকালতো ছাত্ৰ-ছাত্ৰীয়ে সমাজ-সচেতনতাক ক্ষুৰধাৰ কৰি ৰাখিব লাগে। বিষ্ণু ৰাভাই ছাত্ৰাৱস্থাতে সামন্তবাদ, সাম্ৰাজ্যবাদৰ বিৰুদ্ধে, নিৰ্ভীকভাৱে যুঁজিছিল কলিকতাৰ চেণ্ট জেভিয়াৰ্চ কলেজ আৰু কোচবিহাৰৰ কলেজৰ প্ৰতিটো ইটাই আজিও সেই ধুমুহাৰ গতিৰ দৰে বিপ্লবী মন থকা 'বিষ্টু'ৰ কথা ক'ব পাৰিব।

কিছু তথাকথিত ডিগ্ৰী নহ'লেও, বিষ্ণু ৰাভাই মানসিক আৰু বৌদ্ধিক উৎকৰ্ষ সাধনৰ বাবে অতি আগ্ৰহেৰে ক্লাছিক গ্ৰন্থাদি পঢ়ি, তাৰ পুৰণি তত্ত্বকো (ভাল হ'লে) গ্ৰহণ কৰি নতুন দিনৰ নতুন মানুহৰ মঙ্গলাৰ্থে কামত লগাব খুজিছিল।

— শাৰীৰিক শক্তিৰ বাবে খেলপথাৰত তেজী অশ্বৰ দৰে ৰাভাই দৌৰিছিল। বিষ্ণু ৰাভা সদায় বেগী চেণ্টাৰ ফৰৱাৰ্ড। চিন্তাৰ জগততো।

বিষ্ণু ৰাভাই লোক কৃষ্টিত 'পি এইচ ডি', ডিগ্ৰীৰ বাবে চেষ্টা নকৰি, তেওঁ জীৱনটোকেই সেই বিষয়ে এটি জীয়া গৱেষণাগাৰ কৰি তুলিছিল।

স্বাধীনতাৰ পিছতো শ্ৰেণী সংঘৰ্ষ দেখি তাৰ বিৰুদ্ধে বৈপ্লবীক অস্ত্ৰ হাতত লৈছিল। এতিয়াৰ দিনত 'নক্সালবাদী' বোলোতে যি ক্ৰোধৰ ছবি ভাঁহি উঠে, দ্বিতীয় মহাসমৰৰ পিছতেই আৰ. চি. পি. আইৰ কৰ্মী বিষ্ণু ৰাভাই ঠিক তেনে ছবিকে ৰাইজৰ মনলৈ আনিছিল।

বিষ্ণু ৰাভাৰ জীৱনৰ সবাতোকৈ সবল সৌন্দৰ্য আছিল, জীয়া জীৱনৰপৰা, জীয়া মানুহৰ সৈতে হোৱা সান্নিধ্যৰপৰা, সাধাৰণ মানুহৰ কৃষ্টি প্ৰকাশৰপৰা তেওঁ জ্ঞান অৰ্জন কৰিব পৰাটো। নিলিখিলেই বা কেইখনমান গ্ৰন্থ। নিলিখিলেইবা এহেজাৰ গীত!!

আজিৰ অসমখনত জনজাতীয়সকলৰ বিষয়ে জনাৰ, তেওঁলোকক বুজাৰ, তেওঁলোকৰ নোপোৱাৰ বেদনাক সন্মান কৰাৰ, তেওঁলোকৰ ভাষা-কৃষ্টিৰ স্বকীয় স্বৰূপক স্বীকৃতি দিয়াৰ, অথচ বিভেদকামী শক্তিক যুক্তিৰে লাই নিদিয়াৰ যি জীৱন-দৰ্শন বিষ্ণু ৰাভাই তেওঁৰ প্ৰতিটো কামতে, প্ৰতিটো কথাতে প্ৰমাণ দিছিল, সেইখিনিয়েই অসমীয়া জাতিক আজিও বহুতো উপকাৰ সাধিব নোৱাৰিবনে?

প্ৰতি বছৰত, আজি অসমত শিল্পী দিৱস পতা হয়— ৰূপ কোঁৱৰৰ চিন্তাক সন্মান কৰিবলৈ ১৭ জানুৱাৰীত। জুনৰ কুৰি তাৰিখেও প্ৰতি বছৰতে, সদৌ অসম জুৰি বিষ্ণু ৰাভা দিৱস পাতি সমগ্ৰ অসমতে বিষ্ণু ৰাভাৰ জীৱন-দৰ্শনৰ চৰ্চা হ'ব পাৰে, সেইদিনা অ-জনজাতীয়সকলে অসমৰ জনজাতীয়সকলৰ ভাষা-সংস্কৃতি শিকা, আলোচনা চক্ৰ, জনজাতীয় কৃষ্টিক প্ৰাধান্য দিয়া সাংস্কৃতিক সন্ধিয়া, সাংস্কৃতিক প্ৰতিযোগিতা আদি পাতিব পাৰি। কোনে কি লিপি গ্ৰহণ কৰে, কোন দিনা কি কি আৰু বেলেগ ৰাজ্য হয়, কি কি '... চল' হয়, তাৰ সৈতে বিষ্ণু ৰাভাবাদক নেসাঙুৰিও— বিষ্ণু ৰাভাক উদাৰ সাংস্কৃতিক দৰ্শনৰ এটি প্ৰতীক কৰি তুলিব নোৱাৰিনে?

মোৰ অই প্ৰশ্ন ৰজাঘৰ-প্ৰজাঘৰ দুয়োলৈকে; কাৰণ বিষ্ণু ৰাভা নামৰ প্ৰতীক এটাৰ শৰীৰটো একুৰা জুইত তুলি আনি নিঃশেষ কৰি দিছিলো মৰাভৰলীৰ পাৰত। অসমীয়া জাতীয় জীৱনৰ মৰাভৰলীত পুনৰ জীয়াধল আনিব নোৱাৰিনে— এই প্ৰতীকেৰে? ■

# বিষ্ণুপ্ৰসাদৰ প্ৰসাদ এঠগি

— ড° দিলীপ কুমাৰ দত্ত

**পূজাৰী**

প্ৰসাদ মানে হৈছে আৰাধ্য দেৱতাৰ তৃপ্তিৰ কাৰণে সাদৰেৰে গ্ৰহণ কৰিব বুলি আগবঢ়োৱা সম্ভাৰ। দেৱতাৰ ভাগ আঁতৰাই পূজাৰীয়ে সেই প্ৰসাদেৰে আপোন আৰু আনৰ উদৰ ভৰালেও দেৱতালৈ আগবঢ়োৱা সেই সম্ভাৰ যিমান পৰা যায় পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি পৰিপাটিকৈ সজোৱা হয় বাবে প্ৰসাদ সদায় নিখুঁত, নিৰ্মল আৰু পৱিত্ৰ হয়। শিৱভক্ত, গণপতি গণেশৰ বৰপুত্ৰ, কৃষ্ণপ্ৰেমত আপোনভোলা সুন্দৰৰ পূজাৰী বিষ্ণুপ্ৰসাদ ৰাভাই তেওঁৰ আৰাধ্য দেৱতাসকলৰ তৃপ্তিৰ কাৰণে আগবঢ়োৱা সম্ভাৰ আছিল তেওঁৰ সৃষ্টিশীল প্ৰতিভাৰে সজোৱা গীত, নাট, নৃত্য, চিত্ৰ আদি। সেই সকলো সম্ভাৰ তেওঁ অতি ঐকান্তিক আৰু আধ্যাত্মিকভাৱে তেওঁৰ পূজ্য দেৱতাসকলৰ তৃপ্তিৰ কাৰণে প্ৰস্তুত কৰিছিল। তাৰপিছত সেইবিলাক তেওঁ ৰাইজৰ তৃপ্তিৰ কাৰণে নিঃস্বাৰ্থভাৱে বিলাই দিছিল কাৰণেই অসমৰ ৰাইজে তাক উপভোগ কৰি আহিছে যদিও সেই প্ৰসাদৰ প্ৰকৃত মহত্ত্ব আজিকোপতি অসমৰ ৰাইজে উপলব্ধি কৰা নাই যেন অনুমান হয়।

বিষ্ণুপ্ৰসাদ ৰাভাই নিজে ৰচি পৰিচালনা কৰি বাণীবদ্ধ কৰা মুঠ ৩০ টা গীতৰ সম্ভেদ পাইছোঁ আৰু তাৰে ২০ টা গীত পোনপ্ৰথমে গোৱা গীতিকাৰৰ কণ্ঠৰ ৰেকৰ্ডৰ পৰাই সংগ্ৰহ কৰিব পাৰিছোঁ। এইটো মন কৰিবলগীয়া কথা যে এইবিলাকৰ কোনোটোৱেই তেওঁ নিজে গোৱা নাই। দুই-এটা দ্বৈত সংগীতত তেওঁ অৱশ্যে কণ্ঠদান কৰিছে। ইয়াৰ পৰাই এইটো স্পষ্ট যে বিষ্ণুপ্ৰসাদ ৰাভাই নিজে ৰচা গীত গাবলৈ বৰ হেঁপাহ নকৰিছিল। তেওঁৰ গীত আনৰ কণ্ঠৰে গোৱোৱাটোহে তেওঁৰ আনন্দ আছিল। হয়তো তেনেদৰেই তেওঁ গীতবিলাকৰ আৱেগ, সুৰ আৰু পৰিৱেশন পৰিচালনা কৰি তাক যথাযথ ৰূপ দিব পাৰিছিল। সেয়েহে বিষ্ণুপ্ৰসাদ ৰাভাই গোৱা স্বৰচিত গীতৰ সংখ্যা খুব কম। অৱশ্যে তেওঁ মেলে-মিটিঙে স্বৰচিত গীত আৰু আনে ৰচনা কৰা গীত গাইছিল। তেওঁৰ প্ৰিয় গীতিকাৰ আছিল লক্ষ্মীনাথ বেজবৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা আৰু আনন্দিৰাম দাস। সেইবিলাকৰ বিষয়ে নানাজনে লিখি গৈছে।

বিষ্ণুপ্ৰসাদ ৰাভাই কিন্তু প্ৰাণ ঢালি গোৱা কেইটামান প্ৰাৰ্থনা গীত, বৰগীত আৰু লোকগীত তেওঁৰ পাল্লা নাটকত বাণীবদ্ধ কৰি গৈছে। তাৰ কাৰণে হয়তো সেইবিলাকৰ উপলক্ষ, অন্তৰ্নিহিত অৰ্থ আৰু আৱেগ স্পষ্ট কৰি শৃংখলা লগোৱা। উদাহৰণস্বৰূপে, 'শুন শুন ৰে সুৰ বৈৰী প্ৰমাণা' বৰগীতটোলৈ আঙুলিয়াব পাৰি। সেই বৰগীতটো তেওঁৰ আগতে প্ৰসন্নলাল চৌধুৰী আৰু প্ৰফুল্ল বৰুৱাদেৱে প্ৰচলিত সুৰ আৰু তালতে বাণীবদ্ধ কৰিছিল। তেওঁলোকৰ পৰিৱেশন এক কথাত ক'বলৈ গ'লে নিষ্প্ৰাণ আছিল। সেই গীতটো শংকৰদেৱৰ জোঁৱাই

হৰিক নিষ্ঠুৰভাৱে হত্যা কৰোঁতা আহোম ৰজাৰ দৰে সকলো দুষ্কৃতিকাৰী দুৰ্জনক সাৱধান বাণী শুনাই গোৱা বুলি বিষ্ণুপ্ৰসাদ ৰাভাই তাত নতুন প্ৰাণ দিলে। বিষ্ণুপ্ৰসাদ ৰাভাই গোৱা আন আন প্ৰাৰ্থনা গীত, বৰগীত আৰু লোকগীতবিলাক তেওঁ বাণীবদ্ধ কৰা তথাকথিত পাল্লা নাটক কেইখনত আছে। তেওঁ বাণীবদ্ধ কৰা পাল্লা নাটক কেইখন হৈছে, 'বিল্বৱতী' (চাৰিখন ৰেকৰ্ডৰ), 'ৰতনী' (তিনিখন ৰেকৰ্ডৰ), 'জন্মাষ্টমী' (তিনিখন ৰেকৰ্ডৰ), 'বৰদৈচিলা' (তিনিখন ৰেকৰ্ডৰ), 'মালি মালিনী' (এখন ৰেকৰ্ডৰ), 'মাধৱদেৱ', 'অজগৰ সাপ' (এখন ৰেকৰ্ডৰ)। তদুপৰি, তেওঁ ফণী শৰ্মা ৰচিত 'বেউলা' আৰু 'নৰকাসুৰ' পাল্লা পৰিচালনা কৰি বাণীবদ্ধ কৰে। এইবিলাকৰ 'মাধৱদেৱ' আৰু 'অজগৰ সাপ'ৰ বাদে আন কেইখন (সম্পূৰ্ণৰূপে নহয়) মূল অংশ টেপ কৰিব পাৰিছোঁ।

এইবিলাক শুনিলে এইটো স্পষ্ট হয় যে অসমীয়াৰ সাংস্কৃতিক জীৱন চহকী কৰিবলৈ বিষ্ণুপ্ৰসাদ ৰাভাৰ এক বৃহৎ আঁচনি আছিল। তেওঁৰ সৃষ্টিবিলাক গমি চালে এনে ভাব মনলৈ আহে যে চৌহতীয়া বিষ্ণুপ্ৰসাদ ৰাভাই কুৰি শতিকাৰ অসমীয়া সমাজক গতিপথ আৰু গতিবেগ দিবলৈ বিশেষ আস্থাৰে আৰু অতি বলিষ্ঠভাৱে এহাতে বাঁহী, এহাতে কলম, এহাতে শংখ আৰু আনহাতে ডম্বৰু তুলি লৈছিল। আমি প্ৰথমে বিষ্ণুপ্ৰসাদ ৰাভাৰ গীতবিলাকৰ আলোচনা কৰিম। বিষ্ণুপ্ৰসাদ ৰাভাই তেওঁৰ প্ৰাণৰ কথা তেওঁ বাণীবদ্ধ কৰা প্ৰথম গীতত স্পষ্ট কৰিছে।

অ' সুৰৰে দেউলৰে ৰূপৰে শিকলি
ভাঙি দিয়া খুলি দুৱাৰ সুন্দৰৰ,
[illegible] সুন্দৰৰ, চিৰ সুন্দৰৰ।
যাউতিযুগীয়া বৰগীত অমিয়া
বনগীত সুৰীয়া, বনগীত সুৰীয়া অ'
দিয়া সুমতি আই
প্ৰাণ মন ভৰা।
সুন্দৰৰ, সুন্দৰৰ
চিৰ সুন্দৰৰ, চিৰ সুন্দৰৰ, চিৰ সুন্দৰৰ।
শংখ বজোৱা,
বৰকাঁহ বজোৱা
বন্তি জ্বলোৱা
আৰতি ষোড়শোপচাৰে
সুন্দৰৰ, সুন্দৰৰ
চিৰ সুন্দৰৰ, চিৰ সুন্দৰৰ, চিৰ সুন্দৰৰ।

এই গীতটো ১৯৩৬ চনত জ্যোতিপ্ৰসাদৰ নাটিকা 'শোণিত কুঁৱৰী'ত দহ বছৰীয়া ভূপেন হাজৰিকাৰ কণ্ঠত বাণীবদ্ধ কৰাইছিল। এইটো উল্লেখযোগ্য যে বিষ্ণুপ্ৰসাদ ৰাভাই পিছত এই গীতটো কিছু সালসলনি কৰি সাহিত্য সভাৰ অধিবেশনত গোৱাইছিল। আজিৰ প্ৰচলিত ৰূপত 'আৰতি যোড়শোপচাৰ' কথাখিনিৰ সলনি 'অতি উলাহৰে আদৰি' বুলি কোনোবাই সলালে যেন অনুমান হয়। আমাৰ বোধেৰে 'যোড়শোপচাৰে আদৰি'হে শুদ্ধ আৰু অৰ্থপূৰ্ণ। যোড়শোপচাৰে মানে হৈছে উপাসনাৰ কাৰণে ব্যৱহাৰ কৰা আসন, ফুল, ধূপ, চাকি, নৈবেদ্য আদি যোল্লবিধ উপাচাৰ। বিশেষকৈ পূজাত বিগ্ৰহ স্থাপন কৰোঁতে ভগৱানক সেই বিগ্ৰহত স্থান ল'বলৈ আহ্বান কৰোঁতে যোড়শ উপচাৰেৰে উপাসনা কৰা হয়। সংস্কৃতিপ্ৰিয় ৰাভাদেৱে এনে পৰম্পৰাগত আৰু অৰ্থপূৰ্ণ শব্দহে ব্যৱহাৰ কৰাটো স্বাভাৱিক। শিশু ভূপেনৰ গীতটোৱেও এই কথাৰ প্ৰমাণ দিয়ে।

**অকণিৰ গীত**

প্ৰথম প্ৰচেষ্টাত বিষ্ণুপ্ৰসাদ ৰাভাই অকণিৰ উপযোগী টুটি টুটি গীত ৰচিছিল। সেইবিলাকৰ কথা আৰু চিত্ৰপট আছিল অকণিহঁতৰ চিনাকি পৰিৱেশনৰ আৰু সেইবিলাকৰ সুৰো তেওঁ অকণিহঁতে সহজে শিকিব আৰু গাব পৰাকৈ দিছিল। সেই কাৰণে গায়ক-গায়িকাৰ বয়স, উচ্চাৰণ আৰু পৰিৱেশন তেওঁৰ বিচাৰত অতি গুৰুত্বপূৰ্ণ আছিল। এইটোও মন কৰিবলগীয়া কথা যে তেজপুৰৰ কোনোবা এখন সভাত দহ বছৰীয়া ভূপেন হাজৰিকাই বৰগীত এটা গোৱা শুনি জ্যোতিপ্ৰসাদ আগৰৱালাই এদিন নে দুদিন পিছতে বিষ্ণুপ্ৰসাদ ৰাভাক সেই শিশুশিল্পীজনক বিচাৰি আনিবলৈ পঠাইছিল। বিষ্ণুপ্ৰসাদ ৰাভায়ে ভূপেন হাজৰিকাক চাইকেলত তুলি আনি জ্যোতিপ্ৰসাদ আগৰৱালাৰ লগত সাক্ষাৎ কৰাইছিল। তাৰ পিছত জ্যোতিপ্ৰসাদ আগৰৱালাই 'শোণিতকুঁৱৰী' আৰু 'জয়মতী' নাটিকা বাণীবদ্ধ কৰিবলৈ আখৰা আৰম্ভ কৰে। জ্যোতিপ্ৰসাদ আগৰৱালাৰ দৃঢ় সিদ্ধান্ত— সেই নাটিকা দুখনৰ গীতবিলাক গাব শিশু ভূপেন হাজৰিকা আৰু স্বৰ্গজ্যোতি বৰুৱাই। সেয়েহে বিষ্ণুপ্ৰসাদ ৰাভায়ে অকণি গীতৰ কাৰণে তেওঁ প্ৰথমে বাছি লৈছিল দহ বছৰীয়া ভূপেন হাজৰিকাক।

১৯৩৬ চনৰ সেই কলিকতা যাত্ৰাত বিষ্ণুপ্ৰসাদ ৰাভাই শিশু ভূপেন হাজৰিকাৰ কণ্ঠত তেওঁৰ চাৰিটা অকণিৰ গীত বাণীবদ্ধ কৰায়। সেই গীতকেইটা হ'ল— (১) উলাহেৰে নাচি বাগি, (২) কাষতে কলচি লৈ যায় অ' ৰচকী বাই, (৩) কলিয়া কলিয়া ঐ আৰু (৪) আজলি হিয়াৰ মাজে।

'উলাহেৰে নাচি বাগি' গীতটোৰ তালে তালে নাচিব পৰাকৈ সুৰ দিছিল। 'কাষতে কলচি লৈ যায় অ' ৰচকী বাই' এটি অপৰূপ বনগীত। তাৰ বিষয়বস্তু ৰোমাণ্টিক যেন লাগিলেও সি শিশুসুলভ, সৰল আৰু একপ্ৰকাৰ ধেমেলীয়া। 'কলিয়া কলিয়া ঐ' গীতটোও মন কৰিবলগীয়া। আমাৰ এনে কিছু নাম-কীৰ্তন পৰম্পৰাগতভাৱে চলি আহিছে যিবিলাক অকণিহঁতৰ কাৰণে অতিশয় উপযোগী আৰু উপভোগ্য। এইবিলাকত ধৰ্মীয় তত্ত্ব সাধাৰণতে নাই। এইবিলাক ৰামায়ণ, মহাভাৰত বা ভাগৱতৰ কাহিনীৰ আধাৰত ৰচা অকণিহঁতে গাই আমোদ পাব পৰা গীত। সেই কাৰণে এইবিলাকক অকণিৰ নাম বা নামগীত বুলিব পাৰি। 'তুলসী তলে মৃগ পছ

চৰে', 'কলমৌ খাওঁতে বুঢ়া হনুমন্তে নগৰী কৰিলে ছন' আদি নামবিলাকৰ কথা সহজ-সৰল আৰু সুৰো অকণিহঁতৰ শিকিব আৰু গাব পৰা। এনে নামগীতৰ এক বুজন অংশ শ্ৰীকৃষ্ণৰ শিশুলীলাক কেন্দ্ৰ কৰিয়েই ৰচিত। কুৰি শতিকাত এই পৰম্পৰাগত নামগীতবিলাকৰ প্ৰচলন কমি অহা কাৰণে বিষ্ণুপ্ৰসাদ ৰাভাই নতুন ৰূপত সৃষ্টি কৰিলে অকণিৰ কাৰণে নামগীত 'কলিয়া কলিয়া ঐ'।

'আজলি হিয়াৰ মাজে' গীতটোত তেওঁ গজলৰ সুৰ আৰোপ কৰিছিল, সুৰ আৰু কথাৰ জটিলতাৰ কাৰণে এইটো অকণিৰ গীত বুলিব নোৱাৰি। তদুপৰি পিছলৈ তেওঁৰ আন কোনো গীতত গজলৰ সুৰ শুনিবলৈ পোৱা নাযায় কাৰণে এই গীতটো তেওঁ মনঃপূত নহ'ল যেন লাগে। ৰাইজৰ মাজতো সি বৰ সমাদৰ নাপালে। বিষ্ণুপ্ৰসাদ ৰাভাৰ পিছত তাৰিণীচৰণ কাকতিয়েও গজলৰ সুৰত 'অ' ৰূপহী ফুল চুপহি' বুলি এটা গীত বাণীবদ্ধ কৰিছিল। সেই গীতটোৱেও ৰাইজৰ বৰ আদৰ নাপালে।

'শোণিত কুঁৱৰী' আৰু 'জয়মতী' দুয়োখন নাটকৰে গীতবিলাকে ৰাইজৰ বিশেষ সমাদৰ পোৱা কাৰণে সেইকেইখন ওলোৱাৰ এবছৰ পিছত অৰ্থাৎ ১৯৩৭ চনত বিষ্ণুপ্ৰসাদ ৰাভাই আন কেইটামান অকণিৰ গীত বাণীবদ্ধ কৰায়। সেই বছৰ তেওঁ অকণিৰ কণ্ঠৰ কাৰণে ল'লে শিশুশিল্পী মমতা বৰুৱা আৰু সাধনা বৰুৱাক। সাধনা আৰু মমতা আছিল তেজপুৰৰ অভিনেতা প্ৰবোধ বৰুৱা আৰু কুৰি শতিকাৰ আগৰণুৱা মহিলা শিল্পী প্ৰফুল্ল বালা বৰুৱাৰ (১৯১১-১৯৮২) কন্যা। বিষ্ণুপ্ৰসাদ ৰাভাৰ বহু সৃষ্টিৰ লগত এই বৰুৱা দম্পতী ঘনিষ্ঠভাৱে জড়িত। বৰ্তমান তেওঁলোকৰ কন্যাৰ সহায়ত বিষ্ণুপ্ৰসাদ ৰাভাই বাণীবদ্ধ কৰা গীতৰ প্ৰসংগলৈ আহোঁ। বিষ্ণুপ্ৰসাদ ৰাভাই চাৰি বছৰীয়া মমতা বৰুৱাৰ কণ্ঠত বাণীবদ্ধ কৰায় 'বিলতে হালিছে ধুনীয়া পদুমী', 'জোনবাই এ তৰা এটি দিয়া', 'অলিয়া বলিয়া কৃষ্ণাই কলীয়া' আৰু 'ৰ'দালি এ ৰ'দ দে' গীত কেইটি। ছয় বছৰীয়া সাধনা বৰুৱাৰ কণ্ঠত বাণীবদ্ধ কৰায় 'বৈ বৈ কেতেকী বিনাৱই' আৰু এটি বনগীত 'অ' নাৱৰীয়া কাই'। 'জোনবাই এ তৰা এটি দিয়া' আৰু 'ৰ'দালি এ ৰ'দ দে' গীত দুটাৰ যোগেদি ৰাভাদেৱে আমাৰ সমাজত পৰম্পৰাগতভাৱে চলি অহা ওমলা গীতক শৃংখলা লগালে। 'অলিয়া বলিয়া কৃষ্ণাই কলীয়া' গীতটো আন এটা নামগীত। এই কেইটাৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ গীত হ'ল 'বিলতে হালিছে ধুনীয়া পদুমী' আৰু 'বৈ বৈ কেতেকীয় বিনাৱই'। এই দুটা গীতেৰে কলাগুৰুৱে যেন অকণিৰ গীত কি আৰু কেনে হোৱা উচিত তাৰ এটি আদৰ্শ প্ৰতিষ্ঠা কৰি গ'ল।

অকণিৰ গীতৰ বিষয়বস্তু হ'ব লাগে অকণিৰ পৰিচিত আৰু অকণিৰ ভাল লগা বিষয়ৰ। যি দৰে অকণিৰ ভাল লগা কাৰণেই আমি সদায় অকণিহঁতক চকলেট খুৱাব নালাগে ( স্বাস্থ্য আৰু চৰিত্ৰৰ ওপৰত তাৰ কুপ্ৰভাৱৰ কাৰণে) সেইদৰে আমি অকণিৰ মনত বা জীৱনত বেয়া প্ৰভাৱ পেলাব পৰা বিষয়ৰপৰা আঁতৰি থাকিব লাগে। চৰাই-চিৰিকটি, ফল-ফুল, গছ-গছনি, নৈ, জান-জুৰি আদিৰ প্ৰাকৃতিক দৃশ্য অকণিহঁতৰ ভাল লাগে যেতিয়া সেইবিলাকৰ পৰিচিত পৰিৱেশৰ গীত অকণি গীতৰ কাৰণে বৰ ভাল। চৰাই-চিৰিকটি বা পোহনীয়া জন্তু অকণিহঁতৰ প্ৰিয় হ'লেও সেইবিলাক অসমীয়া অকণিহঁতৰ পৰিচিত হ'ব লাগিব। উদাহৰণস্বৰূপে আজিকালি,

আমাৰ বহু অকণিহঁতক জোৰ কৰি গাবলৈ বাধ্য কৰা 'বা, বা ব্লেকশ্বিপ'ৰ নিচিনা গীত আমাৰ অকণিৰ কাৰণে উপযুক্ত নহয়। কাৰণ নোমাল ভেড়া আমাৰ অকণিহঁতে সততে দেখিবলৈ নাপায় আৰু পালেও সেইবিলাকৰ নোমেৰে উল বনোৱা দৃশ্য কেতিয়াও দেখিবলৈ নাপায়।

অকণিৰ গীতৰ কথা আৰু ভাষা যেনেদৰে সহজ-সৰল হ'ব লাগে সেইদৰে তাৰ সুৰো সহজ আৰু অকণিয়ে তৎক্ষণাত শিকিব আৰু গাব পৰা হ'ব লাগে। অকণিৰ গীতৰ ক্ষেত্ৰত শিল্পীৰ কণ্ঠৰো গুৰুত্ব আছে। শিশুসুলভ সৰলতা বা অকণিৰ আস্থাভাজন কণ্ঠইহে অকণিৰ কাৰণে উপযুক্ত, নহ'লে অকণিহঁতে তাক আদৰা টান। সেই কাৰণে অকণিৰ গীত অকণি বা অকণিহঁতে গালেই ভাল। এইবিলাক কথা ৰাভাদেৱে তেওঁৰ অকণিৰ গীতেৰে প্ৰতিষ্ঠা কৰি গৈছে।

আজি মমতা বৰুৱাৰ কণ্ঠত 'বিলতে হালিছে ধুনীয়া পদুমী ফুলনিত ফুলিছে ফুল' গীতটো শুনিবলৈ পোৱা নাযায় যদিও মমতা বৰুৱাই জীৱিত কালতে গীতটো তেওঁৰ ভনীয়েক ৰুবি সিংহক ভালদৰে শিকাই থৈ যায় আৰু ৰুবিয়ে তেওঁৰ স্বামী অজিত সিংহৰ সহায়ত গীতটো জীয়েক সংগীতাৰ কণ্ঠত বাণীবদ্ধ কৰে। সংগীতা সিংহৰ কণ্ঠত বিষ্ণুপ্ৰসাদ ৰাভাৰ 'বিলতে হালিছে ধুনীয়া পদুমী ফুলনিত ফুলিছে ফুল' গীতটোৰ নিচিনা শিশুৰ অতিশয় প্ৰিয় মই আন এটা অসমীয়া গীত দেখা নাই। কি ডিব্ৰুগড়ৰ অকণিয়েই হওক, কি যোৰহাট, কি নলবাৰীৰ অকণিয়েই হওক সকলো অকণিৰে এইটো অতিশয় প্ৰিয় গীত। অসমৰ কথা নকওঁ, আমেৰিকাত ডাঙৰ হোৱা, ভালকৈ অসমীয়া ক'ব নোৱৰা অকণিহঁতেও এই গীতটো শুনিলে তাক দুনাই শুনিবলৈ বিচাৰে আৰু তাক শিকি গাবলৈ চেষ্টা কৰে। তেনে বহুত অকণিক সন্তুষ্ট কৰিবলৈ মই সেই গীতটো বহুতকে যোগাবলগীয়া হৈছে। সম্ভৱ কথা সৰল আৰু সুৰটো সহজে আহৰণ কৰিব পৰা হোৱা কাৰণেই গীতটোৰ সেই গুণ। বিষ্ণুপ্ৰসাদ ককাইদেউৰ মহত্ত্ব আৰু কিয় অসমীয়াৰ তেওঁ ইমান আপোন তাক অকণিহঁতৰ মাজত তেওঁৰ এনেকুৱা গীতৰ জনপ্ৰিয়তাৰপৰাই উপলব্ধি কৰিব পাৰি।

সাধনা বৰুৱাৰ কণ্ঠত 'বৈ বৈ কেতেকী বিনাবই' গীতটো আমি শুনিবলৈ পাইছোঁ। এইটোও 'বিলতে হালিছে ধুনীয়া পদুমী ফুলনিত ফুলিছে ফুল'ৰ দৰে এটা মনোমোহা গীত। সম্ভৱ এই গীতটো বিষ্ণুপ্ৰসাদ ৰাভাই ৰচা নহয় বুলি ওলোৱা এক বিতৰ্কৰ কাৰণে গীতটোৰ প্ৰচলন নাইকিয়া হ'ল।

**জন্মাষ্টমী**

জ্যোতিপ্ৰসাদ আগৰৱালাৰ আৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ আন এটি মিল হৈছে যে তেওঁলোক দুয়ো আদৰ্শ শিল্পীৰূপে শ্ৰীকৃষ্ণৰ মাহাত্ম্য হিয়াই হিয়াই উপলব্ধি কৰিছিল। স্কটলেণ্ডৰ এডিনবৰা বিশ্ববিদ্যালয়ত পঢ়িবলৈ গৈ ছুট-টাই পিন্ধা জ্যোতিপ্ৰসাদে শ্ৰেণীত উৎকণ্ঠাৰে বহি থাকোঁতে যেতিয়া ব্ৰিটিছ অধ্যাপক কীথে ধুতী-পাঞ্জাবী পৰিধান কৰি ভাৰতীয় সংস্কৃতি আৰু কৃষ্ণৰ জয়গান গাবলৈ ধৰিলে তেতিয়া জ্যোতিপ্ৰসাদৰ আত্মসন্মান বাঢ়িল। জ্যোতিপ্ৰসাদে পঢ়া-শুনা বাদ দি যি সংগীত চৰ্চাতহে লাগিল। জ্যোতিপ্ৰসাদ আগৰৱালাই শ্ৰীকৃষ্ণক সখাৰূপে

ল'লে। কৃষ্ণক সখাৰূপে পোৱাৰ লগে লগে জ্যোতিপ্ৰসাদৰ শিল্পীপ্ৰাণ জাগৰিত হ'ল আৰু আৰম্ভ হ'ল তেওঁৰ অপৰূপ সৃষ্টিবিলাক। ভাৰতীয় সংস্কৃতিৰ আধাৰতেই তেওঁ ব্ৰতী হ'ল চিৰসুন্দৰৰ পূজাত। তেওঁৰ গীতত সেই ভাব-আৱেগেই প্ৰকাশ পালে। সেয়েহে তেওঁ ৰচিলে কুৰি শতিকাৰ আটাইতকৈ জনপ্ৰিয় গীতৰ ভিতৰত অন্যতম 'মোৰে জীৱনৰে সখা কৃষ্ণ'। সেই গীতটো প্ৰাণ ঢালি গাই তাত প্ৰাণ দিলে বিষ্ণুপ্ৰসাদ ৰাভাই। বিষ্ণুপ্ৰসাদ ৰাভাই পৰিৱেশন কৰা গীতবিলাকৰ ভিতৰত এইটোৱেই হয়তো তেখেতৰ আটাইতকৈ প্ৰিয় গীত আছিল। তথাপি বিষ্ণুপ্ৰসাদ ৰাভাৰ কৃষ্ণপ্ৰেমৰ অনুপ্ৰেৰণা জ্যোতিপ্ৰসাদৰপৰা অহা নাছিল।

তেওঁৰ কৃষ্ণপ্ৰেমৰ উৎস হৈছে স্কুলীয়া দিনৰেপৰা উদ্ভৱ হোৱা তেওঁৰ সংস্কৃতি আহৰণৰ প্ৰতি আকুলতা। জীৱনৰ আদি ভাগতে বিষ্ণুপ্ৰসাদ ৰাভাদেৱে গুৰু শংকৰ আৰু মাধৱৰ অপৰূপ সৃষ্টিবিলাকৰ যোগেদি গুৰু দুজনাৰ অপাৰ মহিমা আৰু সেইবিলাকৰ অনুপ্ৰেৰণাৰ উৎস শিল্পী কৃষ্ণৰ মাহাত্ম্য অনুভৱ কৰিবলৈ সমৰ্থ হৈছিল। সেয়েহে তেওঁ স্কুলীয়া দিনৰেপৰা গুৰু দুজনাই দেখুওৱাৰ দৰেই শিল্পী কৃষ্ণৰ পূজা আৰম্ভ কৰে।

স্কুলীয়া ছাত্ৰ হৈ থাকোঁতেই ১৯২৫ চনত বৰপেটাত চাকৰি কৰা ভিনিহিয়েক ডাক্তৰ ধাৰাৰাম মেচৰ লগত থাকি বিষ্ণুপ্ৰসাদে বৰগীতৰ প্ৰশিক্ষণ লয়। তাৰ পিছত তেওঁ যেতিয়াই সুবিধা পাইছে তেতিয়াই বৰপেটাৰ সেই ঘৰখনলৈ আহি সত্ৰীয়া সংস্কৃতিবিলাক অধ্যয়ন কৰে। তাতেই তেওঁৰ হৰমোহন বায়ন আৰু গিৰীশ বায়নৰ লগত বৰগীতৰ যোগেদি সাক্ষাৎ হয়।

১৯২৮ চনতে ছোভিয়েট নৃত্যপটীয়সী আনা পাভলাভাই কোৱা 'ভাৰতত নৃত্য শিক্ষা লাভ কৰা অতি সহজ। নৃত্যৰ সকলো বস্তুৱেই ইয়াত আছে। ঠায়ে ঠায়ে সিঁচৰতি হৈ থকা শিলৰ মূৰ্তিৰ ভংগিমাকেই গতিশীল কৰি তালত পেলাই দিলেই ভাবব্যঞ্জক নৃত্য হ'ব পাৰে।' কথাষাৰ শুনাৰ পিছতেই তেওঁ পোনেই বৰপেটালৈ গৈ দশাৱতাৰ নৃত্যৰ প্ৰখ্যাত শিল্পী পীতাম্বৰ ওজা আৰু আন আন ওজাৰ ওচৰত নৃত্যৰ জ্ঞান আহৰণ কৰে।

কলেজীয়া শিক্ষাক দূৰতে বিদূৰ কৰিও তেওঁ পুনৰ বৰপেটালৈ আহি বৰপেটাৰ আশে পাশে থকা গণককুচি, পাটবাউসী, কুমাৰচ, বাৰাদি, সুন্দৰীদিয়া, জনীয়া আদি সত্ৰলৈ গৈ ক'ত কি সংগীত সম্পদ, চিত্ৰ, ভাস্কৰ্য আছে সংগ্ৰহ আৰু আয়ত্ত কৰে। তদুপৰি তেওঁ সমগীতৰ ওস্তাদ খৰ্গেশ্বৰ দাস, দয়ালু চন্দ্ৰ সূত্ৰধৰ, বলৰাম বায়ন আদি ঘাই ওজাসকলৰপৰা শংকৰী সংস্কৃতিৰ জ্ঞান আহৰণ কৰে।

এইবিলাকৰ যোগেদি বিষ্ণুপ্ৰসাদ ৰাভাই জীৱনৰ আদি ভাগতে এই সত্যৰ সন্ধান পাইছিল যে শ্ৰীকৃষ্ণই সংস্কৃতিৰ আধাৰ আৰু সকলো সৃষ্টিৰ মূল প্ৰেৰণা। তাৰপিছত যেতিয়া তেওঁ জ্যোতিপ্ৰসাদে শ্ৰীকৃষ্ণক সখা বুলি লৈ শিল্পীপ্ৰাণক প্ৰকাশ কৰাত লাগি যোৱা দেখিলে তেৱোঁ শ্ৰীকৃষ্ণক বুজিবলৈ দেহে-কেহে লাগি গ'ল। বিষ্ণুপ্ৰসাদ ৰাভাৰ মনত শ্ৰীকৃষ্ণৰ জন্মৰ ৰহস্যাই কৌতূহল ওপজাইছিল। বিষ্ণুপ্ৰসাদ ৰাভাৰ মতে কৃষ্ণৰ ৰহস্যময় জন্ম কাহিনীৰ উদ্দেশ্য হৈছে আমাক তেওঁৰ জন্মৰ প্ৰয়োজন আৰু জগতৰ কল্যাণ সাধন কৰিবৰ কাৰণে তেওঁৰ আবিৰ্ভাৱৰ ৰহস্য উপগম কৰোৱা। ৰাভাদেৱে সেই জন্মৰ কাহিনী তাৰ অন্তৰ্নিহিত অৰ্থ নাটকীয়ভাৱে স্পষ্ট কৰিবলৈ সৃষ্টি কৰে তেওঁৰ 'জন্মাষ্টমী' নাটিকা।

অৱতাৰবাদৰ মূল সূত্ৰ হৈছে যেতিয়াই পৃথিৱীত ধৰ্মৰ গ্লানি হয়, যেতিয়াই দুৰ্জনে সাধাৰণ লোকৰ ধৰ্মৰ পথক কাৰাৰুদ্ধ কৰিবলৈ চেষ্টা কৰে তেতিয়াই অৱতাৰসকলৰ আবিৰ্ভাৱ হয়। সেই অৱতাৰসকলে মানৱী জীৱন লৈ সেই দুৰ্জনক দমন কৰি পৃথিৱীত পুনৰ ধৰ্ম সংস্থাপন কৰে। ধৰ্ম কি? দুৰ্জনৰ চৰিত্ৰ কেনে? দুৰ্জনেনো কেনেদৰে ধৰ্মৰ গ্লানি কৰে? আদি প্ৰশ্নৰ বিষ্ণুপ্ৰসাদ ৰাভাই অতি কম কথাৰে আৰু মনোমোহা গীত-মাতেৰে তেওঁৰ 'জন্মাষ্টমী' নাটিকাত স্পষ্ট কৰিছে। সেয়েহে তেওঁ নৰাধম কংসই কেনেদৰে ধৰ্মৰ গ্লানি কৰিছে তাক উদঙোৱাৰ লগতে বাসুদেৱ আৰু দৈৱকীৰ যোগেদি সম্ভ্ৰান্ত মানৱক প্ৰকাশিছে।

'জন্মাষ্টমী' নাটিকাৰ আৰম্ভণি দৃশ্য হৈছে কংসৰ ভনী দৈৱকী আৰু বাসুদেৱৰ বিয়াৰ দিনা। সেই শুভদিনৰ উলহ-মালহ তেওঁ এটি আনন্দপূৰ্ণ গীতেৰে (সোণোৱালী ৰথৰ শাৰী) প্ৰকাশ কৰিছে। কিন্তু আকাশবাণীয়ে দৈৱকী পুত্ৰৰ হাতত কংসৰ মৃত্যু হ'ব বুলি কৰা ভৱিষ্যৎ বাণী শুনি কংসৰ স্বৰূপ ওলাই পৰে। ভনীয়েকৰ বিবাহৰ সকলো উলহ-মালহৰ অৱসান ঘটাই দুষ্ট কংসই দৈৱকীক নৰ্তকী বুলি গালি পাৰি চুলিত ধৰি চোঁচৰাই আনে। তাকে দেখি বসুদেৱে কংসক মৰণৰ ভয়ত তেনে গৰ্হিত কাম নকৰিবলৈ সাৱধান কৰি দিয়াৰ উপৰি প্ৰতিজ্ঞা কৰে যে দৈৱকীৰ সন্তান জন্ম হ'লে তেওঁ আনি কংসৰ হাতত দিব।

বসুদেৱে নিজৰ কথা ৰাখি প্ৰথম সন্তানক আনি কংসৰ হাতত দিয়াৰ পিছত কিন্তু কংসৰ ভয় হয় যে বসুদেৱে হয়তো নিজৰ সন্তানৰ সলনি আনৰ সন্তানকহে তেওঁৰ হাতত দিবহি। সেয়েহে তেওঁ বসুদেৱ আৰু দৈৱকীক কাৰাগাৰত বন্দী কৰি থয়। পিছত বসুদেৱে সপোনত কৃষ্ণ আৰু মহামায়া জন্মৰ আগন্তুক ঘটনাৰ সম্ভেদ পাই তাক দৈৱকীৰ আগত বিৱৰিলে। কিন্তু কাৰাগাৰৰ ভিতৰত কৃষ্ণ জন্ম হোৱাৰ পিছত কি কৰিব তাক লৈ বিবুদ্ধিত পৰা দেখি কৃষ্ণই দৈৱকীৰ কোলাৰপৰা নিৰ্দেশ দিলে, 'দেউতা, মোক গকুলৰ নন্দৰ ঘৰলৈ লৈ ব'লক।' কাৰাগাৰৰ জপনা মেল খালে আৰু বসুদেৱে কেঁচুৱা কৃষ্ণক যশোদাৰ কাষত থৈ কেঁচুৱা মহামায়াক লৈ আহি দৈৱকীৰ কোলাত দিলেহি। বসুদেৱে দৈৱকীক বাটিত হোৱা ঘটনাবিলাক বৰ্ণাই থাকোঁতেই কংসই আহি মহামায়াক হত্যা কৰিবলৈ লোৱাত বসুদেৱ আৰু দৈৱকীয়ে সেই শিশু নাৰীক হত্যা নকৰিবলৈ কাবৌ-কাকূতি কৰিলে। কংসই হত্যা কৰিবলৈ লওঁতেই মহামায়াই নিজৰ স্বৰূপ প্ৰকাশি কংসৰ ধ্বংস যে নিশ্চিত তাক দঢ়াই কৈ অন্তৰ্ধান হ'ল। 'জন্মাষ্টমী'ৰ শেষ দৃশ্য হৈছে গকুলত শিশু কৃষ্ণৰ স্বৰূপ উপলব্ধি কৰি গকুলবাসীয়ে কৰা আনন্দ উৎসৱ।

প্ৰচলিত কৃষ্ণৰ জন্ম কাহিনীটোকে বিষ্ণুপ্ৰসাদ ৰাভাই তাক কেনে মনোগ্ৰাহীকৈ উপস্থাপন কৰিছে সেইটোহে আকৰ্ষণীয়। প্ৰথমেই, নাটকখনৰ সংলাপ অতি বলিষ্ঠ। দ্বিতীয়তে, অভিনয় বিচাৰ কৰিবলৈ কেৱল শুনা বচনতে নিৰ্ভৰ কৰিবলগীয়া যদিও কংসৰ ভাৱত বিষ্ণুপ্ৰসাদ ৰাভা, বসুদেৱৰ ভাৱত প্ৰবোধচন্দ্ৰ বৰুৱা আৰু দৈৱকীৰ ভাৱত প্ৰফুল্লবালা বৰুৱাই এনে ভাববাহকভাৱে বচনবিলাক মাতিছে যে সকলো ঘটনা আমাৰ চকুৰ আগতে ঘটিবলৈ ধৰিছে যেন অনুমান হয়। তৃতীয়তে, বিষ্ণুপ্ৰসাদ ৰাভাই কেইটামান মনোগ্ৰাহী নাটকীয় উপাদান সুন্দৰকৈ সংযোগ কৰি নাটকখন শ্ৰৱণীয় কৰিছে। উদাহৰণস্বৰূপে, কিংকৰ্তব্যবিমূঢ় হোৱা বসুদেৱক দৈৱকীৰ

কোলাৰপৰা কৃষ্ণই কোৱা— 'দেউতা, মোক গকুলৰ নন্দৰ ঘৰলৈ লৈ ব'লক' (শিশু মমতা বৰুৱাৰ কণ্ঠত) ইমান মৰ্মস্পৰ্শী হৈছে যে তাক বাৰে বাৰে শুনিবলৈ মন যোৱাটো স্বাভাৱিক।

'জন্মাষ্টমী'ৰ আটাইতকৈ আকৰ্ষণীয় উপাদান হৈছে বিষ্ণুপ্ৰসাদ ৰাভাই তাত সংযোগ কৰা গীত, নাম আৰু প্ৰাৰ্থনা গীত। দেৱকীৰ বিবাহথলীত গোৱা 'সোণোৱালী ৰথৰ শাৰী মোহনীয়াকৈ নামে', কংসক সাৱধান কৰি দি গোৱা গীত 'শুন হেৰ' অবোধ কংস'ৰ উপৰি কেইটামান নামৰ সুৰ আৰু 'মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো' প্ৰাৰ্থনা গীত কেইটা পৰিৱেশন কৰা হৈছে। এই সকলোবিলাক থলুৱা সুৰেৰে তেওঁ ন-ৰূপত সজাই-পৰাই পৰিৱেশন কৰিছে প্ৰবোধচন্দ্ৰ বৰুৱা পৰিয়ালৰ প্ৰফুল্লবালা, সাধনা, মমতা, গিৰিজা বৰুৱাৰ লগতে প্ৰিয়বালা ৰাভা আৰু প্ৰীতিবালা দত্তই নাটকখনৰ গীত অংশক বিশেষ মনোগ্ৰাহী কৰিছে। তদুপৰি বিষ্ণুপ্ৰসাদ ৰাভাই নিজৰ কণ্ঠত পৰিৱেশন কৰা 'মুক্তিত নিস্পৃহ যিটো' প্ৰাৰ্থনা গীতটোৱে নাটকখনৰ সৌন্দৰ্য বঢ়াইছে। নিভাঁজ অসমীয়া সুৰ আৰু পাৰদৰ্শী পৰিৱেশনে 'জন্মাষ্টমী'ক অতি শ্ৰুতিমধুৰ কৰিছে। আমাৰ আক্ষেপ এয়েই যে গ্ৰামোফোন ৰেকৰ্ডৰ সময়ৰ সীমাবদ্ধতাৰ কাৰণে গীতবিলাক চুটি চুটি কৰা হৈছে আৰু প্ৰাৰ্থনা গীতকে ধৰি নামগীতবিলাক সম্পূৰ্ণকৈ গোৱা হোৱা নাই।

শেষৰ দৃশ্যত গকুলৰ আনন্দ-অলহ-মালহৰ যোগেদি বিষ্ণুপ্ৰসাদ ৰাভাই জন্মাষ্টমী কেনেকৈ পালন কৰিব লাগে তাকে দেখুৱাবলৈ চেষ্টা কৰিছে যেন অনুমান হয়। নাটিকাখনত জন্মাষ্টমীৰ উপযোগী দুটা সুমধুৰ গীত পৰিৱেশন কৰিছে। তাৰে এটা একপ্ৰকাৰ পৰম্পৰাগত আৰু আনটো বিষ্ণুপ্ৰসাদ ৰাভাৰ নিজৰ ৰচনা। গীত দুটা হ'ল ঃ 'কলমৌ পাততে গোসাঁই উপজিলা মংগলবাৰৰ দিনা ৰাতি' আৰু আনটো হ'ল 'গোসাঁই উপজিলা ৰূপে বিনন্দীয়া অ'।' শেষত বিষ্ণুপ্ৰসাদ ৰাভাই নাটকখনৰ মূল উদ্দেশ্য এনেদৰে বৰ্ণনা কৰিছে— 'ভকতসকল, আজি যি মহাপুৰুষ আমাৰ মাজত আহি দৰশন দিছে তেওঁ আহিছে জগতৰ কল্যাণৰ কাৰণে, আহাঁ আমি সকলোৱে তেওঁৰ ওচৰত শৰণ লওঁ।'

'বিহুৱতী' নাটকৰ যোগেদি বিহু উৎসৱক শৃংখলা লগাই অসমৰ জাতীয় উৎসৱৰূপে আদৰিবলৈ পথ দেখুওৱাৰ দৰে 'জন্মাষ্টমী' নাটকৰ যোগেদি ৰাভাদেৱে কৃষ্ণৰ জন্ম উৎসৱ পালনৰ যোগেদি শিল্পী আৰু অৱতাৰ কৃষ্ণৰ মহিমা বুজাৰ প্ৰয়োজনীয়তা বুজাবলৈ চেষ্টা কৰিছে। তেওঁৰ এইটো স্পষ্ট মত যে কৃষ্ণক নুবুজাকৈ গুৰু শংকৰ আৰু গুৰু মাধৱৰ সৃষ্টিবিলাকৰ মহত্ত্ব উপলব্ধি কৰা অসম্ভৱ আৰু শংকৰ-মাধৱে দি যোৱাখিনিৰ অবিহনে অসমীয়া সংস্কৃতি ৰূপ-ৰস-গন্ধবিহীন।

বিষ্ণুপ্ৰসাদ ৰাভাৰ কৃষ্ণ পূজাৰ অন্যতম প্ৰসাদ 'জন্মাষ্টমী'ত অনেক বহুমূলীয়া সম্পদ আছে। সেইখন ৰেডিঅ' নাটকৰূপে পৰিৱেশন কৰাৰ উপৰি তাক অলপ দৃশ্যমান ৰূপ (Video) দি সজাই-পৰাই উলিয়ালে অসমীয়াই শিল্পী কৃষ্ণৰ স্বৰূপ উপলব্ধি কৰাত সহায় হ'ব বুলি আশা কৰিব পাৰি।

**বিহুৱতী**

গ্ৰামোফোন ৰেকৰ্ডত বিষ্ণুপ্ৰসাদ ৰাভাই বাণীবদ্ধ কৰা প্ৰথম নাটিকা হৈছে ১৯৩৭ চনত

বাণীবদ্ধ কৰা 'বিহুৱতী' নাটিকা। এই নাটিকাখন প্ৰচাৰ কৰাৰ প্ৰধান উদ্দেশ্য আছিল বিহুৰ সংস্কৃতিক শৃংখলাবদ্ধ কৰা আৰু তাক বৃহৎ অসমীয়া জাতিৰ আপোন কৰা। কুৰি শতিকাৰ আগভাগলৈকে বিহু ঘাইকৈ অসমৰ আৰ্যভিন্ন জনগোষ্ঠীৰ মাজতে আৰু সাধাৰণতে গাঁও অঞ্চলতহে সীমাবদ্ধ আছিল। চহৰৰ লোকে বা সম্ভ্ৰান্ত অসমীয়াই বিহুক অশ্লীল বা অশালীন বুলি দূৰতে বিদূৰ কৰিছিল। তদুপৰি নামনি অসমত বিহুৰ প্ৰচলন খুব কম আছিল। আনকি শিৱসাগৰ, যোৰহাটৰ নিচিনা চহৰতো বিহুক সমাদৰ জনোৱা নহৈছিল। ১৯২০ চনত শিৱসাগৰত জন্মগ্ৰহণ কৰি তাতে ডাঙৰ-দীঘল হোৱা মোৰ সৰু মামা কাৰ্তিক হাজৰিকাই কৈছিল যে তেওঁলোকে লুকাই-চুৰকৈ দিচাংমুখ আদি ঠাইলৈ গৈ বিহু নাচ চাইছিল।

যোৰহাটত জন্মগ্ৰহণ কৰি যোৰহাটতে ডাঙৰ-দীঘল হোৱা দেউতা আৰু দদাইদেউইঁতৰ মতে তেওঁলোকে নিজৰ বা ওচৰৰ গাঁৱলৈ হুঁচৰি গাবলৈ গৈছিল কিন্তু তেওঁলোকৰ দিনত 'বিহুতলী' বোলা বস্তু এটা নাছিল। তেওঁলোকে যি বিহুগীত গাইছিল আৰু নাচিছিল সেই সকলো সেই সেই চোতালবিলাকতে কৰা হৈছিল। তেওঁলোকে নাচিবৰ কাৰণে আন কোনো 'বিহুতলী'লৈ যোৱা নাছিল। ওপৰ অসমৰ আৰ্যভিন্ন জনগোষ্ঠীৰ বসতি থকা অঞ্চলত নানা ৰূপত হুঁচৰি আৰু নানা ৰকমৰ বিহুতলীত নানা ধৰণেৰে ডেকা-গাভৰুৱে মিলি বা বেলেগে বেলেগে বিহু নচাৰ প্ৰথা প্ৰচলিত আছিল। সেয়েহে অসমৰ সকলো ৰাইজকে বিহুক আদৰিবলৈ শিকাবৰ কাৰণে বিশেষকৈ নগৰ-চহৰৰ অসমীয়াক বিহুৰ সংস্কৃতিক আদৰিবলৈ বিষ্ণুপ্ৰসাদ ৰাভাই সৃষ্টি কৰিলে 'বিহুৱতী' নাটিকা ।এইখন তেখেতৰ আটাইতকৈ সফল আৰু আটাইতকৈ জনপ্ৰিয় গ্ৰামোফোন নাটিকা।

'বিহুৱতী'ৰ কাহিনী সহজ-সৰল যদিও অতি আকৰ্ষণীয় কাৰণ সেয়া নিঃসন্দেহে বিষ্ণুপ্ৰসাদ আৰু তেওঁৰ পত্নী প্ৰিয়বালাৰ নিজৰ জীৱনৰ কাহিনী। সৰুতেই আই-বোপাইক হেৰুৱাই নিঠৰুৱা হোৱা ৰংদৈৰ বায়েক বগীতৰা আৰু ভিনিহিয়েক শুধাই বৰুৱাৰ ঘৰমতে ডাঙৰ-দীঘল হৈছে। ওচৰতে থকা নেনা ককাইদেউৰ গীত-মাতে ৰংদৈৰ অন্তৰত প্ৰেমৰ বতৰা আনিছিল। বিহুতলীত তেওঁলোকৰ মনৰ আৰু ভাবৰ আদান-প্ৰদান হয় আৰু ইজনে সিজনক গ্ৰহণ কৰিবলৈ সাজু হয়। তেওঁলোকে অতি অনাড়ম্বৰভাৱে বায়েক, ভিনিহিয়েক, গাঁওবুঢ়া আৰু গাঁৱৰ বুঢ়া-মেথাৰ আশীৰ্বাদেৰে বিবাহপাশত আবদ্ধ হয়। তথাপি 'বিহুৱতী'ৰ কাহিনী গৌণ আৰু গীত-মাত আৰু সাংস্কৃতিক তাৎপৰ্যহে মুখ্য। তদুপৰি 'বিহুৱতী'ৰ গীত আৰু সুৰৰ কাব্যিক সৌন্দৰ্য মনোমোহা।

নায়িকা ৰংদৈৰ ভাও লৈছিল প্ৰিয়বালাই, ৰংদৈৰ বায়েক বগীতৰাৰ ভাৱত আছিল প্ৰফুল্লবালা, বগীতৰাৰ গিৰিয়েক শুধাইৰ ভাৱত প্ৰবোধ বৰুৱা আৰু নায়ক নেনাৰ ভাৱত স্বয়ং বিষ্ণুপ্ৰসাদ, শিশু সাধনা বৰুৱাই শিশু গুলচিৰ ভাও লৈছিল।

'বিহুৱতী'ৰ প্ৰথম দৃশ্য হৈছে নৈৰ পাৰত পানী আনিবলৈ যোৱা ৰংদৈয়ে বিহুৰ আগমনৰ আৰু নিজৰ মনৰ বতৰা দিয়া গীতেৰে। গীত কেইটাৰ কথা এনেধৰণৰ—

কপৌ চৰায়ে বিনাই বিহু বিহু বিহুকৈ

মলয়াই কিননিত কঁপাই বন বননি

অ' মোৰ বিহুটি অ'

অ' মোৰ বিহুটি অ'

অ' মোৰ বিহুটি অ'

আকাশতে বগলী উৰি যায় পাখি মেলি

শুকুলা বতাহকে ধৰি

উৰুৱাই ৰিহাৰ আঁচল

খোপাত গুজি কপৌ ফুল

উজলালে লুইতৰে ঐ পানী।

অলপ পিছতে সৰুদৈচিলাই ৰঙালী বিহুৰ বাতৰি দিয়াৰ লগে লগে ৰংদৈৰ জীৱনলৈ ৰঙালী বিহুৰ বাতৰি লৈ নেনাইয়ে তেওঁৰ জীৱন আকাশখনে ছাটি ধৰেহি। বগীতৰাই বিহুৰ জলপানৰ কাৰণে চিৰা, সান্দহ আদি জলপানৰ যোগাৰ কৰিছে আৰু তাঁতত বহি প্ৰিয়জনৰ কাৰণে গামোচা বৈ আছে যদিও গিৰিয়েক গুধাই দুৰণিৰপৰা আহি নোপোৱা কাৰণে ঘৰখনত প্ৰিয়জনৰ অভাৱ। সেয়েহে বগীতৰাই তাঁতৰ শালত বহি বিষণ্ণ মনেৰে গীত জুৰিছে 'বহোঁ তাঁতশালত চকু আলিবাটত'। নাটকৰ পৰিস্থিতিৰ লগত খাপ খুৱাই নিচুকণি গীত আৰু বিয়ানামৰ সুৰ মিলাই বিষ্ণুপ্ৰসাদ ৰাভাই এই গীতটোক অতি শুৱলাভাৱে সজাইছে আৰু পাৰদৰ্শী গায়িকা প্ৰফুল্লবালাই অতি মৰ্মস্পৰ্শীৰূপে তাক পৰিৱেশন কৰিছে।

গুধাই ঘৰ আহি পোৱাৰ পিছত ৰঙালী বিহুৰ ৰং-ধেমালি আৰম্ভ হয় আৰু 'অতিকৈ চেনেহৰ মুগাৰে মহুৰা গীতেৰে'। এই গীতটো সম্ভৱ প্ৰিয়বালা ৰাভাই পৰিৱেশন কৰিছিল। তেওঁ এই গীতটো ইমান মিঠা আৰু ইমান আৱেগময়ভাৱে প্ৰকাশ কৰিছে যে সি প্ৰতি অসমীয়াৰ মনত স্পন্দন তোলাটো স্বাভাৱিক। তাৰ পিছত বিহু আৰম্ভ হয়— গৰু বিহুৰ দিনা নৈত খেতিয়কে গৰু-ম'হক 'লাও খা বেঙেনা খা দিনে দিনে বাঢ়ি যা' গাই গাই গা ধুৱাইছে।

মানুহ-বিয়াৰ দিনা ৰাভাদেৱে হুঁচৰিৰ সংস্কৃতি প্ৰতিষ্ঠা কৰিছে। আলিয়েদি 'প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন' ঘোষা গাই গাই হুঁচৰি দলে আহি 'দেউতাৰ পদুলিত গোন্ধাইছে মাদুলী' বুলি হৰিধ্বনিৰে গুধাইৰ চোতালত সোমাইছেহি। তাৰ পিছত তেওঁলোকে হুঁচৰিৰূপে গাইছে পগলা-পাগলীৰ গীত (বা হৰ-পাৰ্বতীৰ) গীত বুলি জনাজাত থলুৱা গীতটি। শেষত গৃহস্থ আৰু পৰিয়ালবৰ্গই শৰাইত মাননি আগবঢ়াই আশীৰ্বাদৰ কাৰণে হুঁচৰি দলৰ আগত আঁঠু লৈছে। এই হুঁচৰিৰ দৃশ্যটো এই কাৰণেই বিশেষ তাৎপৰ্যপূৰ্ণ যে ইয়াৰ যোগেদি ৰাভাদেৱে হুঁচৰিৰ সংস্কৃতিক বৃহৎ অসমৰ ৰাইজৰ পৰিচিত কৰিলে আৰু পগলা-পাগলীৰ গীতটি হুঁচৰিৰ গীত বুলি প্ৰতিষ্ঠা কৰিলে। আজিও অসমৰ নগৰে-চহৰে এই গীতটোৱেই হয়তো আটাইতকৈ বেছি জনপ্ৰিয় গীত। আনকি আমেৰিকাত আজি প্ৰায় দুকুৰি বছৰ অসমীয়াই পতা বিহুত সদায় এইটোৱেই একমাত্ৰ হুঁচৰি গীত শুনা গৈছে। এইখিনি 'বিহুৱতী'ৰ বহুল প্ৰচাৰৰ পিছতহে হৈছে।

হুঁচৰিৰ পিছত 'বিহুৱতী'য়ে বিহুতলীলৈ লৈ গৈছে আৰু তাতেই ৰংদৈ আৰু নেনাই ইজনে সিজনক বুজি পাবলৈ সমৰ্থ হৈছে আৰু ইজনে সিজনক গ্ৰহণ কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈছে।

'বিহুৱতী'ৰ শেষ দৃশ্য হৈছে নেনা আৰু ৰংদৈয়ে বায়েক, ভিনিহিয়েক আৰু গাঁৱৰ বুঢ়া-মেথাৰ আশীৰ্বাদেৰে দ্বৈত জীৱনৰ শুভসূচনা কৰাৰ। অৱশ্যে গুলচিয়ে 'মাহীদেউৰ বিয়াতে অ' মনে তৰা, দৰাটো জপৰা অ' মনে তৰা' আদি যোৰা নামৰ জাউৰি তুলি 'বিহুৱতী'ৰ সামৰণি মাৰিছে।

'বিহুৱতী'খন যে সেই সময়ত অতি জনপ্ৰিয় হৈছিল আৰু 'বিহুৱতী' যে অসমবাসীৰ ঘৰে ঘৰে প্ৰৱেশ কৰিছিল তাত সন্দেহ নাই। আমি শৈশৱত গ্ৰামোফোন থকা যাৰে ঘৰলৈ গৈছিলোঁ সেই নাটিকাখন শুনা মনত আছে।

'বিহুৱতী'য়ে এটা ডাঙৰ কাম কৰিলে আৰু সেইটো হৈছে অসমৰ নগৰীয়া ৰাইজে বিহুক আদৰিবলৈ সাহস দিলে। ১৯৩৭ চনৰ পিছত অসমৰ নগৰে-চহৰে বিহুক আদৰিবলৈ আৰু বিহুক জাতীয় উৎসৱ কৰিবলৈ যি প্ৰচেষ্টা চলিল তাৰ মূল প্ৰেৰণা আহিছিল বিষ্ণুপ্ৰসাদ ৰাভাৰ 'বিহুৱতী' নাটিকাৰ বহুল প্ৰচাৰৰ পৰাই।■

# বিষ্ণুপ্ৰসাদ ৰাভাৰ নাটক আৰু সাংস্কৃতিক আন্দোলন

— অৰুণ শৰ্মা

আধুনিক অসমৰ সাংস্কৃতিক গতি আৰু স্বৰূপ নিৰ্ণয় কৰা সৰ্বশ্ৰেষ্ঠ ব্যক্তি দুজন হ'ল ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা আৰু কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা। ব্যক্তিগত জীৱনৰ ভালেমান দিশত দুয়োৰে যথেষ্ট বৈপৰীত্য আৰু বিভিন্নতা থাকিলেও অসমৰ জনসমাজখনক লৈ দুয়োৰে চিন্তা-ধাৰণা, অসমৰ এক বৃহৎ জাতিগঠনক লৈ দুয়োৰে concern, দুয়োৰে মতাদৰ্শও একে আছিল। যদিও জ্যোতিপ্ৰসাদ অহিংসবাদী আৰু গান্ধীবাদী আছিল আৰু বিষ্ণুপ্ৰসাদ আছিল মাৰ্ক্সীয়-লেনিন পন্থী। বিষ্ণুপ্ৰসাদ ৰাভাৰ বিষয়ে ক'বলৈ বা লিখিবলৈ গ'লে জ্যোতিপ্ৰসাদৰ কথাও প্ৰাসংগিক আৰু স্বাভাৱিকভাৱে আহে যদিও জ্যোতিপ্ৰসাদৰ নামোল্লেখমাত্ৰ কৰি লেখাটোত বিষ্ণুপ্ৰসাদ আৰু তেওঁৰ নাট্য-সম্ভাৰৰ দিশটোকহে থুলমূলকৈ সামৰিব খুজিছোঁ।

মাৰ্ক্সীয় পন্থীৰূপে বিষ্ণুপ্ৰসাদৰ মতাদৰ্শ আছিল শ্ৰেণীহীন সমাজব্যৱস্থা। সেয়ে ভাৰতীয় প্ৰেক্ষিততো তেওঁ স্পষ্টভাৱে কৈছিল, পুঁজিবাদী প্ৰশাসনে কোনোকালে শ্ৰমজীৱী কৃষক আৰু মজদুৰ সমাজৰ উন্নতি আৰু প্ৰগতি সাধন কৰিব নোৱাৰে। সৰ্বসাধাৰণৰ জীৱন প্ৰবাহ ব্যাহত হ'বলৈ বাধ্য। শ্ৰমজীৱী জনগণৰ স্বাৰ্থৰ হকে তেওঁৰ মতাদৰ্শৰ প্ৰতি যি গভীৰ নিষ্ঠা আৰু বিশ্বাস তাৰ ফলস্বৰূপেই তেওঁ মতাদৰ্শক ব্যক্তিগত জীৱনৰ সৈতে একাত্ম কৰিছিল। সেইপিনৰ পৰা বিষ্ণুপ্ৰসাদ ৰাভাক মহাত্মা গান্ধীৰ সৈতে ৰিজাব পাৰি। গান্ধীয়ে ৰেলৰ তৃতীয় শ্ৰেণীত ভ্ৰমণ কৰা, আঁঠুমূৰীয়া খদ্দৰৰ ধুতী পিন্ধি শুদা গাৰে থকা আদি কৰি প্ৰাত্যহিক জীৱনধাৰণ পদ্ধতিৰে ভাৰতীয় দৰিদ্ৰ জনগণৰ সৈতে সহমৰ্মিতা প্ৰকাশ কৰিছিল, জনগণৰ হকে কাম কৰিবলৈ ওলাই অহাৰ স্বাৰ্থত। একেদৰে বিষ্ণু ৰাভাই পিতৃ-পুৰুষৰপৰা লাভ কৰা আঢ়ৈ হাজাৰৰো অধিক বিঘা খেতিৰ মাটি দুখীয়া ৰাইজক বিলাই দিছিল। আৰু অসমৰ ইমূৰৰপৰা সিমূৰলৈ গাঁৱে-গাঁৱে সাধাৰণ মানুহৰ মাজে মাজে ঘূৰি ফুৰিছিল নিজ সামাজিক আদৰ্শৰে বলীয়ান হৈ! জনগণৰ বৃহত্তৰ স্বাৰ্থৰ হকে সমগ্ৰ শ্ৰমিক জনগণক সমন্বিত শক্তিৰে ওলাই আহিবলৈ তেওঁ আহ্বান জনাইছিল : "জাগ্ জাগ্ জাগ্ জাগ্ মজদুৰ নজোৱান, নিৰ্যাতিত-নিপীড়িত কৃষক শক্তিমান, তোৰ বাহুতে আছে লুকাই অসীম শক্তিবল, ৰণৰ শিঙা বাজে শুন ঐ, আগবাঢ়ি যাওঁ ব'ল।"

ৰাইজ আছিল সকলোৰে ঊৰ্ধ্বত। অসমীয়া সমাজত এই ভাবধাৰা পৰম্পৰাৰ অঙ্গ। "ৰাইজেই ৰজা গিয়াতিয়েই গঞা", অসমীয়া সমাজৰ এই প্ৰাচীন সাম্যবাদী ভাবধাৰা আৰু সংস্কৃতিৰ স্বৰূপ বিষ্ণুপ্ৰসাদে উপলব্ধি কৰিছিল। তেওঁৰ বিপ্লৱী জীৱনৰ অজ্ঞাতবাসৰ সময়ৰ কথা কওঁতে তেওঁ নিজেই কৈছে, "ৰাইজৰ মৰম-চেনেহ আমাৰ ৰক্ষা-কবচ। ৰাইজৰ

আশীষেই আমাৰ পাশুপাত অস্ত্ৰ। এই ৰক্ষা-কবচ আৰু পাশুপাত অস্ত্ৰৰ বলতেই আমি সুস্থ, বলিষ্ঠ, নিৰ্ভীক সৈনিক।"

দ্বিতীয়তে, এইজন মহান ভৱিষ্য-দ্ৰষ্টা ব্যক্তিয়ে এতিয়াৰপৰা পাঁচ-ছয় দশকৰ পূৰ্বেই অসমৰ জনগোষ্ঠীয় দিশটোত তেওঁৰ যি উদ্বিগ্নতা বলিষ্ঠকণ্ঠে প্ৰকাশ কৰি গৈছিল, জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'মই অসমীয়া' চিন্তা-ভাবনা-ধাৰণা আৰু বিশ্বাসৰ সৈতে সম্পূৰ্ণ এক বাক্যে আৰু এক সুৰে, যি গুৰুত্বসহকাৰে সাহিত্য, নাটক, কবিতা, গীতত শক্তিময় ভাষাত দাঙি ধৰি গৈছিল, সমকালীন অসমৰ ভাগ্য নিয়ন্তাসকলে অসমৰ সমাজ-গঠন প্ৰক্ৰিয়াত সেই গুৰুত্ব প্ৰদান কৰা হ'লে হয়তো অসমৰ আজিৰ এই থান্-বান হোৱাৰ পৰিস্থিতি নহ'লহেঁতেন। আমি নিজক অসমীয়া বুলি ক'বলৈ যাওঁতে সেই অসমীয়াজনৰ অসমীয়া সত্তাৰ স্বৰূপ আগৰৱালা আৰু ৰাভাই তেতিয়াই নিৰ্ণয় কৰিছিল। অসমীয়া সত্তাক এক বিশ্বজনীন সত্তালৈ ৰূপান্তৰ কৰাৰ কথা যেতিয়া কৈছিল, তেতিয়া অসমীয়া সত্তাটোৰ সৈতে অসমৰ সমূহ জনগোষ্ঠীয় সত্তাবোৰো একে গুৰুত্বসহকাৰে স্বীকাৰ কৰি লোৱাৰ কথাও কৈছিল। বিষ্ণু ৰাভাই বড়ো ভাষাত, মিচিং ভাষাত, সেই সময়তে কবিতা আৰু গীত লিখিছিল। ন পৃথিবীৰ নতুন যুগত সংগীতলেখ্যত বড়ো ভাষাৰ গীত সন্নিৱিষ্ট কৰিছিল। আগৰৱালাই 'মই অসমীয়া' কবিতাত উল্লেখ কৰাৰ দৰে ৰাভাইও তেওঁৰ সৃষ্টিশীল কৰ্মৰাজিত বনুৱা কৃষকৰ লগতে অসমৰ জনগোষ্ঠীয় লোকৰ জীৱনৰ প্ৰতিচ্ছবি দাঙি ধৰিছিল। অসামান্য আৰু বহুমুখী প্ৰতিভাৰ অধিকাৰী বিষ্ণু ৰাভাৰ জীৱনৰ অসামান্য কৰ্মৰাজিৰ ভিতৰত এই দুই দিশত, অৰ্থাৎ সাধাৰণ মানুহৰ জীৱন উত্তৰণৰ বাবে এক বিপ্লৱী চেতনাৰ সঞ্চাৰ আৰু সমগ্ৰ জনগোষ্ঠীয় লোকসকলক সামৰি এখন সম্পূৰ্ণ অসম গঠনৰ প্ৰক্ৰিয়াৰ বাস্তৱায়ন— এই দুই দিশত যিখিনি অৱদান আগবঢ়ালে সেয়েই অসমৰ জাতীয় ইতিহাসত বিষ্ণু ৰাভাৰ স্থানক সৰ্বাধিক গুৰুত্ব প্ৰদান কৰিছে।

বিষ্ণু ৰাভা আছিল এজন শিল্পী-গণনায়ক। এজন শিল্পী-বিপ্লৱী। এজন শিল্পপ্ৰাণ বিপ্লৱী। তেওঁৰ বিপ্লৱী মানসতাই উদ্দীপ্ত কৰি ৰাখিছিল তেওঁৰ শিল্পী সত্তাক। সেই শিল্পীসত্তাৰ সঁহাৰি দিয়েই তেওঁ হৈছিল কবি, সাহিত্যিক, নাট্যকাৰ, গীতিকাৰ, সুৰকাৰ, গায়ক, নৃত্যশিল্পী, চিত্ৰশিল্পী, অভিনয়শিল্পী। শিল্পজগতৰ এনে দিশ নাই যিহত ৰাভাৰ পাৰঙ্গতাৰ স্বাক্ষৰ আমি নোপোৱাকৈ থাকোঁ। তেওঁ এই শিল্পী পৰিচয়েৰেই ৰাজনৈতিক পলাতক হৈ অসমৰ গাঁৱে-ভূঞে ঘূৰি ফুৰোঁতে মানুহৰ মাজত মিলি যাবলৈ অতি সহজ হৈ উঠিছিল। সেইদৰেই মানুহৰ মাজে মাজে ঘূৰি ফুৰোঁতেও, তেওঁ অনেক গীত লিখিছিল, গীতৰ সুৰ ৰচনা কৰিছিল, কবিতা লিখিছিল, নাটকো লিখিছিল।

এই চুটি প্ৰবন্ধত বিষ্ণু ৰাভাৰ নিৰ্বাচিত কেইখনমান নাটকৰ কিছু আলোচনা কৰিবলৈ লোৱা হৈছে। বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰচনাসম্ভাৰত ৰাভাৰ মুঠ ছাব্বিশখন নাটক সন্নিৱিষ্ট কৰা হৈছে। তাৰে ভালেকেইখন নৃত্য-নাটিকা। এইখিনি ৰচনাকে ৰাভাৰ নাট্য-সমগ্ৰ বুলি ভাবিব পাৰি। এই কথা স্বীকাৰ্য যে কবিতা, গীত আৰু সুৰ ৰচনাত বিষ্ণু ৰাভাই প্ৰতিভাৰ যি বৈশিষ্ট্য আৰু অভিনৱত্ব প্ৰদৰ্শন কৰিছিল, তেওঁৰ সেই সৃষ্টিয়ে সাংস্কৃতিক ক্ষেত্ৰত যিদৰে আলোড়ন তুলিব

পাৰিছিল, নাট্য ৰচনাৰ ক্ষেত্ৰত তেওঁ সেই মান ৰক্ষা কৰিব পৰা নাই। 'যি সময়ত গণেশ গগৈৰ 'শকুনিৰ প্ৰতিশোধ', ফণী শৰ্মাৰ 'ভোগজৰা' নাইবা জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী'ৰ দৰে মানৰ নাট্য সৃষ্টি হৈছিল তাৰ তুলনাত ৰাভাদেৱৰ নাট্য ৰচনাৰ প্ৰভাব কিছু দুৰ্বল আছিল।

সি যি কি নহওক, সামগ্ৰিকভাৱে বিষ্ণু ৰাভাৰ নাটসমূহৰ মূল্যায়ন কৰিবলৈ যাওঁতে দেখা যায় তেওঁৰ মানসতাত তেওঁৰ সামাজিক সত্তাৰ যি স্বৰূপ সিয়েই তেওঁৰ নাট্য ৰচনাকো প্ৰভাৱান্বিত কৰিছে। সু-সাহিত্যিক যোগেশ দাসে বিষ্ণু ৰাভাৰ ৰচনা সমগ্ৰৰ আলোচনা কৰোঁতে নাটকৰ বিষয়ত উল্লেখ কৰিছে ঃ সক্ৰিয়ভাৱে ৰাজনীতিত অংশগ্ৰহণ কৰা ব্যক্তি হিচাপে বিষ্ণুপ্ৰসাদ ৰাভাৰ জাতীয় ভাব তেওঁৰ নাট্য-সাহিত্যত ফুটি উঠাটো স্বাভাৱিক। ভাৰতৰ স্বাধীনতাত সংগ্ৰাম বিশেষকৈ ইয়াৰ শেষ পৰ্যায়ৰ কথা তেওঁৰ কেইখনমান সামাজিক নাটকত প্ৰকাশ পাইছে। তেওঁ যদিও সশস্ত্ৰ বিদ্ৰোহত বিশ্বাসী আছিল তথাপি জাতীয় মুক্তি সংগ্ৰামৰ মূল বিষয়ত তেওঁৰ যি সাধাৰণ বিশ্বাস নাটকত ব্যক্ত হৈছে।' ল'ৰা-ছোৱালীৰ মনত এই অহিংস যুদ্ধৰ ঢৌ উঠা, ৪২ ৰ বিপ্লৱৰ কাৰ্যকলাপ সংগ্ৰামৰ কাষে কাষে এক শ্ৰেণী শঠ মানুহৰ দুৰ্নীতি-পৰায়ণতা ইত্যাদি চিত্ৰ তেওঁ যথেষ্ট সংযতভাৱেই অংকন কৰিছে।

বিষ্ণু ৰাভাৰ নাটকসমূহ আমি সাধাৰণভাৱে এনেধৰণে ভাগ কৰিব পাৰো ঃ নৃত্য-নাটিকা বা সঙ্গীতালেখ্য, সামাজিক নাটক, কাল্পনিক (fantacy) নাটক, কাব্য-নাটক, বুৰঞ্জীমূলক আৰু জীৱনীমূলক নাটক। আৰু দুখনমান কথাছবিৰ চিত্ৰনাট্য ৰূপত লেখা (জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'লভিতা'ৰ দৰে)। সামাজিক নাটককেইখনত সমাজৰ বাস্তৱ ছবি ৰূপায়ণ কৰিবলৈ যাওঁতে সেই সময়ৰ সমাজৰ সৰ্বাধিক গুৰুত্বপূৰ্ণ দিশটো অৰ্থাৎ ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰসঙ্গেৰে স্বদেশপ্ৰেমৰ বিষয়টোৱে প্ৰাধান্য লাভ কৰিছে। প্ৰায়কেইখন নাটকতে অসমৰ গাঁৱলীয়া সমাজৰ একোখন নিখুঁত প্ৰতিচ্ছবি ফুটি উঠিছে। কাল্পনিক পটভূমি লৈ ৰচনা কৰা নাটকত তেওঁৰ এক ৰোমাণ্টিক ব্যক্তিত্বৰ পৰিচয়ো পাওঁ। এনে নাটকৰ ভাষাই অতিৰিক্তভাৱে আলঙ্কৰিক হৈ পৰা পৰিলক্ষিত হৈছে। অৱশ্যে সামাজিক নাটককেইখনৰ সংলাপ সহজ-সৰল বাস্তৱধৰ্মী হৈছে যদিও মাজে-মাজে অনাৱশ্যকভাৱে সংলাপ দীঘলীয়া হোৱা কাৰণে স্বাভাৱিক কথন ৰূপৰ পৰিবৰ্তে সংলাপসমূহ বক্তৃতাধৰ্মী হৈ পৰিছে। ৰাভা মূলতঃ এজন গীতিকাৰ আৰু গায়ক হোৱা কাৰণে নাটকসমূহত গীতাংশই প্ৰাধান্য লাভ কৰিছে।

বিষ্ণু ৰাভাৰ নাটকৰ থূলমূল বৈশিষ্ট্যখিনি মনত ৰাখি তেওঁৰ দুখনমান নাটকৰ বিষয়ে কিছু আলোচনা কৰো। 'কৃষক' এখন সামাজিক নাটক। কাহিনীৰ ঘটনাৰাজি সংঘটিত হৈছে ১৯৪২ চনৰ স্বাধীনতা আন্দোলনৰ সময়ৰপৰা দেশে স্বাধীনতা লাভ কৰাৰ ঠিক পিছলৈকে। নাটকৰ মূল চৰিত্ৰ মাধৱ গাঁও অঞ্চলৰ ল'ৰা, নগৰত কলেজত পঢ়ি থকাৰপৰা বিয়াল্লিছৰ ভাৰত ত্যাগ আন্দোলনত যোগ দিয়াৰ অপৰাধত বহিষ্কাৰ হৈ গাঁৱলৈ ঘূৰি আহিছে আৰু গাঁৱত আন্দোলন সংগঠন কৰিছেহি। আন্দোলন বে-আইনী বুলি ঘোষণা কৰাত মাধৱে আত্মগোপন কৰি আন্দোলনৰ কাম কৰিবলৈ ল'লে। কিন্তু অলপ দিনৰ পিছত গাঁৱৰে চোৰাংচোৱাৰ সহায়ত পুলিচে মাধৱক বন্দী কৰিলে। তেওঁৰ এবছৰ জেইল হ'ল। ইতিমধ্যে আন্দোলনো শাম

কাটিছিল। মাধৱ অতি মেধাৱী ছাত্ৰ আছিল। সেয়ে জেলৰপৰা ওলাই তেওঁ আকৌ কলেজত I. Sc. পৰীক্ষা দি সুখ্যাতিৰে পৰীক্ষাত উত্তীৰ্ণ হৈ ডাক্তৰী পঢ়িবলৈ গ'ল। তেওঁ সময়মতে সুখ্যাতিৰে এম বি বি এছ পৰীক্ষাত উত্তীৰ্ণ হৈ ঘৰলৈ উভতিল আৰু পুনৰ গাঁৱতে সমাজসেৱাত ব্ৰতী হ'ল। ইতিমধ্যে দেশ স্বাধীন হৈছিল। কিন্তু মাধৱে ৰাইজক বুজাইছিল ঃ "আজি স্বাধীনতাৰ বীজ ফুটি অঙ্কুৰ ওলাইছে। এই অঙ্কুৰটো দেখিয়েই আমি আনন্দত বিহ্বল হৈছোঁহক। আচল স্বাধীনতাৰ ফল আমি এতিয়াও আচ্ছাদন কৰিব পৰা নাই। স্বাধীনতা তেতিয়াহে হ'ব যেতিয়া প্ৰত্যেক কৃষকেই শ্ৰমৰ ফল পাব, কৃষকৰ ভাত-কাপোৰৰ অনাটন দূৰ হ'ব, ল'ৰা-ছোৱালীক শিক্ষা দিবৰ সুবিধা পাব, অৰ্থৰ অভাৱত ল'ৰা-তিৰোতাৰ চিকিৎসাৰ ব্যৱস্থা কৰিব নোৱাৰি হাবাথুৰি খাই ফুৰিব নোৱাৰিব, প্ৰত্যেক মজদুৰেই যেতিয়া কাৰখানাৰ অংশীদাৰ হৈ পৰিব... যেতিয়া দেশত প্ৰকৃত সমাজবাদ প্ৰতিষ্ঠা হ'ব তেতিয়াহে দেশ স্বাধীন হ'ব। কৃষক-মজদুৰৰাজ প্ৰতিষ্ঠা হ'ব।"

কিন্তু এনে আদৰ্শৰ বাণী ৰাইজৰ মাজত ডাঙি ধৰিবলৈ, ৰাইজৰ মাজত কাম কৰিবলৈ সংকল্প লৈও, মাধৱে শেহত নিজ ঘৰৰে দাৰিদ্ৰ্যৰ তাড়নাত চোৰাংবেপাৰী, লাখ লাখ টকাৰ গৰাকী, চাহ বাগিছাৰ মালিকৰ ওচৰত চাকৰিৰ বাবে হাত পাতিবলগীয়া হ'ল। মাধৱে বাগিছাত চিকিৎসকৰ চাকৰি ল'লে।

নিষ্ঠুৰ বাস্তৱতাৰ তাড়নাত কিদৰে মানুহ আদৰ্শৰ পথৰপৰা বিচ্যুত হ'ব লগা হয়, সাধাৰণ ৰাইজৰ মাজত থাকি সেৱা আগবঢ়াবলৈ অহা এজন চিকিৎসকো কিদৰে অভাৱৰ তাড়নাত আদৰ্শচ্যুত হ'ব লগা হয়, তেনে ঘটনা-চিত্ৰণৰ মাজেৰে নাট্যকাৰে স্বাধীনতা লাভৰ পিছতো দেশৰ পৰিস্থিতিৰ প্ৰকৃত স্বৰূপ দাঙি ধৰিছে।

'সপোন কুঁৱলি' শিৰোনামেৰে নাটকখনত নগৰীয়া পটভূমিত এটি আঢ্যৱন্ত আধুনিক পৰিয়াল লোৱা হৈছে। পৰিয়ালটোত সাংস্কৃতিক পৰিৱেশ এটা থকাৰ উপৰি দেশপ্ৰেম আৰু জাতীয় ভাবাপন্ন চৰিত্ৰ সন্নিৱিষ্ট হৈছে। পৰিয়ালৰ মূল মানুহজন ইতিমধ্যে ভাৰতত্যাগ আন্দোলনত অংশ লৈ এদিন সমদলত পুলিচৰ নিৰ্যাতনত প্ৰাণত্যাগ কৰিব লগা হৈছিল। তেওঁৰেই আদৰ্শত অনুপ্ৰাণিত পৰিবাৰ-পুত্ৰ-কন্যা আদি চৰিত্ৰসমূহৰ মাজেৰে এটা সৰু কাহিনী দাঙি ধৰা হৈছে। নাটিকাখনিৰ চেৰী নামৰ এটা চৰিত্ৰৰ সংলাপৰ মাজেৰে ৰাভাই তেওঁৰ মতাদৰ্শৰ ইঙ্গিত দিছে এইদৰে ঃ "গান্ধীবাদৰ চৰম আদৰ্শ ৰামৰাজ্য স্থাপন কৰিব সেই লেনিনে, গান্ধীৰ লক্ষ্য অহিংসৰ পথ অনুসৰণ কৰা নহয়, বৈপ্লৱিক 'পন্থা অৱলম্বন কৰিহে।' বাল্যবিধবা চেৰী এগৰাকী নাৰ্ছ হৈ মহাযুদ্ধত পূব ইউৰোপৰ বহু ঠাইত ঘূৰিবলগা হোৱাত ঠাইসমূহৰ সামাজিক আৰু ৰাজনৈতিক ব্যৱস্থাসমূহৰ সংস্পৰ্শলৈ আহি এক নিজস্ব মতাদৰ্শ লাভ কৰিছিল। সেয়া আছিল মাৰ্ক্সীয় মতাদৰ্শ। নাটিকাখনৰ প্ৰধান বৈশিষ্ট্য হিচাপে নাটকৰ শেষৰ দৃশ্যত পোন্ধৰ আগষ্টৰ স্বাধীনতা দিবসৰ নিশা কিশোৰ-সন্তান দেউটিয়ে দেখা সপোনৰ মাজেৰে অসমৰ হিন্দু, মুছলমান, বড়ো, মিচিং, দেউৰী, ৰাভা, কামৰূপীয়া, উজনি অসমীয়া, চাহবনুৱা, কৃষক বিভিন্ন সমাজৰ ল'ৰা-ছোৱালীয়ে নাচি-নাচি দেশপ্ৰেমৰ গীত গাই ওলাই অহা দেখুৱা হৈছে। এই দৃশ্যৰপৰা আমি ইয়াকে বুজিব পাৰো ৰাভাই নতুন প্ৰজন্মৰ মনত স্বাধীন

ভাৰতৰ অসমত বাৰেবৰণীয়া জনগোষ্ঠীসমূহৰ সমন্বয় আৰু মিলনেৰে এখন বৃহৎ সমাজ গঢ়াৰ স্বপ্ন সঞ্চাৰহোৱাকে কামনা কৰিছিল।

ৰাভাৰ এখন অসম্পূৰ্ণ সামাজিক নাটক সোণামুৱা গাঁও। স্বাধীনতা লাভৰ কিছুদিন পিছতেই সমগ্ৰ দেশজুৰি দেশত সাম্যবাদী আন্দোলনে গা কৰি উঠিছিল। সৰ্বহাৰাৰ জয়গান গাই পুঁজিপতি আৰু ধনিক শ্ৰেণীৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰি শ্ৰেণীহীন সমাজ গঢ়াৰ এক সংগঠিত আন্দোলন গঢ় লৈ উঠিছিল। সেই আন্দোলনে শাসনযন্ত্ৰৰ সৈতেও সংঘৰ্ষত লিপ্ত হৈ পৰিছিল। ফলত সেই সেই আন্দোলনৰ ভালেমান নেতাক কাৰাগাৰত বন্দী কৰি ৰখা হৈছিল। তেনে এক পটভূমিতে এই নাটকখন ৰচনা কৰা হৈছে। নাটকৰ নায়ক জীৱন এজন সাম্যবাদী যুৱক। তেওঁৰ নেতৃত্বত এটা অঞ্চলত এক আন্দোলন সংগঠন হৈছিল। "গৰীৱ জনসাধাৰণৰ অশেয দুখ-কষ্ট ত্যাগ আৰু সংগ্ৰামৰ ফলতেই জাতীয় চৰকাৰ প্ৰতিষ্ঠিত হ'ল। কিন্তু জনসাধাৰণৰ আশা-আকাংক্ষা ইয়াতেই শেষ নহয়। দেশত আজি শতকৰা নব্বৈজন কৃষক-বনুৱা মধ্যবিত্ত শ্ৰেণীৰ মানুহেই সমাজৰ সকলো বয়বস্তুৰ যোগান ধৰি থাকিও পেটত ভাত-কাপোৰ নোহোৱা হৈছে। তাৰ উপৰি ধনী মহাজন, জমিদাৰ, চোৰাং কাৰবাৰীসকলৰ শোষণ-অত্যাচাৰত জীৱন জুৰুলা হৈছে। সেয়ে গৰীৱৰ স্বাধীনতা প্ৰতিষ্ঠা কৰিবলৈ সাজু হওক। গাঁৱে গাঁৱে, কাৰখানাই কাৰখানাই কৃষক-বনুৱা পঞ্চায়ত গঠন কৰি কৃষক-বনুৱা পঞ্চায়ত ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ আগবঢ়াক।" এনে আহ্বানেৰে গঢ় লৈ উঠা আন্দোলনৰ নেতৃত্ব দিবলৈ গৈ জীৱনৰ পুলিচৰে সংঘাত হৈছে। পুলিচে জীৱনক বিচাৰি দুখীৰামৰ ঘৰত সকলোকে নিৰ্যাতন কৰিছে। কাৰণ দুখীৰামৰ ভনীয়েক লখিমীৰ সৈতে জীৱনৰ আৱেগিক সম্পৰ্কৰ কথা সকলোৱে জানে।

নাটকখনত পুৰুষ-নাৰীৰ প্ৰণয়-মিলনৰ বিষয়টো লৈও সাম্যবাদী ৰাভাই সংলাপৰ মাজেৰে নিজস্ব দৃষ্টিভংগী দাঙি ধৰিছে ঃ প্ৰেম হৈছে যৌন চেতনাৰ এটা সামাজিক সাজ-পৰিচ্ছদ। যৌন চেতনাৰ গুহাত প্ৰেম-আদৰ্শ-সমষ্টিবোধ আৰু অন্যান্য অবান্তৰ অনুভূতি আৰু অদ্ভুত অৰ্থই প্ৰেমাস্পদক একান্তভাৱে পাবলৈ যি অদ্ভুত খেয়াল সৃষ্টি হয় সি কেৱল সমাজচ্যুত অকলশৰীয়া জীৱনৰ বিৰোধবোধ। নহ'লে যৌন চেতনাৰ ভিতৰত একান্তভাৱে পাবলৈ কোনো জৈৱিক প্ৰয়োজনেই নাথাকে।'

এইখিনি আলোচনাৰেই ক'ব খোজা হৈছে যে বিষ্ণুপ্ৰসাদ ৰাভাই নাট্য মাধ্যমৰ মাজেৰে তেওঁৰ জীৱনৰ দুটা প্ৰধান মতাদৰ্শ— মাৰ্ক্সীয় পন্থাৰে জনগণৰ উত্তৰণ আৰু দ্বিতীয়তে সমগ্ৰ জনগোষ্ঠীয় সমন্বয়ৰ মাজেৰে বৃহৎ শক্তিশালী অসম গঢ়ি তোলা— তাৰেই সচেতন বিন্যাস দেখা পাওঁ তেওঁৰ সামাজিক নাটককেইখনত। তেওঁৰ ৰোমাণ্টিচিজমৰ ধাৰণা, নাৰী-পুৰুষৰ সম্পৰ্কৰ ব্যাখ্যা— যিহৰ সৈতে হয়তো বৰ্তমানৰ নাৰীবাদী মতাদৰ্শই একমত নহ'ব— এনেবোৰ দিশে ঠাই পাইছে কাল্পনিক পটভূমি কিছুমান লৈ ৰচিত এখন নাটক 'সন্ন্যাসী'ত।

ইয়াৰ বাহিৰে ভালেকেইখন চুটি একাঙ্কিকা আৰু অসম্পূৰ্ণ নাটক আছে। যেনে— 'সপোন কুঁৱৰী' এখন নৃত্যনাটিকা, 'শান্তিৰ দেউল' কাল্পনিক কাব্য নাটক, গাঁৱত শোষণৰ চিত্ৰাঙ্কন একাঙ্কিকা— 'খাৰুমণি থুৰিয়া', 'জীৱন আৰু স্বামী ৰাম এ' দুখৰীয়া নাট্যচিত্ৰ। মহাযুদ্ধই

মানুহৰ জীৱনলৈ লৈ অহা ট্ৰেজেডীক লৈ নাটিকা 'ধুমুহা' (অসম্পূৰ্ণ) ইত্যাদি। 'তৰাবতী আইদেউ', 'এজেণ্টি মুলুক'— এই দুখন অসম বুৰঞ্জীৰ ঘটনাক লৈ ৰচিত নাটক যদিও মাজে মাজে নাটকৰ সংলাপত দেশপ্ৰেম আৰু জাতীয় চেতনাৰ ইংগিত সূক্ষ্ম হৈ আছে। 'মাধৱদেৱ' ৰাভাৰ ভাষাতে এখন ডুখৰীয়া নাটক। শঙ্কৰদেৱৰ বিষয়ে তেওঁ এখন চুটি চিত্ৰনাট্য আৰু এখন জীৱনীমূলক নাটক লিখিছে। চুটি হ'লেও নাটকখন এটি সাৰ্থক ৰচনা বুলি ক'ব পাৰি।

'শকুন্তলা' আৰু 'কুমৰ হৰণ'— পৌৰাণিক সৰ্বজন পৰিচিত আখ্যানমূলক কাব্য আৰু গীত-নৃত্য সমৃদ্ধ দুখনি উৎকৃষ্ট সাহিত্য-ৰসঘন ৰচনা। স্থূল ৰাজনৈতিক আৰু সামাজিক সমস্যাৰ চিন্তাৰে সদাআক্ৰান্ত মানসতাৰ মাজেৰে ৰাভাই কেনেদৰে ৰোমাণ্টিক আৱেগ-সৰ্বস্ব কাব্যসুলভ ভাষাৰে দৃশ্যৰ বৰ্ণনা দিব পাৰে ভাবিলে আচৰিত লাগে। 'কুমৰ হৰণ'ৰ ৰচনাতে তেনে বৰ্ণনা অলেখ আছে। এটি চুটি উদ্ধৃতি ঃ 'যৌৱনৰ উৰ্বৰতাৰ প্ৰতি অঙ্কৰ সৌন্দৰ্যত অনিন্দ্যসুন্দৰ কোঁৱৰে অন্তপ্ৰায় কৈশোৰৰ নিৰ্মলতা লৈ বালসুলভতাৰে ইটো কক্ষৰপৰা আন আন কক্ষলৈ আনন্দত উফৰি পৰে। এচমকা আকাশ। মাজে মাজে ডাৱৰ। তাৰ শিৰৰ ওপৰেদি এজাক চৰাই গাই গাই উৰি গুচি যায়।...

বসন্ত

ৰূপহী সন্ধিয়া। সুশীল আকাশ, তাত বিধ বিধ বোল। নানান তৰহৰ ৰহণ... চমকা চমকা ডাৱৰৰ খেলা ... ডাৱৰৰ ডাঁৰে ডাঁৰে বিবিধ ৰঙৰ জিলিঙনি... দূৰ দূৰণিত দিগন্ত ৰেখা। সেই ৰেখাৰ তলত বিশাল সাগৰ— অসীম, অনন্ত। অসীমৰ ঢৌবোৰ সসমীৰ সীমাৰ কাৰণে বুভুক্ষু স্পৃহা লৈ উত্তাল তৰঙ্গ তুলি বাগৰি বাগৰি আহে। ভাঙি যায়.... লীন হয়, ভাঙে বাগৰে গৰজি উঠে..."

ৰাভাৰ দুখন অতি উৎকৃষ্ট ৰচনা ন-পৃথিৱীৰ নতুন যুগ আৰু মুক্তি দেউল, কাব্য আৰু গীতি নাটক দুখনে ৰাভাৰ অতুলনীয় কাব্য প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছে। অসমৰ নগৰে-গাঁৱে বিপুলভাৱে জনপ্ৰিয় হৈ পৰা গীতসমূহ আৰু ভালেকেইটি কবিতা এই দুখন কাব্য নাটকতে প্ৰথমতে সন্নিৱিষ্ট হৈছিল।

নাটক কাব্য-গীতৰ মাজেৰে বিষ্ণুপ্ৰসাদ আজিৰ অসমৰ জনমানসত এজন অসাধাৰণ শিল্পী হিচাপে পৰিচিত যদিও মোৰ বিবেচনাৰে ৰাভাই গদ্য-সাহিত্যৰ এজন অতি গুৰুত্বপূৰ্ণ লেখক হিচাপে ঐতিহাসিক মৰ্যাদা আৰু স্থানলাভ কৰিছে। ৰাজনৈতিক, সমাজতাত্বিক, সাংস্কৃতিক, ধৰ্মীয় চিন্তামূলক, ভাষা-সাহিত্য বিষয়ক সকলো দিশতে ৰাভাৰ জ্ঞান পাণ্ডিত্য আৰু চিন্তান্বেষী মনৰ গভীৰতাৰ স্বাক্ষৰ তেওঁৰ গদ্য-ৰচনাসমূহে বহন কৰিছে। সংস্কৃতকে ধৰি (তেওঁ কলেজত বিজ্ঞানৰ শিক্ষাৰ্থী হৈও) অসমৰ জনগোষ্ঠীয় কেবাটাও ভাষা সমন্বিতে যোল্লটা ভাষাত তেওঁৰ ব্যুৎপত্তি আছিল বুলি জনা যায়। বিভিন্ন আনুষ্ঠানিক সদৌ অসমভিত্তিক নাইবা আঞ্চলিক বিশেষ বিশেষ সভাবোৰত তেওঁ আগবঢ়োৱা ভাষণসমূহে অসমীয়া ভাষা-সাহিত্যক বহলভাৱে সমৃদ্ধি প্ৰদান কৰিছে।

এই বছৰটো বিষ্ণুপ্ৰসাদ ৰাভাৰ জন্ম শতবাৰ্ষিকী ৰূপে সদৌ অসমবাসীয়ে উদ্‌যাপন কৰিবলৈ বিভিন্ন কাৰ্যসূচী হাতত লৈছে। কিন্তু সাম্প্ৰতিক অসমৰ জনগণ যি এক ভয়াবহ

পৰিস্থিতিৰ মাজত উপস্থিত হৈছে যিদৰে জনগোষ্ঠীয় বিজ্ঞান, ধৰ্মীয় মৌলবাদ, ৰাজনৈতিক আৰু শ্ৰেণী স্বাৰ্থ, অৰ্থনৈতিক সংকট আদিৰ কবলত দুৰ্গত জীৱন যাপন কৰিবলগা হৈছে। এই পৰিস্থিতিৰপৰা উদ্ধাৰ পাবলৈ সৰ্বাধিক প্ৰয়োজন হৈছে ৰাজ্যখনত সমন্বয় আৰু সংহতি প্ৰতিষ্ঠান। সেই প্ৰতিষ্ঠানৰ কাৰণে প্ৰয়োজন জনসাধাৰণৰ সমুখত এক সবল আদৰ্শ। সেই আদৰ্শৰ বাৰ্তাবাহীৰূপে আজি অত্যন্ত প্ৰাসংগিক হৈছে বিষ্ণুপ্ৰসাদ ৰাভা। বিষ্ণুৰাভাক এক শক্তিশালী আনুষ্ঠানিকতাৰ মাজেৰে, এক সু-সংবদ্ধ সাংগঠনিক প্ৰক্ৰিয়াৰে জনসাধাৰণৰ মাজলৈ এক সৰ্বময় শক্তিৰে আৰু পৰিব্যাপ্তিৰে আগুৱাই লৈ যোৱাৰ প্ৰয়োজন হৈছে। সেই কাম কোনে কৰিব? এসময়ত ভাৰতীয় গণনাট্য সংঘই সেই আদৰ্শৰ নামত কিছু কাম কৰিছিল। কিন্তু কেইখনমানৰ নগৰতে সীমাবদ্ধ থাকি কিছুদিন পিছত তেওঁলোকৰ সাংগঠনিক শিথিলতাই দেখা দিলে। Cultural activist বিষ্ণুপ্ৰসাদ ৰাভাৰ ব্যক্তিসত্তাক এক সামাজিক সত্তালৈ ৰূপান্তৰ কৰি সেই সামাজিক সত্তা আৰু সামাজিক ব্যক্তিত্বৰ প্ৰভাৱেৰে অসমৰ গাঁৱে-ভূঞে হাজাৰ Cultural Activist-ৰ দল গঢ়ি তুলিব কোনে? মাত্ৰ বছৰটোত কেইটামান সাংস্কৃতিক অনুষ্ঠানৰ কাৰ্যসূচীৰেই এইজনা ক্ষণজন্মা চিৰবিপ্লৱীৰ শিল্পীসত্তাক যোগ্য স্বীকৃতি আৰু প্ৰকৃত সন্মান জনোৱা হ'ব নোৱাৰে অসমৰ সমাজ উত্তৰণৰ প্ৰক্ৰিয়া এক হৈ পৰিব লাগিব বিষ্ণুপ্ৰসাদৰ আদৰ্শৰে। তেওঁৰ আদৰ্শক, তেওঁৰ বাণীক কঢ়িয়াই লৈ যাব লাগিব ৰাইজৰ মাজলৈ সুদীৰ্ঘ দিন ধৰি, এক নিৰৱচ্ছিন্ন নীৰৱ আন্দোলনৰ ৰূপত। অসমৰ সাহিত্য, ভাষা-সংস্কৃতিৰ প্ৰতিষ্ঠিত সংগঠনসমূহ, তেওঁলোকৰ বলিষ্ঠ আৰু সুবিস্তাৰিত তৃণমূল সংযোগৰ সহায়ত বিষ্ণু ৰাভাৰ আদৰ্শক, সমন্বয়ৰ বাণীক এক ব্যাপক activism প্ৰক্ৰিয়ালৈ ৰূপান্তৰ কৰি ৰাইজৰ মাজলৈ আমি যাব লাগিব। "দেশেই আমাৰ নাটঘৰ, ৰাইজেই ভাৱৰীয়।" সেই ভাৱৰীয়া ৰাইজৰ ওচৰলৈ আমি যাব লাগিব। বিষ্ণুপ্ৰসাদ ৰাভাৰ সাহিত্য গীত-নাটক-নৃত্য, কথা আৰু ৰচনাসমূহক 'দেশ' নামৰ নাটঘৰত অনলসভাৱে নিবেদন কৰিবলৈ। সেয়ে হ'লেও, ৰাভাদেৱৰ জন্মশতবাৰ্ষিকী উদ্‌যাপন সাৰ্থক হ'ব। ■

# অসমৰ জনগোষ্ঠীয় সংহতি আৰু বিষ্ণু ৰাভাৰ দৃষ্টিভংগী

— শশী শৰ্মা

ৰবীন্দ্ৰনাথে যে 'ভাৰততীৰ্থ'ত ভাৰতৰ বিষয়ে গাইছিল,—

"হথায় আৰ্য হেথা অনাৰ্য হেথা দ্ৰাবিড় চীন
শক হুন দল পাঠান মোগল একদেহে হ'ল লীন।"

অসমৰ ক্ষেত্ৰতো ই প্ৰযোজ্য। অসমত শক-হুনৰো বসতি হৈছিল বুলি যদি কোৱা টান কিন্তু আৰ্য-অনাৰ্য, দ্ৰাবিড়-চীন, পাঠান-মোগল আদিৰ স্থায়ী বসতি হৈছিল অসমত। একাংশ আৰ্যত্ববাদীৰ মানত ভাৰতৰ লগতে অসমৰো আদিমবাসী আৰ্যসকলহে। এনে ধাৰণাও প্ৰকৃততে ভিত্তিহীন। চাৰিবেদৰ ভিতৰত ঋগ্‌বেদকেই প্ৰথম বোলা হয়। ঋগ্‌বেদে স্পষ্টভাবে জানিবলৈ দিয়ে যে, ক'লা ছালৰ অষ্ট্ৰিক, দ্ৰাবিড় আদি লোকসকলহে আৰ্যতকৈ বেছি প্ৰাচীন। সিন্ধু উপত্যকাৰ সভ্যতাৰ স্ৰষ্টা সেই ক'লা ছালৰ ভাৰতীয়সকলহে। বগা ছালৰ আৰ্যই ইন্দ্ৰৰ নেতৃত্বত বজ্ৰ হানি সিন্ধু সভ্যতা ধ্বংসহে কৰিছিল। সিন্ধু সভ্যতাৰ স্ৰষ্টা যে বগা ছালৰ আৰ্য নহয়, ক'লা ছালৰ অনাৰ্যহে, সেই কথাত সন্দেহৰ থল নাই। কিন্তু সেই ক'লা ছালৰ মানুহবিলাক অষ্ট্ৰিক, দ্ৰাবিড় নে নিগ্ৰো সেই সত্যহে আজিলৈ নিৰ্ণীত হোৱা নাই আৰু নিৰ্ণীত হোৱাৰ সম্ভাৱনাও নাই বুলিবই পাৰি। সমাজ বিজ্ঞানীসকলে কিন্তু নিগ্ৰোসকলেই ভাৰতৰ প্ৰাচীনতম অধিবাসী বুলিবলৈ এৰা নাই। অসমতো নিগ্ৰো বসতি হৈছিল বুলি জানিবলৈ দিছে। বিশিষ্ট সমাজ বিজ্ঞানী হাট্টনৰ অনুমান যে অবিভক্ত অসমৰ নগা পাহাৰৰ পূব অঞ্চলত অতি প্ৰাচীন কালতে নিগ্ৰো বসতি গৈছিল। (Hutton, I. H. Caste in India, its Nature, Function and origin, 1969, p. 4)। সম্প্ৰতি ভাৰতৰ মূল ভূভাগত নিগ্ৰো প্ৰজাতিৰ লোক নাই। কিন্তু সাগৰীয় দ্বীপৰাজ্য আন্দামানৰ ওংগেজবিলাকক নিগ্ৰো প্ৰজাতিৰ অৱশেষ বুলি নিৰ্ণয় কৰিছে। মন কৰিবলগা কথা এয়ে যে ওংগেজবিলাকৰ লোকৰীতি লোকসংস্কৃতিৰ লগত অসমৰ লোকৰীতি লোক সংস্কৃতিৰ সাদৃশ্য অনুপম। সমাজ বিজ্ঞানীসকলৰ স্পষ্ট ধাৰণা যে নিগ্ৰোসকলেই পোনপ্ৰথম ধনু-কাঁড়ৰ প্ৰচনল কৰিছিল, সৰগ-ঘৰত, দেও-ভূতৰ ধাৰণা, তন্ত্ৰ-মন্ত্ৰ, মন্ত্ৰৰ ওজা 'ওকোজুমু' আদিৰ যিবোৰ বিশ্বাস আৰু প্ৰচলন আছে অসমৰ লোকসমাজতো আজিকোপতি প্ৰবৰ্তি আছে। আনকি অসমত তিৰোহিত হ'ব ধৰা ডেকাচাং-গাভৰু চাং আজিৰ প্ৰচলন হেনো বৰ্তমানলৈকে ওংগেজবিলাকৰ মাজত সচল হৈ আছে। অসমৰ লোকসমাজে বটগছক পবিত্ৰ জ্ঞান কৰাৰ দৰে ওংগেজবিলাকেও কৰিছিল। এনেবোৰ নানা সাদৃশ্যৰপৰা অনুমান কৰাৰ থল আছে যে হয়তো এসময়ত অসমত নিগ্ৰো বসতি হৈছিল। (S. K. Chatterjee, Kirata-Janakriti, 1974, P. 5. আৰু গুৱাহাটী বিশ্ববিদ্যালয় প্ৰকাশিত, পাঁচটা

ভাৰতীয় জনগোষ্ঠী।)

অসমৰ চাহ বাগিছাসমূহতেই যে অষ্ট্রিক প্রজাতিৰপৰা বঢ়া কোল, ভীল, মুণ্ডা, চাওঁতাল প্ৰভৃতি জনগোষ্ঠীৰ বসতি আছে তেনে নহয়, চাহ বাগিছাৰ বাহিৰতো আছে। সিমানেই নহয়, বহুতে অনুমান কৰে যে অষ্ট্রিক আৰু মংগোলনৰ সংকৰ অবিভক্ত অসমৰ খাছীয়া জয়ন্তীয়াসকলেই অসমৰ প্রাচীনতম অধিবাসী। অসমৰ ভাষা-সাহিত্য সংস্কৃতিত এই মন্‌খমেৰ খাছীয়া জয়ন্তীয়াসকলৰ অৰিহণা অনুপম। তেনেকৈ দ্ৰাবিড়ী প্রজাতিৰ পৰা বঢ়ালোকৰো অসমত বসতি আছিল। গেইটে তেওঁৰ অসম বুৰঞ্জীৰ আৰম্ভতে (পৃষ্ঠা ২) জানিবলৈ দিছে যে অসমৰ মৎস্য ব্যৱসায়ীলোকসকল দ্ৰাবিড় প্রজাতিৰপৰা বঢ়া। এই কথাও অনুমান কৰা হয় যে নৱ বৈষ্ণৱ আলোড়নৰ আগতে অসমত যি বিষ্ণু নাৰায়ণৰ উপাসনাৰ প্ৰচলন আছিল, সি প্রাচীন দ্ৰাবিড়সকলৰেই অৱদান। অসমত মাতৃৰূপা দেৱী পূজাৰ যি প্ৰাধান্য সি মন্‌খমেৰ খাছীয়া-জয়ন্তীয়া সকলৰেই অৱদান হ'ব লাগে, খাছীয়াসকলৰ হ্লেন উপাসনাৰ পৰাই অসমত সৰ্পদেৱীৰ পূজা-উপাসনাৰ প্ৰচলন হৈছিল বুলি অনুমান কৰাৰ থলো নথকা নহয়।

এই নিগ্রো, অষ্ট্রিক, দ্ৰাবিড়সকল অসমৰ প্রাচীনতম জনগোষ্ঠী হ'ব পাৰে। কিন্তু কথা হ'ল, অন্ততঃ বিষ্ণুপুৰাণৰ দিনৰপৰা পূব ভাৰত-অসম অঞ্চল কিৰাতৰ দেশ ৰূপে প্ৰসিদ্ধ। প্রাচ্য পাশ্চাত্যৰ পণ্ডিতসকলৰ অনুমান যে বিষ্ণু পুৰাণ খ্ৰীঃ পূঃ ২য় শতিকা বা খ্ৰীষ্টিয় ২য় শতিকাৰ ভিতৰত নিশ্চয়কৈ লিপিবদ্ধ হৈছিল। বিষ্ণু পুৰাণৰ ২য় অংশৰ ৩য় অধ্যায়ত ভাৰত আৰু ভাৰতীয়সকলৰ পৰিচয় আছে। উত্তৰে হিমালয়ৰপৰা দক্ষিণে সাগৰলৈ ব্যাপী থকা এই ভূভাগ ভাৰতবৰ্ষ। ইয়াৰ অধিবাসীসকলৰ পৰিচয় দি কৈছে যে পূবে কিৰাতৰ বসতি, পশ্চিমে যৱনৰ বসতি আৰু মাজভাগত ব্ৰাহ্মণ, ক্ষত্রিয়, বৈশ্য আৰু শূদ্ৰৰ বসতি। এই কিৰাতসকলেই হ'ল বৃহৎ মংগোল জনগোষ্ঠীৰ লোক। ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মতে অসমৰ শেষৰজা পুৰন্দৰ সিংহৰ ৰাজত্বকাললৈ অসমৰ প্ৰায় সকলো ৰাজবংশই আছিল কিৰাত মংগোলগোষ্ঠীভুক্ত। লগতে জানিবলৈ দিছে যে, মাথোঁ বখ্‌তিয়াৰ খিল্‌জীৰ আক্ৰমণৰ কালতহে পুৰণি কামৰূপ অসমৰ হিন্দু পৃথু বৰ্তুই ৰাজত্ব কৰিছিল। অৱশ্যে ইয়াকো জানিবলৈ দিছে যে, পৃথু বা বৰ্তু ৰজাৰ সেনা বাহিনী সংগঠিত হৈছিল কোচ, মেছ আৰু থাৰুৰে। (কিৰাত জনকৃতি, পৃষ্ঠা ১০০-১০১)। পুৰণি দিনৰপৰা বৰ্তমানলৈ অসমৰ নাম তিনিটা— প্ৰাগজ্যোতিষ, কামৰূপ অসমৰ স্ৰষ্টাও এই কিৰাত মংগোল সকলেই। সম্প্ৰতি যিসকলক বড়ো, ৰাভা, ডিমাছা, নগা, গাৰো, মিজো, কাৰ্বি, মিচিং, তিৱা, মৰাণ, বৰাহি, চুতীয়া, খামতি, কোচ কছাৰি, মেছ, টাই আহোম প্ৰভৃতি সৰু-বৰ জনগোষ্ঠীৰূপে জনা যায়, সেই আটায়ে হ'ল কিৰাত মংগোল জনগোষ্ঠীভুক্ত লোক। মন কৰিবলগীয়া কথা এয়ে যে ৰামায়ণ মহাভাৰতৰ দিনৰপৰা প্ৰায় সকলো গ্ৰন্থতে অসমক প্ৰাগজ্যোতিষ কামৰূপ নামেৰে জনা গৈছিল। আনকি খ্ৰীষ্টিয় ৭ম শতিকাৰ প্ৰসিদ্ধ কবি বাণভট্টৰ ৰচনা 'শ্ৰীহৰ্ষ চৰিত'তো তেতিয়াৰ অসমৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মাক প্ৰাগজ্যোতিষ কামৰূপৰ অধিপতি ৰূপেহে সূচাইছে। বুৰঞ্জীৰপৰা জনা যায় যে বিজেতা টাই-আহোমসকলে ৰাজত্ব কৰিবলৈ লোৱা কালৰপৰাহে অসমক অসমৰূপে অভিহিত কৰিবলৈ লোৱা হয়। টাই-আহোমৰ আগমনৰ সময়ত অসমৰ সৌমাৰপীঠ অঞ্চলত ৰাজত্ব আৰু প্ৰাধান্য আছিল ঘাইকৈ বৰাহী মৰাণসকলৰ। বৰাহী-মৰাণসকলক চলে-বলে-কৌশলে হাত কৰাৰ পিছত প্ৰায় বিস্মিত

চিন্তে আহোমসকলক সূচাইছিল,— 'আনৰ সম নহয়' অৰ্থাৎ 'অসম' (সূৰ্যকুমাৰ ভূঞা সম্পাদিত 'সাতসৰী অসম বুৰঞ্জী' প্ৰথমখণ্ড, পৃঃ ৬)। ড° বাণীকান্ত কাকতিয়েও এই কথা পাকে-প্ৰকাৰে মানি লৈছে। কাকতিৰ ভাষ্য অনুসৰি 'ছাম' (= পৰাজিত), তাত 'আ' উপসৰ্গ যোগ হ'লে হয় 'আছাম' অৰ্থাৎ অপৰাজিত। আছাম ক্ৰম ৰূপান্তৰিত হৈ হৈছে আছাম > আসাম > অসম। (Assamese, its Formation and Development, P. 3-4)। বৈষ্ণব সন্ত-মহন্তসকলৰ চৰিত পুথিত এই টাই আহোমসকলৰ শাসনৰ অধীন উজনী অসম ৰাজ্যখণ্ডকহে বুলিছিল 'অসম'; চৰিত পুথিত সঘনাই 'অসম দেশৰ বিষম কথা' কথাষাৰ পোৱা যায়। আনকি মিৰজুমলাৰ অসম আক্ৰমণৰ সময়ত অহা মোগল ঐতিহাসিক চিহাবুদ্দিনেও (খ্ৰীঃ ১৬৬২-৬৩) টাই আহোমৰ শাসনাধীন ৰাজ্যখণ্ডক বুলিছে 'অসম' আৰু টাই-আহোম মানুহবিলাকক বুলিছে 'অসমীয়া'। (E. Gait, History of Assam, P. 171)।

মন কৰিবলগা কথা এয়ে যে যিসময়ত টাই আহোমসকলে (খ্ৰীঃ ১২২৮) সৌমাৰ পীঠত ৰাজ্য প্ৰতিষ্ঠা কৰিছিল, তাৰ প্ৰায় বিছ বছৰ আগতে (খ্ৰীঃ ১২০৫/০৬) গৌড়ৰপৰা অভিযান চলাইছিল বখ্‌তিয়াৰ খিল্‌জীয়ে। বখ্‌তিয়াৰৰ অভিযান অসমে (তেতিয়াৰ কামৰূপ) ব্যৰ্থ কৰিছিল। কিন্তু তাৰ পিছতো অসমৰ ওপৰত গৌড় বংগৰপৰা ১৩/১৪ বাৰ অভিযান চলাইছিল আৰু প্ৰায়বোৰ অভিযানেই ব্যৰ্থ হৈছিল। কিন্তু প্ৰতিটো অভিযানতে বন্দী মুছলমান সৈনিকবোৰ অসমত ৰৈ গৈছিল। সেইসকলে অসমৰ মানুহ আৰু মাটি-পানীৰ লগত মিলি গৈছিল। চিহাবুদ্দিনেই সেই একে প্ৰসংগত কৈ গৈছে বোলে অসমৰ সেই পুৰণি মুছলমানবিলাক নামত বাহিৰে আন সকলো ক্ষেত্ৰতে আছিল অসমৰ অসমীয়া। হেনো আক্ৰমণকাৰী মোগল মুছলমানসকললৈ পুৰণি মুছলমানসকলে কোনো সহায় সাহায্য আগবঢ়োৱা নাছিল।

এইবোৰ নিদৰ্শনৰপৰা দেখা যায় যে, অসম এখন বহুজাতিক বা বহু জনগোষ্ঠীয় ৰাজ্য। এই জাতি, উপজাতিৰ জনগোষ্ঠীসমূহৰ প্ৰত্যেকৰে নিজস্ব ভাষা-সংস্কৃতি আছিল। অথচ আটায়ে মিলি আছিল এক প্ৰাগজ্যোতিষ, কামৰূপ বা অসমৰ নাগৰিক। কালিকাপুৰাণ, যোগিনীতন্ত্ৰ, পাৰ্জিতাৰ লোক আৰু কনকলাল বৰুৱাৰ প্ৰাচীন অসমৰ বুৰঞ্জী অনুসৰি সেই পুৰণি অসমে সামৰি লৈছিল বৰ্তমানৰ অসমখনৰ উপৰি মেঘালয়, নগাৰাজ্য, মিজোৰাম, পশ্চিমবংগৰ অন্তৰ্গত কোচবেহাৰ, জলপাইগুৰি আৰু বাংলাদেশৰ অন্তৰ্গত ৰংপুৰ, বোগ্ৰা, মৈমনসিং, ঢাকা, টিপেৰা, চিলেট, পাবনাৰ একাংশ, আনকি নেপালৰ একাংশও। কনকলাল বৰুৱায়ে ৰামায়ণৰ অবলম্বনত জানিবলৈ দিছে যে, প্ৰাচীন অসম বিহাৰৰ কোশী নদীলৈ বিয়পি আছিল। এতিয়া প্ৰশ্ন হৈছে এয়ে যে সেই সুবিশাল প্ৰাগজ্যোতিষ কামৰূপ বা অসমৰ শাসন ব্যৱস্থা কেনে আছিল। এই প্ৰশ্নৰ সুস্পষ্ট সমিধান নাই, আছে মাথোঁ কল্পনা। কথা হ'ল এই বিশাল অসম ৰাজ্যখন নানা আৰ্য-অনাৰ্যগোষ্ঠীৰ লোকেৰে সংগঠিত হৈছিল আৰু প্ৰতিটো সৰু-বৰ জনগোষ্ঠীৰে নিজস্ব ভাষা-সংস্কৃতি আছিল। তাক তেওঁলোকে কোনো দিনেই পৰিহাৰ কৰা নাছিল। অথচ এই সুবিশাল ৰাজ্যখনৰ জনগণৰ মাজত কামৰূপী অৰ্থাৎ অসমীয়া চেতনাবোধ আছিল সততে বিদ্যমান। সেই অসমীয়া চেতনাবোৰেই হ'ল প্ৰকৃততে অসমীয়া জাতীয় চেতনা। পাশ্চাত্যৰ ৰাজনৈতিক পণ্ডিতসকলে, যেনে, হেৰল্ড লাস্কিয়ে জাতিৰ সংজ্ঞাসূত্ৰ দাঙি ধৰি কৈছে—

"সাধাৰণতে জাতি বা জাতিসত্তা বুলিলে সংগঠিতভাৱে বহুকাল জুৰি এক বিশেষ ভৌগোলিক পৰিৱেশৰ মাজত বসবাস কৰা লোকসমষ্টিকেই সূচোৱা হয় আৰু সাধাৰণতে সেই লোকসমষ্টি এক বিশেষ প্ৰজাতিৰপৰা বাঢ়ি আহে, সেই লোকসমষ্টিৰ ভাষা বা বুৰঞ্জী একে, আৰু সেই লোকসমষ্টিয়ে একে ৰাজনৈতিক সংগঠন তথা চৰকাৰৰ অধীনত বসবাস কৰে।" (Herald J. Luski, A Grammar of Politics, pp. 218-226) এইসূত্ৰ অসমৰ ক্ষেত্ৰত আংশিক পৰিমাণেহে সত্য। অসমৰ জনগণে হাজাৰ হাজাৰ বছৰ ব্যাপী একেলগে একেখন অসমতে বসবাস কৰা কথা সঁচা, কিন্তু তেওঁলোক ভিন ভিন প্ৰজাতিৰপৰা বঢ়া লোক। তেওঁলোকৰ গোষ্ঠীগত ভাষা-সংস্কৃতিও ভিন ভিন, আনকি কুমাৰ ভাস্কৰ বৰ্মাৰ পিছত সমগ্ৰ অসমখনত এটা বিশেষ ৰাজনৈতিক শক্তিয়ে ৰাজত্ব কৰিছিল বুলিও জনা নাযায়। কিন্তু গভীৰ আন্তৰিকতাৰে বিচাৰ কৰিলে অনুমান হয় যে জীৱন-জীৱিকাৰ তাগিদাতে এই সুবিশাল ভূভাগৰ জনগণে ঐক্য-সংহতিৰ পৰিৱেশ গঢ়ি তুলিছিল আৰু সেই জীৱন-জীৱিকাৰ তাগিদাতে গঢ় লৈ উঠিছিল এক জাতি, একপ্ৰাণ, একতাৰ চেতনা। অনুসন্ধিৎসুমানেই জানে যে আদিতে সমগ্ৰ পৃথিৱীতেই প্ৰবৰ্তিছিল ট্ৰাইবেল সমাজ। সি আছিল আৰ্য-অনাৰ্য সকলোৰে ক্ষেত্ৰত সমানে সত্য। জীৱন-জীৱিকাৰ তাড়নাতে সেই সমাজ আছিল সমূহীয়া সমাজ। উৎপাদনৰ আহিলাসমূহ তেনেই অনুন্নত থকা কাৰণে তেতিয়া কোনো মানুহেই সমষ্টি-জীৱনৰ বাজত জীয়াই থকা অসম্ভৱ আছিল। আন এটা বিশেষভাৱে লক্ষ্যণীয় বিষয় আছিল এয়ে যে প্ৰতিটো গোষ্ঠীৰ মানত আন গোষ্ঠী আছিল শত্ৰু। শত্ৰুক নিধন কৰি নিজৰ শক্তি-সামৰ্থ বৃদ্ধি কৰাই আছিল লক্ষ্য। ই অসমৰ জনগোষ্ঠীবিলাকৰ মাজতো আছিল সমানেই সত্য। ৰজনী বৰদলৈৰ 'মিৰি জীয়ৰী'য়েই দেখোঁ তাৰ সাক্ষ্য বহন কৰি আছে। আৰু প্ৰকৃততে এনে আক্ৰমণৰ আশংকাতেই সৰু সৰু জনগোষ্ঠীবোৰ একগোট হ'বলৈ বাধ্য হৈছিল, আৰু সমষ্টিবদ্ধ তেনে গোটেই ৰাজ্যক্ষেত্ৰত পৰিণত হৈছিল। তেনেকৈ শক্তিশালী জনগোষ্ঠীটোইঁতে দুৰ্বল জনগোষ্ঠীক আক্ৰমণ কৰি আপোনগোষ্ঠীৰ অন্তৰ্ভুক্ত কৰা ৰীতিৰো প্ৰচলন আছিল। টাই-আহোমসকলৰ কথা ওলালেই 'সাত ৰাজ মাৰি একৰাজ কৰা'ৰ কথা ওলাই নহয়। বিষ্ণু ৰাভাই ইয়াকো জানিছিল যে আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ সময়ত বৈশালীত এখন সুবিশাল প্ৰজাতন্ত্ৰ বা গণৰাজ্য আছিল। তাত ৰজা নাছিল, সমূহেই আছিল সকলো। বৈশালী গণৰাজ্যৰ ঐক্য-সংহতি ইমান সুদৃঢ় আছিল যে সিয়ে তেওঁলোকক মহাশক্তিশালী কৰি তুলিছিল। মহাবীৰ আলেকজেণ্ডাৰে বৈশালী গণৰাজ্যৰ নাম শুনিয়ে হেনো পৃষ্ঠভংগ দিবলৈ বাধ্য হৈছিল। ই গৌতমবুদ্ধৰ পৰবৰ্তীকালৰ ভাৰতৰ কথা। বিষ্ণু ৰাভাৰ 'বজ্জানৰ বিলুপ্তি কাহিনী'য়েও সেই সত্য উপলব্ধি কৰাত সহায় কৰে। বিষ্ণু ৰাভাই অধ্যয়ন, চিন্তন আৰু বাস্তৱ অভিজ্ঞতাৰপৰা ইয়াকো জানিছিল যে ট্ৰাইবেল সমাজ আছিল শোষণমুক্ত, প্ৰভু ৰজা বা ভৃত্য প্ৰজাৰ বিভাজন তাত নাছিল। আনকি নাছিল কোনো কৰ-কাটলৰ স্থানো। সকলোৱেই আছিল মুকলিমূৰীয়া। ৰাভাই ইয়াকো জানিছিল যে, কৰ-কাটলৰ বোজা বঢ়া কাৰণেই অসমত মায়ামৰীয়া বিদ্ৰোহৰ দৰে গণবিদ্ৰোহৰ সৃষ্টি সম্ভৱপৰ হৈছিল। সেই বিদ্ৰোহৰ শেষ পৰিণতি আছিল বেংমৰা অৰ্থাৎ তিনিচুকীয়াক কেন্দ্ৰ কৰি বৰসেনাপতিৰ নেতৃত্বত এখন স্বাধীন গণৰাজ্য গঢ় লৈ উঠিছিল, যিখনত ৰজা-প্ৰজা নাছিল, সকলোৱে আছিল স্বাধীন আৰু মুকলিমূৰীয়া। সেই বেংমৰা ৰাজ্য

ক্ষুদ্ৰ আছিল সঁচা, কিন্তু মানৰ সেই নিৰ্মম অত্যাচাৰেও স্পৰ্শ কৰিব পৰা নাছিল। ইংৰাজেও বেংমৰাক ইংৰাজ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিবলৈ ১৮৪০ চনলৈ অপেক্ষা কৰিব লগাত পৰিছিল। ৰাভাৰ অন্যান্য ভালেমান সৃষ্টিৰ দৰে 'সৰ্বানন্দ সিংহ, ৰাঘৱ সিংহ, মোৱামৰীয়া বিদ্ৰোহ' বোলা সেই সুদীৰ্ঘ আলচটোও আধৰুৱা। পৰিপূৰ্ণ কৰিব পৰাহেঁতেন নিশ্চয় বেংমৰা গণ ৰাজ্যৰ কথা ক'লেহেঁতেন। আৰু অন্যান্য ভিন ভিন ৰচনাৰ মাজেদি কোৱাৰ দৰে ক'লেহেঁতেন যে, আজিৰ অসমৰ ট্ৰাইবেলসকল শ্ৰেণীহীন শোষণহীন গণৰাজ্য প্ৰতিষ্ঠাৰ লক্ষ্যেৰে জাগি নুঠে মানে তেওঁলোকৰ প্ৰকৃত অৰ্থত কল্যাণ অৰ্থাৎ মুক্তি অসম্ভৱ। অসমৰ ট্ৰাইবেলসকলৰ মুক্তিৰ লক্ষ্যেৰে ভীমবৰ দেউৰীৰ নেতৃত্বত ১৯৩৩ চনৰ ১৭ এপ্ৰিলতে সংগঠিত হৈছিল 'ট্ৰাইবেল লীগ'। 'ট্ৰাইবেল লীগ' আজিও আছে। কিন্তু ট্ৰাইবেল লীগ ট্ৰাইবেলসকলক মুক্তিৰ চেতনাৰে উদ্বুদ্ধ কৰিব পৰা নাই, জগাই তুলিব পৰাও নাই।

অনুসন্ধিৎসু মানেই জানে যে বিষ্ণু ৰাভা আছিল সাম্যবাদী বিপ্লৱী। তেওঁৰ জীৱন্ত কালত আদৰ্শ গণৰাজ্য আছিল ছোভিয়েট দেশ (ৰুচিয়া) আৰু লোকচীন। এইটো সৰ্বজনবিদিত যে সফল সমাজতান্ত্ৰিক অক্টোবৰ বিপ্লৱৰ পিছৰ ছোভিয়েট দেশত চিৰ নিৰ্যাতিত নিপীড়িত পৰিয়ালৰ পৰা ওলাই আহিছিল ৰাষ্ট্ৰপ্ৰধান ষ্টেলিন আৰু খোদ ৰাষ্ট্ৰপতি কালিনিন আৰু অন্যান্য বহুতো তাত অনুন্নত অৱনত শব্দ প্ৰায় বিলোপ পাইছিল, সকলোৱে সমানে সমানে বন্ধুত্বৰ আদৰ্শত (কমৰেড) অগ্ৰসৰ হৈছিল। অসম ভাৰতৰ সাম্যবাদীসকলেও অসম ভাৰতৰ বুকুত তেনে এখন সাম্যৰ সমাজ গঢ়ি তুলিবলৈ মাৰবান্ধি থিয় দিছিল। ইতিহাসৰপৰা ৰাভা নিশ্চিত আছিল যে সফল সাম্যবাদী বিপ্লৱ বিনে অন্যান্যসকলৰ লগতে ট্ৰাইবেলসকলৰো মুক্তি বা অবাধ বিকাশ অসম্ভৱ। এই ক্ষেত্ৰত ৰাভাৰ 'জাগ ট্ৰাইবেল জাগ' শীৰ্ষক কবিতাটোৰ কথা বিশেষভাৱে উল্লেখযোগ্য। কবিতাটোৰ এঠাইত কৈছে,—

"ট্ৰাইবেল নৰ হেৰ অসমৰ আদিম 'আদাম'
সবল দেহেৰে গঢ় সুঠাম উদ্দাম।
আৰু তই অসমৰ আদিম যুৱতী নাৰী 'ইভা'
মন প্ৰাণ লোভা।"

ই সত্য। অসমৰ আদিমতম অধিবাসী ট্ৰাইবেলেই। ই সমগ্ৰ বিশ্বৰ ক্ষেত্ৰতো সত্য। সেই ট্ৰাইবেলৰ নিগ্ৰো, নে মন্‌খ্‌মেৰ, নে অষ্ট্ৰিক নে কিৰাত— মংগোল সেই কথাহে সঠিকভাৱে কোৱা টান। কিন্তু ট্ৰাইবেলেই যিহেতু অসমৰ আদিম অধিবাসী অৰ্থাৎ 'পুৰণি আদিম অসমীয়া' গতিকে অসম গঢ়াত আদিম অসমীয়া ট্ৰাইবেলৰ দায়িত্বই সৰ্বাধিক।

সমাজতান্ত্ৰিক বিপ্লৱে শ্ৰেণীহীন, বিভেদ-বিচ্ছিন্নতাহীন নতুন সমাজ, নতুন যুগৰ সৃষ্টি কৰিছে। সেই নতুন সমাজ, নতুন পৃথিৱীৰ লগত ট্ৰাইবেলসকল পৰিচিত হ'বই লাগিব। ৰাভাই গাইছে—

"চাই ল এবাৰ এই নতুন পৃথিৱী
পোহৰাই ৰাঙে সউ ন কালৰ ৰবি
তিমিৰ বিদাৰি।"

এই নতুন জগতৰ নতুন চেতনাৰে ট্ৰাইবেলসকল জাগিবই লাগিব বুলি ৰাভাই গাইছে,—

"জাগ ট্ৰাইবেল।
জাগিব লাগিব তই কছাৰী মিকিৰ,
খাচী, ৰাভা, গাৰো, মিৰি, কুকী, নগাবীৰ
খামটি, মিচিমি, বাৰ লালুং, লুচাই,
চিংফৌ, চিনটেং, মণিপুৰী, তাই,
টিপ্‌ৰা, ডিমাছা, অকা, দফলা ককাই,
ছুটীয়া, বৰাহী, দেউৰী, টোটোলা, কোচ
হাজং বৰাহী
জাগিব লাগিব তই জাগ।"

ৰাভাই এই ট্ৰাইবেল অসমৰ আদিম অসমীয়া বুলি কৈয়ে এৰা নাই, অসমীয়া ভাষাৰো জন্মাদাত ৰূপে প্ৰতিপন্ন কৰিছে—

"অনুভূতি সাৰ লাগি মুখত জনমে আদি ভাষা নিৰুপম
চেনেহী সাদৰী অসমীয়া অনুপম।"

এই কথা চিন্তাশীল মানেই জানে যে জুইৰ সৃষ্টিৰ লগে লগেহে মানব জাতিৰ সাংস্কৃতিক বিকাশৰ গতি হয় ত্বৰান্বিত। এই জুই টিঙৰীশিলৰ ঘঁহনিৰপৰা ট্ৰাইবেল মাতৃয়েই সৃষ্টি কৰা বুলিও ঠাৱৰাইছে। সিমানেই নহয়, ট্ৰাইবেল মাতৃয়েই বোকাৰপৰা মাটিৰ পাত্ৰ আদি সৃষ্টি কৰি আদিম শিল্পী কুমাৰৰূপে প্ৰতিপন্ন হৈছিল। আনকি বননিৰপৰা শইচৰ গুটি আনি বোকাৰ ওপৰত চটিয়াই দি যেন অসমৰ আদিম কৃষকৰূপেও প্ৰতিপন্ন হৈছিল সেই ট্ৰাইবেল মাতৃসকলেই।

এই 'জাগ ট্ৰাইবেল' বোলা কবিতাটো মাথোঁ এটা কবিতায়ে নহয়, ইয়াৰ মাজেদি ৰূপায়িত হৈছে অসমৰ আদিম সংস্কৃতিৰ ইতিহাস। প্ৰকৃততে ই মাথোঁ অসমৰে আদিম সাংস্কৃতিক ইতিহাস নহয়, সমগ্ৰ মানব জাতিৰেই আদিম সাংস্কৃতিক ইতিহাস। বিষ্ণু ৰাভাৰ চিন্তাৰ লগত বিৰোধৰ প্ৰশ্নই নুঠে। কাৰণ আদিম অৱস্থাত আৰ্য-অনাৰ্য আটায়ে আছিল ট্ৰাইবেল। মানব জাতিৰ ভাষা-সাহিত্য-সংস্কৃতি সকলোৰে আদিম স্ৰষ্টা এই ট্ৰাইবেলসকলেই। জাতি-বৰ্ণ-ধৰ্ম-সম্প্ৰদায় নিৰপেক্ষে এই মহাসত্যৰ উপলব্ধি হ'লেও দেখোঁ মানুহ আৰু মানুহৰ মাজৰ বিভেদ বিচ্ছিন্নতাবোধ লোপ পাব পাৰে, সমগ্ৰ মানব জাতিয়েই এক জাতি, এক প্ৰাণ, একতাৰ আদৰ্শেৰেও অনুপ্ৰাণিত হ'ব পাৰে। ই সামান্য কথা নহয়, ই পৰম চিন্তনীয় বিষয়। ইয়ে মাথোঁ অসমৰ জনগোষ্ঠীয় সংহতি সাধনতে সহায়ক নহ'ব, একে ট্ৰাইবেলৰপৰা উদ্ভৱৰ চেতনা উদয় হ'লেও, বিশ্বভাতৃত্ববোধৰ চেতনা গঢ় লৈ উঠিব পাৰে।

বিষ্ণু ৰাভা আছিল প্ৰকৃত অৰ্থতে সাম্যবাদী বিপ্লৱী। সাম্যবাদীৰ দৃষ্টিত, মানসিকতাত তুচ্ছতা, হীনতা, ক্ষুদ্ৰতাৰ ঠাই নাই। ৰাভাই 'বিশ্বৰ ছন্দে ছন্দে মহানন্দে' আনন্দত বিভোৰ হ'ব বিচাৰে। প্ৰকৃত সাম্যবাদীৰ মানত সমাজ নিয়ন্ত্ৰণ কৰে ৰাজনীতিতকৈও যেন ভাষা-সংস্কৃতিয়েহে। এই ক্ষেত্ৰত তেওঁ এটা জ্বলন্ত নিদৰ্শন দাঙি ধৰিছে। ১৯৬৬ চনৰ ফেব্ৰুৱাৰী মাহৰ প্ৰথম সপ্তাহ। তদানীন্তন লক্ষীমপুৰ জিলাত কুলাজানত অনুষ্ঠিত হৈছে সদৌ মিচিং সন্মিলন বান্‌কবাং। সেই সন্মিলনত ৰাভা আৰু ভাৰতৰ প্ৰধান মন্ত্ৰীকে ধৰি বিভিন্ন ৰাজনৈতিক

নেতৃমণ্ডলীয়েও যোগদান কৰিছে। আৰু সেই সন্মিলনত যোগ দিছেহি—

"আঁকা, মিছমী, পাছি, আলং, গালং, পাদাম, খাছি, আদিসকল, সেই আঁকা হুচোসকল, সকলোৰে লগত মিতিৰালি কৰোঁ, হিয়াই হিয়াই চা-চিনাকি হওঁ। ... একেই মানুহ, একেই অসমীয়া" (ৰচনা সম্ভাৰ, পৃষ্ঠা ১৩৩৮)।

মন কৰিবলগা এয়ে যে এই উল্লেখিত জনগোষ্ঠীবোৰ তেতিয়াৰ 'নেফা' আৰু বৰ্তমানৰ অৰুণাচল প্ৰদেশৰ অন্তৰ্ভুক্ত। কিন্তু ৰাভাই এওঁলোক আটাইকে বুলিছে 'একেই অসমীয়া।' এই কথা আজিও সত্য। অৰুণাচলৰ সহযোগী ভাষা আজিও অসমীয়াই। অৰুণাচলী লেখক সাহিত্যিকসকলেও অসমীয়াতহে লেখে। সংযোগী ভাষা অসমীয়াৰ মাধ্যমত অৰুণাচলীৰ লগত মনৰ ভাবৰ আদান-প্ৰদান কৰা অতি সহজ কথা। অথচ অৰুণাচলৰ ৰাজনৈতিক ব্যৱস্থা ভিন্ন। জীৱন জীৱিকাৰ তাড়নাত অসমৰ ভিন ভিন ভাষা-ভাষীজনগোষ্ঠীৰ মাজত সংযোগী ভাষা অসমীয়া গঢ লৈ উঠাৰ দৰে, একে জীৱন-জীৱিকাৰ তাড়নাতে অৰুণাচলীসকলেও গ্ৰহণ কৰিছিল অসমীয়া ভাষা। অসমৰ দৰে অৰুণাচলতো অসমীয়া ভাষায়েই অৰুণাচলী ৰাইজৰ মাজত ঐক্য সংহতি তথা জাতীয়তাবোধ গঢ় লৈ উঠাত সহায় কৰিছে বুলি অনুমান কৰাত দোষ ক'ত? সঁচা কথা যে আমি আটায়ে একেখন ভাৰতৰে অধিবাসী, একেখন সংবিধানেই আমাক নিয়ন্ত্ৰণ কৰি আছে। কিন্তু চৰকাৰে সংবিধান অমান্য কৰি আছে কাৰণে সংবিধানে আমাৰ মাজত ঐক্য-সংহতি স্থাপন কৰিব পৰা নাই। জনগণক মানৱীয় মুক্তিৰ লক্ষ্যেৰেও অনুপ্ৰাণিত কৰিব পৰা নাই। ৰাভাৰ বিশ্বাস আৰু ই বাস্তৱ সত্যও যে ভাষা সাহিত্য সংস্কৃতিয়েহে কিছু পৰিমাণে হ'লেও সমূহৰ মাজত ঐক্য সংহতিৰ পৰিৱেশ সৃষ্টি কৰি থকা সম্ভৱপৰ হৈছে। সঁচা কথা, ৰাজনীতি সমাজৰ চালিকা শক্তি। কিন্তু আমাৰ দেশত প্ৰবৰ্তিত বৰ্তমানৰ ৰাজনীতি বিভেদৰ ৰাজনীতি। ইয়ে জনগণক বিছিন্ন বিভিন্ন কৰি তুলিছে। কাৰণ এই ৰাজনীতিৰ ভেটি শোষণ নিপীড়ন। কিন্তু সাম্যবাদী ৰাজনীতি? তাত নাই শোষণ নিৰ্যাতনৰ স্থান। ভাতৃত্ববোধৰ ওপৰত প্ৰতিষ্ঠিত সাম্যবাদী সমাজ স্বনিয়ন্ত্ৰিত। লেনিনে কোৱাৰ দৰে শাসন মানেই শোষণ। বিষ্ণু ৰাভাই ইতিহাস আৰু বাস্তৱ অভিজ্ঞতাৰপৰা উপলব্ধি কৰিব পাৰিছিল যে, সাম্যবাদত যিহেতু শাসন নাই, গতিকে শোষণো নাই। সেই সমাজ পৰিচালিত হ'ব ভাতৃত্ববোধ আৰু মনুষ্যত্ববোধৰ ভেটিত। তাত ট্ৰাইবেল-অনাট্ৰাইবেল, হিন্দু-মুছলমান, শিখ-খ্ৰীষ্টান আদিৰো ভেদভাব নাথাকিব। সকলোৱে হ'ব সুহৃদ বন্ধু (কমৰেড)। তাত কোনো বিভেদৰেই ঠাই নাথাকিব, আদিম ট্ৰাইবেল সমাজৰ দৰে সকলোৱে মিলি হ'ব এখন সুখী পৰিয়াল। আদিম সমাজৰপৰা কিন্তু এই সমাজ জ্ঞান-বিদ্যা, শিক্ষা-সংস্কৃতি সকলোতে হ'ব ভিন্ন পৰম উন্নত আৰু হ'ব শত্ৰুহীন সমাজ। মাথোঁ জনগোষ্ঠীয় সংহতিয়ে নহয়, আন্তৰ্জাতিক বা বিশ্ব সংহতিও হ'ব অনিবাৰ্য। বিষ্ণু ৰাভা আছিল সেইখন সমাজৰ অভিলাষী আৰু সেইখন সমাজ প্ৰতিষ্ঠাৰ অৰ্থে জীৱন পাৰি দি স্বাধীন অসমৰ চৰকাৰৰ মানত পৰম শত্ৰুৰূপেও হৈছিল প্ৰতিপন্ন। আজিৰ জনগণে সহজে অনুভৱ কৰিব যে সাম্যবাদী বিষ্ণু ৰাভা বা সাম্যবাদী দল-মত সমাজৰ পৰম বন্ধুহে; শত্ৰু শোষক নিৰ্যাতক, ঠগ-প্ৰবঞ্চকমথাহে। ■

# অসমত গণমুখী ইতিহাস-চৰ্চাত বিষ্ণুপ্ৰসাদ ৰাভাৰ স্থান সম্পৰ্কে দুআষাৰ

— উদয়াদিত্য ভৰালী

বৃহত্তৰ অসমীয়া জাতীয় জীৱনৰ তথা বৈধ অসমবাসীৰ সজ্জনসকলৰ বিভিন্ন অংশই সমগ্ৰ অসম জুৰি ৰজিতা খোৱা নানা কাৰ্যসূচীৰে সৈনিক শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাৰ জন্ম শতবৰ্ষ সম্প্ৰতি উদ্‌যাপন কৰি আছে। সেই উপলক্ষ্য উদ্‌যাপনৰ বাবে গঠিত 'সদৌ অসম বিষ্ণুপ্ৰসাদ ৰাভা জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি'ৰ, যিটো সংগঠনৰ এগৰাকী সভাপতি এই অভাজনো, দ্বাৰা শতবৰ্ষ উদ্‌যাপনৰ এটা কাৰ্যসূচী যোৱা ১১ ডিচেম্বৰত কলকাতা মহানগৰীত অমৰ বাওঁপন্থী সাহিত্যিক মেক্সিম গৰ্কীৰ নামেৰে নামাংকিত 'গৰ্কী সদন'তো অনুষ্ঠিত হৈছিল। সৈনিকশিল্পীগৰাকীৰ জন্মশতবৰ্ষৰ সামৰণি পৰিব ২০০৯ চনৰ ত্ৰিছ জানুৱাৰীত। তদানীন্তন অবিভক্ত ভাৰত তথা বংগৰ ঢাকা মহানগৰীত চাকৰিসূত্ৰে বসবাস কৰি থকা গোপাল চন্দ্ৰ ৰাভাৰ সন্তান বিষ্ণুপ্ৰসাদ ৰাভাৰ জন্ম সেই মহানগৰীতেই হৈছিল ১৯০৯ চনৰ ৩১ জানুৱাৰীত। বিষ্ণু প্ৰসাদ ৰাভা একেধাৰে আছিল সু-প্ৰসিদ্ধ গীতিকাৰ, নাট্যকাৰ, অভিনেতা, নৃত্যশিল্পী, সু-গায়ক, গল্পকাৰ, ঔপন্যাসিক, প্ৰবন্ধকাৰ, ইতিহাসবিদ, সুবক্তা, ক্ৰীড়াবিদ, স্বাধীনতা সংগ্ৰামী আৰু সশস্ত্ৰ সংগ্ৰামত অংশগ্ৰহণকাৰী নিষ্ঠাবান কমিউনিষ্ট বিপ্লৱী। সমগ্ৰ জীৱন জুৰি তেওঁ আছিল জনগণৰ পক্ষত আৰু নিষ্পেষিত জনৰ শোষণ মুক্তিৰ আদৰ্শৰ প্ৰতি নিষ্ঠাবান হৈ থাকি ১৯৬৯ চনৰ ২০ জুনত ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ এগৰাকী সদস্য হিচাপে তেওঁ শেষ নিশ্বাস ত্যাগ কৰিছিল। ২০০৮ চনৰ ৩১ জানুৱাৰীত আৰম্ভ হোৱা বিষ্ণুপ্ৰসাদ ৰাভা জন্মশতবৰ্ষৰ উপলক্ষ্যক লৈ বিভিন্ন সুধীজনে ৰাভাৰ বহুমুখী জীৱন-বীক্ষাৰ বিভিন্ন দিশ সম্পৰ্কে তত্ত্বগধুৰ আলোচনা ইতিমধ্যে বিভিন্ন কাকত, আলোচনী, গ্ৰন্থ, বক্তৃতানুষ্ঠান আৰু আন প্ৰচাৰ মাধ্যমৰ জৰিয়তে আগবঢ়াইছে। এই আলোচনাত অসমত গণমুখী ইতিহাস-চৰ্চাত বিষ্ণুপ্ৰসাদ ৰাভাৰ অৱদান সম্পৰ্কে দু-আষাৰ ক'ব খুজিছোঁ।

ইতিমধ্যে উল্লেখ কৰা হৈছে যে সৈনিক শিল্পী বিষ্ণুপ্ৰসাদ ৰাভা আছিল বহুমুখী প্ৰতিভাৰ অধিকাৰী। ইয়াৰ প্ৰতিটো ক্ষেত্ৰতেই তেওঁ আগবঢ়াই থৈ গৈছে অতি গুৰুত্বপূৰ্ণ অৰিহণা। আন চমৎকাৰ অৰিহণাৰ লগতেই ৰাভাই অসমত গণমুখী ইতিহাস-চৰ্চাৰ সূচনাৰ দিশতো যুগজয়ী ভূমিকা লৈছিল। এই বিষয়ে আলোচনা কৰাৰ আগেয়ে ইতিহাস-চৰ্চাৰ ইতিহাসৰ দুটামান দিশলৈ আঙুলিয়াই দিয়াৰ লগতে ভাৰত তথা অসমত গণমুখী ইতিহাস-চৰ্চাৰ (পিপুল্চ হিষ্ট্ৰী, বা হিষ্ট্ৰী ফ্ৰম্ বিলো') আৰম্ভণীৰ বিষয়ে সামান্য উল্লেখ কৰি লোৱা উচিত হ'ব। এই প্ৰেক্ষাপটত বিচাৰ কৰিলেহে ৰাভাই কৰা ইতিহাস-চৰ্চাৰ গুৰুত্ব স্পষ্ট হৈ পৰে।

ইতিহাস গ্ৰন্থৰ ৰচনা যিহেতু গ্ৰীক সভ্যতাতেই আৰম্ভ হৈছিল সেয়ে ইতিহাস-চৰ্চাৰ ইতিহাসো অতি প্ৰাচীন। কিন্তু একে কথাকেই ভাৰতত হোৱা ইতিহাস-চৰ্চা সম্পৰ্কে কোৱা নাযায়। সেই সম্পৰ্কে ক'বলৈ গৈ ড° হেৰম্বকান্ত বৰপূজাৰীয়ে লিখিছিল ঃ

"ভাৰতৰ অতীত গৌৰৱময়। দৰ্শন, অধিবিদ্যা, জ্যোতিষবিদ্যা, স্থাপত্য, জ্যোতিষতত্ত্ব আদি ... ক্ষেত্ৰত এই দেশে মহৎ কৃতকাৰ্যতা লাভ কৰিলেও ইতিহাস প্ৰণয়নৰ ক্ষেত্ৰত অতিকৈ পিছপৰা আছিল। কৌটিল্যৰ দৰে ৰাজনীতিবিদ, ব্যাস বা কালিদাসৰ দৰে মহাকবিৰ আবিৰ্ভাৱ হ'লেও, এই দেশত হিৰ'ডটাচ, থুকিডাইডিছ, বা পলিবিয়াচৰ দৰে ঐতিহাসিকে জন্মগ্ৰহণ কৰা নাছিল।... প্ৰকৃত ইতিহাস ৰচনাৰ প্ৰথম প্ৰচেষ্টা হয় কাশ্মীৰৰ কল্হনৰ 'ৰাজতৰংগিনী' গ্ৰন্থত (১১৪৮-৪৯ খ্ৰীঃ)। ... ৰাজতৰংগিনী "মৰুভূমিৰ মাজত একমাত্ৰ মৰুদ্যানৰ দৰে জিলিকি আছে।" (ইতিহাস ঃ ৰচনা বিধি আৰু ক্ৰমবিকাশ, হেৰম্বকান্ত বৰপূজাৰী, ১৯৮৮, পৃঃ ৭৪-৭৬)

ড° বৰপূজাৰীয়ে লগতে ইয়াকো কৈছে যে ভাৰতবৰ্ষত ইতিহাস প্ৰণয়নৰ প্ৰকৃত আৰম্ভণি হয় 'টুৰ্কী-আফগান'ৰ (১২০৬ খ্ৰীঃ) আগমনৰ সময়ৰপৰা, অৰ্থাৎ ত্ৰয়োদশ শতাব্দীৰপৰাহে। (পূৰ্বোক্ত, পৃঃ ৯৪-৯৫)

ভাৰতত হোৱা ইতিহাসচৰ্চাৰ আলোকেৰে বিবেচনা কৰিলে অসমত হোৱা ইতিহাস-চৰ্চাৰ ঐতিহ্য যথেষ্ট পুৰণিয়েই আছিল বুলিব পাৰি। অসমত ইতিহাস-চৰ্চাৰ ঐতিহ্য সম্পৰ্কে ড° বৰপূজাৰীয়ে লিখিছিল ঃ "... বুৰঞ্জীপ্ৰেমী টাই আহোমসকলৰ অসম আগমনৰ লগে লগে, অৰ্থাৎ তেৰশ শতিকাৰ আদিৰে পৰা অসমত বুৰঞ্জী ৰচনাৰ সূচনা হয়। বুৰঞ্জী টাই আহোমসকলৰ অসমলৈ অতুলনীয় অৱদান।" (পূৰ্বোক্ত, পৃঃ ১৪৫)

অৱশ্যে লগতে তেখেতে এই মন্তব্যও দিছে যে ইতিহাস-চৰ্চাৰ আধুনিক মাপকাঠীৰে বিবেচনা কৰিলে কল্হনৰ 'ৰাজতৰংগিনী'ৰ দৰে বুৰঞ্জীক 'ইতিহাস' গ্ৰন্থৰ শাৰীত ধৰা নাযায়। (পূৰ্বোক্ত, পৃঃ ১৪৫) আহোম ৰাজত্বৰ 'বুৰঞ্জী' পুথিবোৰ সম্পৰ্কে প্ৰায় তেনে মতেই দি লক্ষ্মীনাথ তামুলীয়ে লিখিছিল ঃ

"... আহোমসকলৰ ইতিহাস-চৰ্চাৰ ঐতিহ্য আছিল। প্ৰাপ্ত সাঁচিপতীয়া বুৰঞ্জী পুথিবোৰৰ পৰা জনা যায় যে ঘটি যোৱা ঘটনাক্ৰম অনুসৰি লিপিবদ্ধ কৰি ৰখাটো আহোমসকলৰ গোষ্ঠীগত দস্তুৰ আছিল। চুকাফাই হেনো কৈছিল— "যেতিয়া যি কথা হয়, যি মৰে, যাক পাওঁ, সকলো কথা পণ্ডিতে লেখি ৰাখিব।" (দেওধাই বুৰঞ্জী, পৃঃ ৯৮) সেয়ে আহোম যুগত ৰচিত সাঁচিপাতত লিখা 'বুৰঞ্জী পুথিবোৰ' আধুনিক অৰ্থত ইতিহাস নহয়, ঘটি যোৱা ঘটনাৰ ক্ৰমিক বৰ্ণনাহে, যিবোৰ দিনপঞ্জীতকৈ অলপহে হেৰফেৰ।" (বুৰঞ্জী আৰু বিতৰ্ক, লক্ষ্মীনাথ তামুলী, ১৯৯৬, পৃঃ ৪)

কিন্তু ঐতিহাসিক ঘটনাৰ মূল্যায়ন যিহেতু সেই ঘটনা যি সময়ৰ সেই নিৰ্দিষ্ট যুগৰ পটভূমিক সম্মুখত লৈ বিবেচনা কৰিলেহে সেইবোৰৰ বস্তুনিষ্ঠ মূল্যায়ন কৰাটোক বুজায়, সেয়ে আহোম যুগত ৰচিত বুৰঞ্জীপুথিবোৰৰ ওপৰত উল্লেখিত সীমাবদ্ধতাক স্বীকাৰ কৰি লৈয়ো ইয়াকো মানি ল'বলৈ ইতিহাসেই সকীয়াই যে ভাৰতত হোৱা ইতিহাস-চৰ্চাৰ বি

ইতিহাস সেই তুলাচনিৰে জুখিলে অসমৰ ইতিহাস-চৰ্চাৰ যি ঐতিহ্য সেইটো মাথোন গৌৰৱ কৰিব পৰা বিধৰেই নহয়, লগতে আহোম ৰাজত্বই অসমত বুৰঞ্জী প্ৰণয়ন কৰোৱাৰ প্ৰথাৰ সূচনা (১২২৮ খ্ৰীঃ) আৰু তুৰ্কী-আফগানসকল ভাৰতলৈ আহি (১২০৬ খ্ৰীঃ) ইতিহাস প্ৰণয়ন কৰা প্ৰথা— এই দুয়োটাৰ আৰম্ভণি একে সময়তেই হৈছিল।

যি কি নহওক আহোমসকলে অসমত বুৰঞ্জী-চৰ্চাৰ যি প্ৰথাৰ সূত্ৰপাত কৰিছিল সেই পৰম্পৰাই পিছলৈ ক্ৰমান্বয়ে অধিক পুৰঠ আৰু উন্নত বিকাশৰ স্তৰত প্ৰায় যতিহীনভাৱেই ভৰি দিবলৈ সক্ষম হৈছিল। ষোড়শ শতিকাত সূৰ্যখড়ি দৈৱজ্ঞই ৰচনা কৰিছিল 'দৰং ৰাজবংশাৱলী'। শ্ৰীনাথ বৰবৰুৱাৰ উদ্যোগত ৰচিত 'তুংখুঙ্গীয়া বুৰঞ্জী' , কাশীনাথ তামুলি ফুকনৰ 'অসম বুৰঞ্জী সাৰ', হৰকান্ত সদৰ আমিনৰ 'অসম বুৰঞ্জী', হলিৰাম ঢেকিয়াল ফুকনৰ বাংলা ভাষাত ৰচিত 'আসাম বুৰঞ্জি', মণিৰাম দেৱানৰ 'বুৰঞ্জী বিবেকৰত্ন', দুতিৰাম স্বৰ্ণকাৰ হাজৰিকাৰ 'কলি ভাৰত বুৰঞ্জী', গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী' , পদ্মনাথ গোহাঞি বৰুৱাৰ 'আসামৰ বুৰঞ্জী', গোলাপ চন্দ্ৰ বৰুৱাই টাই ভাষাৰ পৰা ইংৰাজীলৈ অনুবাদ কৰা 'আহোম বুৰঞ্জী', হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা সম্পাদিত 'পুৰণি অসম বুৰঞ্জী' ইত্যাদি বুৰঞ্জীৰ গ্ৰন্থসমূহে সেই ধাৰাবাহিকতাৰ সাক্ষৰেই বহন কৰিছে।

ইংৰাজৰ অসম আগমন তথা ইংৰাজ শক্তিৰ অসমত শাসন প্ৰতিষ্ঠা হোৱাৰ পিছত ৱেড, বুকানন, হেমিল্টন, মেক্‌'চ, ৰবিন্সন, হাণ্টাৰ, বাটলাৰ, পেম্বাৰটন, মাৰ্টিন, মেকেঞ্জী আদিয়ে ইংৰাজী ভাষাত আৰু আধুনিক সাঁচেৰে অসম সম্পৰ্কীয় বুৰঞ্জীগ্ৰন্থ যদিও ৰচনা কৰিছিল, কিন্তু আধুনিক বিজ্ঞানসন্মত পদ্ধতিৰে লিখা প্ৰথমখন অসম সম্পৰ্কীয় ইতিহাসগ্ৰন্থ হিচাপে এডৱাৰ্ড গেইটৰ 'এ হিষ্ট্ৰী অব আসাম' (প্ৰথম প্ৰকাশ ১৯০৬, থেকাৰ, স্পিংক এণ্ড কোঃ, কলিকতা) খনকেই ধৰা হয়।

গেইটে মুকলি কৰি দিয়া এই বাটেৰে বাট বুলি ড° সূৰ্য কুমাৰ ভূঞা, ড° হেৰম্ব কান্ত বৰপূজাৰী, কনক লাল বৰুৱা, বেণুধৰ শৰ্মা, ৰাজমোহন নাথ, ড প্ৰতাপ চন্দ্ৰ চৌধুৰী, হিতেশ্বৰ বৰবৰুৱা, সৰ্বানন্দ ৰাজকুমাৰ, ৰেৱতী মোহন লাহিড়ী, এ চি বেনাৰ্জী, ড° পদ্মেশ্বৰ গগৈ, ড বাণীকান্ত কাকতি, ড° মহেশ্বৰ নেওগ, ড সত্যেন্দ্ৰ নাথ শৰ্মা ইত্যাদি পণ্ডিতসকলে দেশত ক্ষমতা হস্তান্তৰ ঘটাৰ পূৰ্বেই অসমত আধুনিক পদ্ধতিৰ ইতিহাস-চৰ্চাক সবল কৰি তুলিছিল আৰু ক্ষমতা হস্তান্তৰৰ পিছত এই ধাৰাক নতুন চামৰ পণ্ডিতসকলে অধিক সমৃদ্ধ কৰিছে। কিন্তু বিষয়বস্তুৰ ক্ষেত্ৰত পাৰ্থক্য থাকিলেও ৰচনাৰীতি আৰু ইতিহাস দৰ্শনৰ প্ৰশ্নত গেইট আৰু তেওঁৰ পদানুসৰণ কৰা এই পণ্ডিতসকলৰ অধিকাংশৰ মাজত বিশেষ পাৰ্থক্য চকুত নপৰে। আধুনিক যুগত পশ্চিমীয়া ইতিহাসবিদসকলে যি এম্পেৰিকেল অথবা এক্‌লেক্‌টিক্ দৃষ্টিভংগীৰে ইতিহাস ৰচনা কৰিছিল তেওঁলোকেও সেই ধাৰাকেই অনুসৰণ কৰিছিল। চৰ্চিত বিষয়ত সমগ্ৰ সমাজখনক, বিশেষকৈ সমাজখনৰ জনগণক সন্মুখত ৰাখি ইতিহাস-চৰ্চা তেওঁলোকৰ বেছিভাগেই কৰা নাছিল। এনে ধাৰাৰে ইতিহাস-চৰ্চাৰ সুশৃংখলিত তথা স্পষ্ট আৰম্ভণি অসমত কুৰি শতিকাৰ দ্বিতীয়ভাগৰপৰাহে হৈছিল আৰু এই দিশত অগ্ৰণী ভূমিকা পালন কৰিছিল ড° অমলেন্দু গুহ আৰু ড° হীৰেন গোঁহায়ে।

অৱশ্যে মাত্ৰ অসমতেই নহয় সমগ্ৰ ভাৰতবৰ্ষতেই কুৰি শতিকাৰ দ্বিতীয় ভাগৰ আগলৈকে গণমুখী ধাৰাৰ ইতিহাস-চৰ্চাই ঠন ধৰিব পৰা নাছিল। ১৯৫৬ চনত ড° দামোদৰ ধৰ্মানন্দ কৌশাম্বীৰ 'ইনট্ৰো'ডাকচন টু দ্যা ষ্টাডি অব ইণ্ডিযান হিষ্ট্ৰী'খন প্ৰকাশ হোৱাৰ পিছৰপৰাহে ভাৰতত গণমুখী ধাৰাৰ ইতিহাস-চৰ্চাৰ নতুন দিগন্ত স্পষ্ট ৰূপেৰে উন্মোচিত হৈছিল। তাৰ আগলৈকে আধুনিক যুগৰ ভাৰতবৰ্ষত মূলতঃ সাম্ৰাজ্যবাদী ধাৰাৰ ইতিহাস-চৰ্চাই প্ৰাধান্য লাভ কৰিছিল, যিটো ধাৰাৰ আৰম্ভণি হৈছিল ১৮২৬ চনত প্ৰকাশিত জেমচ মিলৰ 'দ্যা হিষ্ট্ৰী অব ব্ৰিটিছ ইণ্ডিযা'খনৰ জৰিয়তে। অৱশ্যে ১৯০১ চনতেই প্ৰখ্যাত স্বাধীনতা সংগ্ৰামী দাদাভাই নৌৰাজী ৰচিত 'প'ভাৰ্টি এণ্ড আন-ব্ৰিটিছ ৰুল ইন ইণ্ডিযা' প্ৰকাশিত হৈছিল, য'ত ভাৰতত ইংৰাজে চলোৱা শাসন আধুনিক গণতন্ত্ৰ তথা সাংবিধানিক শাসনৰ 'জন্মদাত্ৰী' হিচাপে খ্যাত ইংলেণ্ডৰ ৰাষ্ট্ৰশক্তিৰ সেই ঐতিহাসিক আদৰ্শগত খ্যাতিৰ সম্পূৰ্ণ পৰিপন্থী বুলি তীব্ৰ সমালোচনা আগবঢ়োৱা হৈছিল যদিও, সেইখনক পূৰ্ণাংগ অৰ্থৰ ইতিহাস গ্ৰন্থ বোলাটো আহুকলীযা। আনহাতে সেই সময়ছোৱাত প্ৰাচ্যবাদী ধাৰা আৰু জাতীযতাবাদী ধাৰাৰ দুখনমান ইতিহাস গ্ৰন্থ যদিও ৰচিত হৈছিল, কিন্তু সেই কেইখনত 'ভাৰতীয় ঐতিহ্যৰ মহত্ত্ব'ৰ দিশত ক্ষেত্ৰবিশেষে অতিৰঞ্জন আৰু কোনো কোনো ক্ষেত্ৰত ধৰ্মীয় সাম্প্ৰদায়িকতাৰ ৰহন থকা বুলি বস্তুনিষ্ঠ বিশ্লেষণেৰে নিৰপেক্ষ সমালোচক মহলে দেখুৱাই দিছে। এইবোৰ মূলতেই আছিল সাম্ৰাজ্যবাদী ধাৰাৰ বিৰুদ্ধে প্ৰদৰ্শিত তীব্ৰ প্ৰতিক্ৰিয়া তথা প্ৰতিবাদৰ প্ৰতিফলন হওতে সেই সময়ছোৱাতেই ধূৰ্জটি প্ৰসাদ মুখাৰ্জীৰ 'মডাৰ্ণ ইণ্ডিয়ান কালচাৰ— এ ছ'চিঅ'লজিকেল ষ্টাডি' (১৯৪২ চনত প্ৰকাশিত), নিহাৰ ৰঞ্জন ৰায়ৰ 'বাঙালী জাতিৰ ইতিহাস' (১৯৪৯ চনত প্ৰকাশিত) আদি কেইখনমান ভিন্নসুৰী ইতিহাস গ্ৰন্থও প্ৰকাশ হৈছিল— যি কেইখনত সামাজিক সত্তাক গুৰুত্ব দিয়াৰ চেষ্টা কৰা হৈছিল। কিন্তু এই বাস্তব সত্ত্বেও কৌশাম্বীৰ পূৰ্বে ভাৰতত গণমুখী ইতিহাস-চৰ্চা বিজ্ঞানসন্মত ভিত্তিত হৈছিল বুলিব নোৱাৰি বুলিযেই ভাৰতৰ ইতিহাস চৰ্চাৰ ইতিহাস সম্পৰ্কে বস্তুনিষ্ঠভাৱে আলোচনা কৰা পণ্ডিতসকলে মত দিছে।

কৌশাম্বীয়ে নিজে চৰ্চা কৰা ইতিহাস-চৰ্চাৰ ধাৰাক 'কম্বাইণ্ড মেথড অব হিষ্ট্ৰী' (ইতিহাস চৰ্চাৰ সমাহাৰিত অথবা তুলনামূলক, অথবা বহুমুখী পদ্ধতি) আখ্যা দিছিল, যিটোক কোৱা হয়, 'ইনটাৰ ডিচিপ্লিনাৰী, অথবা 'মাল্টি ডিচিপ্লিনাৰী এপ্ৰো'চ। এই পদ্ধতিত ৰাজনৈতিক অথবা অৰ্থনৈতিক অথবা সামাজিক অথবা সাংস্কৃতিক এনে বিশেষ দিশৰ ভিত্তিত ইতিহাস-চৰ্চা কৰাৰ সলনি চৰ্চিত সমাজৰ উৎপাদনৰ পদ্ধতি আৰু শ্ৰম সম্পৰ্কক (যি দুটায়েই প্ৰতিখন সমাজৰ চৰিত্ৰ নিৰ্ণয় কৰাৰ উপৰি প্ৰতিটো ঐতিহাসিক ঘটনাত অথবা প্ৰক্ৰিয়াত নিৰ্ণায়ক প্ৰভাব পেলায়) বিশেষ গুৰুত্ব দি চৰ্চিত সমাজখনৰ ৰাজনীতি, অৰ্থনীতি, সমাজ জীৱন, সংস্কৃতি— এই সকলোবোৰকেই সামৰি লৈ সমাজখনৰ জনজীৱনে বিশেষ গুৰুত্ব পোৱা সাঁচেৰে ইতিহাস-চৰ্চা কৰাৰ প্ৰচেষ্টা চলোৱা হয়। নক'লেও চলে যে ই এটা সম্পূৰ্ণ আধুনিক ধাৰা য'ত ৰাজনীতি বিজ্ঞান, নৃতত্ত্ব, ভূগোল, ভাষাতত্ত্ব, দৰ্শন, অৰ্থনীতি, সমাজ বিজ্ঞান ইত্যাদি শৃংখলাবোৰ ইতিহাস-চৰ্চাৰ সৈতে জড়িত হৈ পৰাৰ লগতে পৰিসংখ্যা বিজ্ঞান, পদাৰ্থ বিজ্ঞান ইত্যাদিও জড়িত হৈ পৰিল। পুৰাতত্ত্ব, প্ৰত্নতত্ত্ব ইত্যাদিৰ গুৰুত্ব আগৰপৰা আছিলেই।

তাৰ লগতে মৌখিক বুৰঞ্জী, লোকগাথা, ৰূপ কথা ইত্যাদিকো বিজ্ঞানসম্মতভাৱে চালি-জাৰি ইতিহাস-চৰ্চাৰ সমল কৰাৰ প্ৰথাও যোগ হ'ল। স্বাভাবিকতেই এনে আন্তঃশৃংখলাকেন্দ্ৰিক ইতিহাস চৰ্চা আধুনিক যুগতহে কৰাটো সম্ভৱপৰ হৈছে।

উনবিংশ শতিকাত পশ্চিম ইউৰোপ আৰু আমেৰিকাত আগষ্ট কোঁতে, টেইনি, বাক্‌ল, লুই, হেনৰী মৰ্গান, লৰেঞ্জ ফ'ন ষ্টাইন আৰু বিশেষকৈ কাৰ্ল মাৰ্ক্সে নতুন সাঁচৰ বিশ্ব দৃষ্টিভংগীৰে ইতিহাস-চৰ্চালৈ যি সম্পূৰ্ণ নতুন ধাৰাবোৰ আনিছিল, য'ত সমাজৰ চালিকাশক্তি আৰু পৰিৱৰ্তনৰ বিশ্লেষণক ইতিহাস-চৰ্চাৰ মূল বিষয় কৰা হৈছিল, তেনে বিশ্ব দৃষ্টিভংগীৰে কৰা ইতিহাস-চৰ্চাই কুৰি শতিকাৰ আৰম্ভণিৰে পৰা সবল গতি লাভ কৰিছিল। এই শিবিৰক বহল অৰ্থত ইতিহাস চৰ্চাৰ বাওঁপন্থী শিবিৰ বোলা হয়। ফৰাচী আলোচনী 'এনালিজ'ক কেন্দ্ৰ কৰি কুৰি শতিকাৰ কুৰিৰ দশকৰ পাতনিকালৰপৰা মাৰ্খ ব্লখ ফাৰ্ণাণ্ড ব্ৰডেল আদি প্ৰখ্যাত ইতিহাসবিদে, আৰু 'আমেৰিকান নিউ হিষ্ট'ৰীয়ানচ্' নামেৰে জনাজাত ফ্ৰেডাৰিক জেকচন টাৰ্ণাৰ, চাৰ্লচ বিয়াৰ্ড, জেমচ হাৰ্ভে ৰবিন্সন, ভাৰ্ণন পাৰিংটন আদি ঐতিহাসিকে নতুন নতুন ধাৰাৰে ইতিহাস-চৰ্চা আৰম্ভ কৰিছিল। ই পি থম্পচন, ফিলিপ ফ'নাৰ, ই এইচ কাৰ, ক্ৰিষ্ট'ফাৰ হিল, জন চেভিল, মাইক ডেভিচ আদি মাৰ্ক্সবাদী ইতিহাসবিদে বাওঁপন্থী ধাৰাৰ ইতিহাস-চৰ্চালৈ যোগাইছিল প্ৰভূত বৰঙণি। কুৰি শতিকাৰ কুৰিৰ দশকৰ অন্তিমছোৱাত ইটালিৰ কমিউনিষ্ট নেতা আণ্ট'নিঅ' গ্ৰামচিয়ে নিম্নবৰ্গৰ ইতিহাস আৰু সামাজিক আধিপত্য (হেগেম'নি)ৰ তত্ত্বৰ উপস্থাপনেৰে বাওঁপন্থী ইতিহাস-চৰ্চাৰ ধাৰালৈ আনিছিল নতুন তথা অতি গুৰুত্বপূৰ্ণ সংযোজন।

কৌশাম্বীয়ে ভাৰতত 'সমাহাৰিত পদ্ধতি'ৰে ইতিহাস-চৰ্চা আৰম্ভ কৰাৰ পিছত ৰামচৰণ শৰ্মা, ৰমিলা থাপাৰ আদিয়ে ভাৰতীয় ইতিহাসৰ প্ৰাচীন যুগ সম্পৰ্কে, ইৰফান হবিব আৰু তেওঁৰ নেতৃত্বত 'আলিগড় স্কুলে' ভাৰতীয় ইতিহাসৰ মধ্যযুগ সম্পৰ্কে, এ আৰ দেশাই, বিপান চান্দ আদিয়ে ভাৰতীয় ইতিহাসৰ আধুনিক যুগ সম্পৰ্কে এই নতুন ধাৰাৰে ভাৰতত ইতিহাস চৰ্চাক অধিক গতিশীল কৰি তুলিলে। আনহাতে নিকা গণতান্ত্ৰিক দৃষ্টিকোণোৰে ইতিহাসৰ ঘটনাৱলীক ব্যাখ্যা-বিশ্লেষণ কৰাৰ প্ৰচেষ্টা অসমত যদিও কুৰি শতিকাৰ প্ৰথম ভাগৰ পৰা চন্দ্ৰনাথ শৰ্মা, লক্ষ্মীধৰ শৰ্মা আদি দেশপ্ৰেমিক গণতান্ত্ৰিক নেতাই দুই-এটা বিষয়বস্তু সম্পৰ্কে খণ্ডিতভাৱে ক্ষেত্ৰবিশেষে কৰিছিল, যি প্ৰচেষ্টাক জ্যোতিপ্ৰসাদ আগৰৱালা, ভবানন্দ দত্ত আদিয়ে সজীৱ কৰি ৰাখিছিল, আৰু ক্ষমতা হস্তান্তৰৰ কেইবছৰমান পিছতেই 'প্ৰবাহ' আলোচনীৰ পাতত প্ৰবুদ্ধ ৰায় চৌধুৰীয়ে 'উত্তৰ নামৰূপ আৰু দৰঙৰ কৃষক বিদ্ৰোহ' শীৰ্ষক আলোচনাৰে সেই বিদ্ৰোহলানিৰ সংক্ষিপ্ত ইতিহাস সম্পৰ্কে বাওঁপন্থী ইতিহাস-চৰ্চাৰ ধাৰাৰে পৰ্যালোচনা আগবঢ়াইছিল, কিন্তু 'সমাহাৰিত পদ্ধতি'ৰে অসমত সুসংহতভাৱে ইতিহাস-চৰ্চাৰ সুস্পষ্ট আৰম্ভণি যে ড° অমলেন্দু গুহ আৰু ড° হীৰেন গোহাঁয়েহে কৰিছিল— সেই উল্লেখ ইতিমধ্যে কৰা হৈছে। ডঃ গুহ আছিল বাটকটীয়া আৰু তেওঁ সেই প্ৰক্ৰিয়াৰ সূচনা কৰিছিল কুৰি শতিকাৰ ষাঠিৰ দশকৰ শেষ ভাগৰপৰা। অৱশ্যে তেওঁ ১৯৫০ চনতেই এই দিশলৈ প্ৰথম ভৰি মেলিছিল, যিটো হওঁতে পূৰঠ পদক্ষেপ নাছিল বুলি পিছত তেওঁ নিজেই ঘোষণা কৰিছে।

অসমত গণমুখী ইতিহাস-চৰ্চাৰ এই আৰম্ভণিৰ প্ৰেক্ষাপটত বিবেচনা কৰিলে এটা নামে বিশেষ উল্লেখ দাবী কৰে। সেই নামটো হ'ল বিষ্ণুপ্ৰসাদ ৰাভা।

প্ৰথমেই এটা উল্লেখ কৰি লোৱা উচিত হ'ব। সৈনিক শিল্পী বিষ্ণুপ্ৰসাদ ৰাভা আনুষ্ঠানিক অৰ্থৰ ইতিহাসবিদ নাছিল। তেনে কোনো দাবী তেওঁ কৰাও নাছিল। তেওঁ কোনো পূৰ্ণাংগ ইতিহাস গ্ৰন্থও ৰচনা কৰি থৈ যোৱা নাই। কিন্তু তেওঁৰ ৰচনা ৰাজিলৈ টং কৰিলেই এইটো স্পষ্ট হৈ পৰে যে অসমত গণমুখী ধাৰাৰ ইতিহাস-চৰ্চাৰ আৰম্ভণিতো ৰাভাই অতি গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি থৈ গৈছে। অৱশ্যে এগৰাকী পূৰ্ণাংগ অৰ্থৰ আনুষ্ঠানিক ইতিহাসবিদৰ মানসিকতাৰে ৰাভাই ইতিহাস-চৰ্চা কৰা নাছিল। তাক তেওঁ কৰিছিল সমাজ-বিপ্লৱৰ উদ্দেশ্য সাধন আৰু গণসংস্কৃতিৰ সেৱাৰ স্বাৰ্থতহে। সৈনিকশিল্পী বিষ্ণুপ্ৰসাদ ৰাভা আছিল মাৰ্ক্সবাদত দৃঢ়বিশ্বাসী এগৰাকী সমাজবিপ্লৱী, যিগৰাকীয়ে শোষিত জনগণৰ শোষণ-মুক্তিৰ স্বাৰ্থত সশস্ত্ৰ বিপ্লৱৰ পথত ভৰি দিবলৈকো কুণ্ঠাবোধ কৰা নাছিল। আনহাতে তেওঁ আছিল অতি প্ৰতিভাধৰ শিল্পী আৰু ওপৰত উল্লেখ কৰা আদৰ্শগত কাৰণত তেওঁ হৈ পৰিছিল গণসংস্কৃতিৰ একনিষ্ঠ সাধক। সেই বাবেই তেওঁ গণমুখী ধাৰাৰ ইতিহাস-চৰ্চাৰ যি দৃষ্টান্তবোৰ ৰচনা কৰি থৈ গৈছে তাৰ বেছিখিনিয়েই তেওঁ বিভিন্ন উপলক্ষ্যত প্ৰদান কৰা ভাষণৰ অংগহে, যি ভাষণবোৰ তেওঁ প্ৰদান কৰিছিল বিপ্লৱী শক্তিৰদ্বাৰা আয়োজিত কৃষ্টি সংক্ৰান্তীয় বিভিন্ন সভাত। অৱশ্যে স্বকীয় প্ৰবন্ধ হিচাপে লিখা এনে দুই-এখন ৰচনাও আছে যি কেইখনতো তেওঁৰ গণমুখী ধাৰা ইতিহাস-চৰ্চাৰ আভাস পোৱা যায়। এনেকৈয়ে ৰাভাই এই দিশত যি অগ্ৰণী ভূমিকা লৈছিল তাৰ স্বাক্ষৰ তেওঁৰ কেইখনমান অভিভাষণ, কেইটামান প্ৰবন্ধ, আৰু নাটক, উপন্যাস ইত্যাদিতহে সিঁচৰিত হৈ আছে। তেওঁৰ ৰচনাৰো সকলোখিনি এতিয়ালৈকে উদ্ধাৰ হোৱা নাই আৰু উদ্ধাৰ নোহোৱাখিনি কেতিয়াবা যে উদ্ধাৰ হ'বগৈ তেনে আশাও বৰ বেছি আছে বুলি বাস্তৱে নকয়। তেওঁৰ বিপ্লৱী যাযাবৰী জীৱনৰ সোঁতত সেইখিনি হেৰায়েই গ'ল বুলিহে এতিয়াও ভাবিব লগা হৈ আছে।

আনহাতে ৰাভাই ইতিহাস গ্ৰন্থ ৰচনাৰ বিষয়ে কোনো আনুষ্ঠানিক প্ৰশিক্ষণ লোৱাৰ সুবিধাও পোৱা নাছিল। সেই সময়ত অসমত সেই সুবিধা বিশেষ নাছিলেই। ৰাজ্যখনত গৱেষণাৰ পৰিৱেশো ব্যাপক হোৱা নাছিল আৰু গৱেষণা গ্ৰন্থ তথা সেই দিশৰ বৌদ্ধিক আলোচনী আদিৰো আছিল ভীষণ নাটনি। কামৰূপ অনুসন্ধান সমিতি, ৰাজ্যিক ইতিহাস আৰু পুৰাতত্ত্ব বিভাগৰ গ্ৰন্থাগাৰ, আৰু এচিয়াটিক ছ'চাইটিৰ তেনেই ক্ষীণ কলেবৰৰ আৰু অতি সীমিত সংখ্যাৰ গৱেষণা-আলোচনীকেইখন— মোটামুটি এইখিনিৰেই সুবিধা সেই সময়ত অসমত আছিল, যিখিনি গৱেষণাৰ বাবে আছিল তেনেই তাকৰ সা-সুবিধা। তদুপৰি অসমৰ বিদ্বান মহলত গণমুখী ধাৰাৰ ইতিহাস-চৰ্চা হৈ আছিল এলাগী। সেয়ে সেই পণ্ডিতসকলৰ বেছিখিনিৰ লগতেই এই বিষয়ে কোনো আলোচনা কৰাৰ সুবিধাও নাছিলেই বুলিব পাৰি। বিশেষকৈ ৰাভাৰ দৰে সমাজ বিপ্লৱীৰ বাবে। কাৰণ সেই পণ্ডিতসকলৰ অধিকাংশই আছিল বাওঁপন্থী চিন্তাৰ বিৰোধী। এনে প্ৰতিকূল পৰিস্থিতি সত্ত্বেও ৰাভাই এই দিশত যিখিনি অৱদান আগবঢ়াই গ'ল সেই ভূমিকাক বিস্ময়কৰেই বুলিব লাগিব।

এনে প্ৰতিকূল পৰিস্থিতি সত্ত্বেও ৰাভাৰ চিন্তাধাৰাত গণমুখী ইতিহাস-চৰ্চাৰ চিন্তা কেনেকৈ উন্মোচিত হ'ল সিও ভাবিবলগীয়া। তাৰ প্ৰধান কাৰণ যে তেওঁৰ বিপ্লৱী মানসিকতাই আছিল তাক তেওঁৰ জীৱনবীক্ষাই স্পষ্ট কৰি দিয়ে। শোষিত জনগণক তেওঁ যে অন্তৰেৰে ভাল পাইছিল আৰু সমাজৰ গণমুখী ৰূপান্তৰ তেওঁ যে অন্তৰেৰে বিচাৰিছিল তাক তেওঁ কমিউনিষ্ট পাৰ্টিৰ সংস্পৰ্শলৈ অহাৰ আগতেই কৰা বিভিন্ন গুৰুত্বপূৰ্ণ কাৰ্যই প্ৰমাণ কৰে। তেওঁ জনগণক অন্তৰেৰে ভাল পাইছিল বাবেই ছাত্ৰাবস্থাতেই নিভাঁজ দেশপ্ৰেমিক হ'ব পাৰিছিল আৰু সাম্ৰাজ্যবাদী লুণ্ঠক ('বগাপাঠা') আৰু দেশীয় শোষক ('ক'লা পাঠা')— দুয়োবিধ শোষকক উচ্ছেদ কৰিব ('বলি দিব') পাৰিলেহে যে গণমুক্তি ('ৰাজ্যৰ মংগল') আহিব তাক লৈ 'ছড়া' লিখি সাম্ৰাজ্যবাদী শাসকৰ বাটচৰাত ওলমাই আহিব পাৰিছিল। জনগণক অন্তৰেৰে ভাল পাইছিল বাবেই তেওঁ নিজ মাটিৰ গণ সংস্কৃতিক অন্তৰেৰে আদৰ কৰিছিল আৰু সেয়ে প্ৰকৃত অসমীয়া ৰূপেৰে 'জয়মতী'ক চলচ্চিত্ৰত সজাবলৈ জ্যোতিপ্ৰসাদক উদ্বুদ্ধ কৰিব পাৰিছিল। ১৯৩৫ চনতেই তেওঁ জ্যোতিপ্ৰসাদৰ লগহৈ 'জয়মতী' আৰু 'শোণিত কুঁৱৰী'ৰ গ্ৰামোফোন ৰেকৰ্ড প্ৰস্তুত কৰাৰ লগতেই নিজ উদ্যোগত 'বেউলা','ৰতনী', 'বিষ্ণুৰতী', 'জন্মাষ্টমী', 'বৰদৈচিলা', 'শংকৰদেৱ' আৰু 'মাধৱদেৱ' গ্ৰামোফোন ৰেকৰ্ড প্ৰস্তুত কৰিছিল। ৰেকৰ্ড কেইখনৰ বিষয়বস্তু যে অসমৰ ইতিহাস আৰু গণকৃষ্টিৰ সৈতে জড়িত বিষয় আছিল তাক নক'লেও চলে। সেই সময়তেই তেওঁ 'আৱাহন'ৰ পাতত ৰচনা কৰিছিল 'বৃহত্তৰ অসমৰ কল্পনা' শীৰ্ষক নিৱন্ধ, য'ত অসমীয়া জাতীয় জীৱনৰ ঐতিহাসিক সংমিশ্ৰণৰ প্ৰক্ৰিয়াক বিশেষ গুৰুত্ব দি বৃহত্তৰ অসম সেই সম্প্ৰীতিৰ ডোলেৰে গঢ়াৰ পৰামৰ্শ তেওঁ আগবঢ়াইছিল।

১৯৩৬ চনত সেই 'আৱাহন'ৰ পাততেই 'অসমৰ অত্যাচাৰিত আৰু অৱনত' জনগোষ্ঠীসমূহক আন 'উন্নত' জনগোষ্ঠীসমূহৰ "লগত একে আসনত ঠাই দিবলৈ অসমৰ প্ৰত্যেক ৰাজনীতিজ্ঞ আৰু সমাজ নেতাসকলে এতিয়াৰে পৰা চেষ্টা কৰা উচিত। তাকে নকৰিলে অৱনত জাতিসমূহৰ বুকুত বিদ্ৰোহৰ অগনি জ্বলাই অসমত আৰু এটা গৃহকন্দলৰ বাহ সাজি দিয়া হ'ব"— বুলি স্পষ্টভাৱে ৰাভাই সকীয়াই দিছিল। যৌৱনৰ আগলি পৰতেই ৰাভাৰ ইতিহাসবোধ কিমান প্ৰৱল আৰু প্ৰখৰ আছিল আৰু কিমান গণমুখী আছিল এইবোৰ তাৰেই চানেকি। অথচ তেতিয়া তেওঁৰ বয়স ছাব্বিশ বছৰ হৈছিলহে আৰু স্বাধীনতা আন্দোলনত অংশগ্ৰহণ কৰাৰ 'অপৰাধ'ত বাছনি পৰীক্ষাত প্ৰথম শাৰীত থাকিও তেওঁ স্নাতক ডিগ্ৰী লোৱাৰপৰা পুলিচৰ অত্যাচাৰত বঞ্চিত হৈছিল, আৰু অসমাপ্ত কলেজীয়া জীৱনতো তেওঁ মূলতঃ আছিল বিজ্ঞান শাখাৰহে ছাত্ৰ। তেওঁ আনুষ্ঠানিক ডিগ্ৰী লাভৰপৰা বঞ্চিত হোৱাটোৱেও পিছলৈ তেওঁক আনুষ্ঠানিক অৰ্থৰ গৱেষক হোৱাৰ ক্ষেত্ৰত অলংঘনীয় বাধাৰ সৃষ্টি কৰিছিল। কাৰণ তেনে ডিগ্ৰীহীন গৱেষকৰ গৱেষণাক বিদ্বানমহলে প্ৰয়োজনীয় স্বীকৃতি দিয়া নাছিল। অথচ ৰাভাৰ অনেক আৱিষ্কাৰ আৰু ব্যাখ্যা বিশ্লেষণকহে যুগজয়ী হিচাপে সময়ে প্ৰমাণ কৰিলে। অসমত গণমুখী ইতিহাস-চৰ্চাৰ আৰম্ভণিত ৰাভাই লোৱা ভূমিকা কেনে গুৰুত্বপূৰ্ণ আছিল তাকেই এইবোৰে স্পষ্ট কৰি দিছে।

ছাত্ৰাবস্থাতেই ৰাভাৰ ইতিহাসবোধ অতি প্ৰখৰ আছিল বাবেই তেওঁ স্নাতক ডিগ্ৰীৰ বাবে

চূড়ান্ত পৰীক্ষা দিবলগীয়া বছৰটোতেই (১৯৩১ চন) স্বাধীনতা সংগ্ৰামী হোৱাৰ 'অপৰাধ'ত শিক্ষা জীৱন সামৰি (বাছনি পৰীক্ষাত তেওঁ ৰংপুৰৰ কাৰমাইকেল কলেজত আগশাৰীত স্থান লাভ কৰিছিল) বৰপেটাত তেতিয়া থকা ভিনিহীয়েকৰ ঘৰলৈ অহাৰ সময়তেই শংকৰী কলা-কৃষ্টি সম্পৰ্কে গভীৰ অধ্যয়ন কৰাৰ লগতেই শ্ৰীমন্ত শঙ্কৰদেৱৰ দৈহিক ৰূপৰ প্ৰতিচ্ছবি নিজ মানসপটত গঢ় দিবলৈ সক্ষম হৈছিল। কেইদিনমান পিছত কলিকতালৈ ঘূৰি গৈ সেই প্ৰতিচ্ছবিৰ আধাৰতেই ৰাভাই আঁকিছিল শ্ৰীমন্ত শংকৰদেৱৰ চিত্ৰ আৰু সেই চিত্ৰৰ তিনিহাজাৰ কপি ছপাইছিল। সেই ঘটনাই সেই সময়ত অসমৰ মহাপুৰুষীয়া সমাজত যদিও মহা হৈ-চৈৰ সৃষ্টি কৰিছিল, কিন্তু পিছলৈ সেই চিত্ৰয়েই অসমৰ সমাজত যুগমীয়া স্বীকৃতি লাভ কৰিলে। শ্ৰীমন্ত শঙ্কৰদেৱৰ চিত্ৰ অংকন কৰা, শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মাধৱদেৱক বিষয় হিচাপে লৈ গ্ৰামোফোন ৰেকৰ্ড প্ৰস্তুত কৰা, বেউলা, ৰতনী, জন্মাষ্টমী, বৰদৈচিলা, বিহুৱতী, জয়মতী, শোণিতকুঁৱৰী— এই বিষয়বোৰক লৈ গ্ৰামোফোন ৰেকৰ্ড প্ৰস্তুত কৰা— এই কামবোৰ ৰাভাই কৰিছিল বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সংস্পৰ্শলৈ অহাৰ আগতেই। ১৯৩১-১৯৪০ ৰ সময়ছোৱাত। ইয়াৰ প্ৰতিটো কৰ্মই ৰাভাই অসমৰ গণসংস্কৃতি আৰু ইতিহাসক কিমান গভীৰভাৱে শ্ৰদ্ধা কৰিছিল তাৰেই স্বাক্ষৰ বহন কৰিছে। ১৯৪৫ চনত তেওঁ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সৈতে জড়িত হৈ পৰিছিল। মাৰ্ক্সীয় দৰ্শন গ্ৰহণ কৰাৰ পিছত ৰাভাৰ মানসিকতালৈ যি গুৰুত্বপূৰ্ণ পৰিৱৰ্তন আহিছিল তাৰ প্ৰমাণ দি তেওঁ কুৰি শতিকাৰ ত্ৰিশৰ দশকত ৰচনা কৰা "অসমীয়া সমনীয়া' আগবাঢ়ি যাওঁ ব'ল " এই গীতফাকি চল্লিছৰ দশকৰ শেষ ভাগত "অ' বনুৱা সমনীয়া, আগবাঢ়ি যাওঁ ব'ল"— এনে ৰূপ দি গাইছিল আৰু সেই ৰূপৰেই পিছলৈ গীতটো যুগমীয়া হৈছিল।

মাৰ্ক্সবাদী দৰ্শন গ্ৰহণ কৰি ১৯৪৫ চনত বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগ দিয়াৰ পিছত ৰাভা মৃত্যুৰ (২০ জুন, ১৯৬৯ চন) সময়লৈকে ভাৰতৰ কমিউনিষ্ট আন্দোলনৰ সৈতে জড়িত হৈ আছিল। ১৯৫৫ চনত তেওঁ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰপৰা ওলাই আহি ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগ দিছিল আৰু জীৱনৰ শেষলৈকে সেই পাৰ্টিৰ সদস্য হৈ আছিল। মাৰ্ক্সবাদী দৰ্শন গ্ৰহণ কৰাৰ পিছত তেওঁৰ ইতিমধ্যে থকা ইতিহাসবোধ অধিক গভীৰ তথা ব্যাপক পৰিধিৰ হৈ পৰিছিল। কাৰণ মাৰ্ক্সীয় ইতিহাস দৰ্শনৰ সৈতে তেওঁৰ পৰিচয় ঘটিছিল আৰু সেই বাওঁপন্থী ইতিহাস দৰ্শন তেওঁ দৃঢ় আন্তৰিকতাৰে গ্ৰহণ কৰিছিল। মূলতঃ তেওঁৰ জীৱনৰ এই অতি গুৰুত্বপূৰ্ণ পৰ্বটোৱেই তেওঁক যুগজয়ী খ্যাতিৰ গৰাকী কৰিছিল আৰু এই পৰ্বৰ সূচনাৰ লগে লগেই গণমুখী ধাৰাৰে ৰাভাই কৰা ইতিহাস-চৰ্চাও আৰম্ভ হৈছিল। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সদস্য হিচাপে তেওঁ সমাজ ৰূপান্তৰৰ কাৰ্যসূচী হাতত লৈ অসমৰ অনেক অঞ্চললৈ গৈছিল আৰু সেই অঞ্চলবোৰৰ শোষিত-নিষ্পেষিতসকলৰ সৈতে গঢ়ি তুলিছিল পৰম আত্মীয়তা। তেওঁৰ জনগণ-প্ৰেম ইমানেই নিভাঁজ তথা গভীৰ আছিল যে সেই জনগোষ্ঠীসমূহৰ গণজীৱন তথা তেওঁলোকৰ ঐতিহ্যক বস্তুনিষ্ঠভাৱে বুজিবৰ বাবে তেওঁলোকৰ ভাষা, অথবা কথিত ভাষাও তেওঁ শিকি লৈছিল আৰু সেই দুখীয়া নিচলা লোকসকলৰ ঘৰত ঘৰৰেই এজনৰ দৰে পৰম সন্তোষেৰে থকাৰ লগতেই তেওঁলোকে আগবঢ়োৱা সকলো বিধৰ

আহাৰো নিঃসংকোচে তথা তৃপ্তিৰে গ্ৰহণ কৰিছিল। তেওঁলোকৰ ভাষাত তেওঁ গান গাইছিল, বক্তৃতা দিছিল আৰু তেওঁলোকৰ বাদ্যযন্ত্ৰ বজাবলৈ শিকি লৈছিল। এই সকলোবোৰেই ৰাভাৰ গণমুখী ইতিহাস-চৰ্চালৈ যোগাইছিল ইন্ধন আৰু ছাত্ৰাৱস্থাৰপৰা গজালি মেলা তেওঁৰ ইতিহাসবোধলৈ আনিছিল বিশাল গভীৰতা তথা গণমুখিতা।

ৰাভাই কৰা গণমুখী ধাৰাৰ ইতিহাস-চৰ্চাৰ গুৰুত্বক বুজিবলৈ আমি তেওঁৰ এই দিশৰ ৰচনাৰাজি অধ্যয়ন কৰোঁতে এটা কথা অনবৰতে মনত ৰাখিব লাগিব, আৰু সেইটো হ'ল— কৌশাম্বীয়ে ১৯৫৬ চনত 'সমাহাৰিত পদ্ধতি'ৰে গণমুখী ইতিহাস-চৰ্চাৰ ধাৰা ভাৰতত প্ৰচলন কৰাৰ দহ বছৰৰ পূৰ্বেই ৰাভাই গণমুখী ইতিহাস-চৰ্চাৰ দৃষ্টিভংগীৰে কেইবাটাও গুৰুত্বপূৰ্ণ প্ৰবন্ধ লিখিছিল। সেই লিখনিবোৰ ড° গুহই মোৱামৰীয়া বিদ্ৰোহ সম্পৰ্কে ১৯৫০ চনত 'দ্যা আচাম ট্ৰিবিউন' কাকতত লিখা প্ৰবন্ধটোৰো আগৰ আছিল, আৰু সেই প্ৰবন্ধটোৱেই ড° গুহৰ এই দিশৰ প্ৰথম প্ৰবন্ধ। ইও লক্ষণীয় যে ৰাভা আছিল সেই তেজপুৰবাসী যি তেজপুৰতেই ড° গুহৰো বুদ্ধিজীৱী জীৱনে পাতনি মেলিছিল। ৰাভাৰ দৰে ড° গুহও আছিল বাওঁপন্থী আন্দোলনৰ কৰ্মী আৰু ড° গুহৰ এখন কাব্যগ্ৰন্থৰ বেটুপাতৰ খচৰা নক্সাও আঁকিছিল ৰাভায়েই। আনহাতে জ্যোতিপ্ৰসাদ আগৰৱালা, চন্দ্ৰনাথ শৰ্মা, লক্ষীধৰ শৰ্মা আদিও আছিল তেজপুৰৰেই আৰু তেওঁলোক প্ৰায়খিনিৰে নিকট সান্নিধ্য ৰাভাই লাভো কৰিছিল। অৱশ্যে মাৰ্ক্সীয় দৰ্শন গ্ৰহণ কৰি ভাৰতৰ কমিউনিষ্ট আন্দোলনৰ সৈতে ৰাভা জড়িত হৈ নপৰাহেঁতেন তেওঁ গণমুখী ইতিহাস-চৰ্চাৰ বাটত খোজ সম্ভৱ দিব নোৱাৰিলেহেঁতেন। কাৰণ ভাৰতবৰ্ষত সেই পথত খোজ দিয়া প্ৰতি গৰাকী অন্বেষণকাৰীক মাৰ্ক্সীয় দৰ্শনেই সেই পথলৈ অনা দেখা যায়। তদুপৰি কমিউনিষ্ট আন্দোলনৰ সৈতে জড়িত হোৱাৰ ফলত দেশ-বিদেশৰ সেই ধাৰাৰ চৰ্চাকাৰীসকলৰ লেখনিৰ সৈতে, অথবা সেই বিষয়ক আলোচনাৰ সৈতে কিছু হ'লেও পৰিচিত হোৱাৰ সুযোগ তেওঁ পাইছিল। অসমত যিহেতু কুৰি শতিকাৰ প্ৰথম ভাগত এনে ধাৰাৰ প্ৰচলন আন শিবিৰবোৰত নাছিলেই সেয়ে এই পথেৰে সেই ধাৰাৰ সৈতে চিনাকি হোৱাৰ বাহিৰে আন কোনো পথেৰে সেই চিনাকি হোৱাৰ সুবিধাও নাছিল।

'অসমীয়া কৃষ্টিৰ চমু আভাস', 'অসমীয়া কৃষ্টি', 'জনজাতীয় সংস্কৃতিত শিৱ', 'চিখলা ৰাজ্য', 'বজ্ৰজ্ঞানৰ বিলুপ্তি কাহিনী', 'বড়ো সমাজ', 'মৰং', 'নৰকাসুৰ', 'সৰ্বানন্দ সিংহ', 'মায়ামৰীয়া বিদ্ৰোহ (অষ্টভূজ, নাহৰ গোৰা, গাগিনী ডেকা, কীৰ্তিচন্দ্ৰ বৰবৰুৱা আদিৰ কথা)', 'অতীত অসম', 'কৈনো থাকো মানে ওৰকে নপৰে', 'বান-কাবাং', 'ৰঙালী বিহু' ইত্যাদি ৰচনাৰাজিত বিষ্ণুপ্ৰসাদ ৰাভাই গণমুখী ধাৰাৰ ইতিহাস-চৰ্চাৰ স্বাক্ষৰ থৈ গৈছে। সেই সময়ত অসমত যি ৰক্ষণশীল ধাৰাৰ ইতিহাস-চৰ্চা প্ৰচলিত হৈ আছিল সেই ধাৰাই যে ৰাভাক অসন্তুষ্ট কৰিছিল তাক স্পষ্টভাৱে ঘোষণা কৰি তেওঁ লিখিছিল ঃ '... কামৰূপ অনুসন্ধান সমিতি'ৰ 'মিউজিয়াম' দেখিলে গৌৰৱত অসমীয়াৰ বুকু ফুলি উঠে। কিন্তু মোৰ মতে সেই সংগ্ৰহ আৰু অনুসন্ধান এতিয়াও কেঁচুৱা অৱস্থাতেই আছে। তাৰ অনুসন্ধান আৰু প্ৰকাশ দেখিলে মনত হয় যেন সেইবিলাক অতি মৃদু গতিতহে চলিছে। তাৰ বাবে আমি সূৰ্যকুমাৰ ভূঞা আদি কৰি অসমৰ আন আন প্ৰত্নতত্ত্ববিদ পণ্ডিতসকলক অনুৰোধ কৰোঁ যেন তেওঁলোকে নানান শাখা

হাতত লৈ বিজ্ঞানমতে অনুসন্ধান বিশ্লেষণ কৰি অসমৰ গূঢ়তত্ত্ব আৰু কাহিনী অসমীয়াৰ চকুৰ আগত সোনকালে মেলে। পুৰণি বস্তুৰে যেন নতুন সংস্কৰণ কৰি প্ৰকাশ নকৰে। অসমৰ গৌৰৱ সুপণ্ডিত ড° বাণীকান্ত কাকতি ডাঙৰীয়ালৈও আমাৰ একান্ত মিনতি যেন তেখেতে কেৱল পুথিগত বিদ্যাৰে বিশ্লেষণ কৰি পুথি নিলিখি প্ৰত্যেক জাতিৰ মানুহৰ লগত বেলেগ বেলেগ ভাষাত কথা পাতি নিজ অভিজ্ঞতাৰে পুথি লিখে। নহ'লে অতি কষ্টৰে লিখা তেখেতৰ পুথিৰ বহুতো ভুল থাকিবৰ সম্ভাৱনা থাকে। যি কি নহওক, 'কামৰূপ অনসুন্ধান সমিতি'ৰ ঘৰটোৰ বাহিৰেও গোটেই অসমখনেই এটা বিৰাট 'মিউজিয়াম'। ... " (অসমীয়া কৃষ্টিৰ চমু আভাস, বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰ, দ্বিতীয় খণ্ড, পৃঃ ১২৭৩-১২৭৪)

ওপৰত উদ্ধৃত ৰাভাৰ কথাখিনিয়ে একাধিক গুৰুত্ব বহন কৰিছে। কথাখিনি তেওঁৰ 'কনিহাৰ ভাষণ' নামেৰে জনাজাত ভাষণৰ অংশবিশেষ। সেই ভাষণ তেওঁ প্ৰদান কৰিছিল ১৯৪৫ চনৰ ৰঙালী বিহুৰ সময়ত, যেতিয়া অসমহে নালাগে সমগ্ৰ ভাৰততেই গণমুখী ধাৰাৰ ইতিহাস-চৰ্চাই ঠন ধৰি উঠা নাছিল। কৌশাম্বীৰ প্ৰথম গ্ৰন্থখন প্ৰকাশ হৈছিল ১৯৫৬ চনত আৰু দেবী চট্টোপাধ্যায়ৰ 'লোকায়ত' প্ৰথম প্ৰকাশ হৈছিল ১৯৫৯ চনতহে। ভাৰতীয় সুপণ্ডিতসকলৰ পূৰঠ লিখনিৰপৰা এই ধাৰা সম্পৰ্কে শিকি-বুজি ল'বলৈ ৰাভাইয়ে তেতিয়া সুবিধা পোৱা নাছিল তাক ই স্পষ্ট কৰি দিয়ে। এনে সুবিধা নোপোৱা সত্ত্বেও আৰু সেই সময়ত অসমত তেনে গৱেষণাৰ বাবে প্ৰয়োজনীয় পৰিস্থিতি নথকা সত্ত্বেও তেওঁ এই দিশত লেখত ল'বলগীয়া কাম কৰি থৈ গ'ল— এই বাস্তৱক মনত ৰাখিলেহে ৰাভাৰ এই অবিহণাৰ গুৰুত্ব বা স্পষ্টভাৱে বুজিব পাৰি।

সেই সময়ত ড° সূৰ্য কুমাৰ ভূঞা, ড° বাণীকান্ত কাকতি আদিৰ দৰে পণ্ডিতক এনেকৈ সমালোচনা কৰিবলৈ সাহস গোটাব পৰাটোও কম কথা নাছিল। সেই সাহস তেওঁ গোটাব পাৰিছিল দুটা বিশেষ কাৰণত। তাৰে এটা হ'ল— ৰাভাৰ মতাদৰ্শগত অৱস্থান। সেই অৱস্থানক স্পষ্ট কৰি দি ১৯৪৫ চনৰ 'কনিহাৰ ভাষণ'ত তেওঁ ঘোষণা কৰিছিল : "... অসমীয়া কৃষ্টি-সংস্কৃতি আৰু সভ্যতা নিৰ্যাতিত নিষ্পেষিত দুখীয়া গাঁৱলীয়া কৃষক-বনুৱা অসমীয়াইহে আজিও অৱহেলিতভাৱে জীয়াই ৰাখিব পাৰিছে, যি বিলাকেৰে আজিও আমি গৌৰৱ অনুভৱ কৰিব পাৰো, অসমীয়া বুলি জগতত চিনাকি দিব পাৰো। ... যিবিলাক ধনী জমিদাৰ, হাকিম, পুঁজিপতি, চাহ বাগিছাৰ মালিক, তেওঁলোকে অসমৰ এই বাপেতি সাহোনীয়া সম্পত্তি অসমৰ কৃষ্টি-সংস্কৃতি মস্কৰা আৰু আমোদৰ উপকৰণ বুলি ইতিকিং (কৰে) আৰু নিষ্ঠুৰ আনন্দ লভে। ... পৃথিৱীৰ আন আন দেশৰ সেই একে শোষক সম্প্ৰদায়ৰ তেওঁলোক যাৰ জাতি নাই, দেশ নাই, কেৱল সুবিধাবাদী মুনাফাখোৰ, চোৰাং বজাৰী। তেওঁলোকৰ ৰচনা, তেওঁলোকৰ বক্তৃতা, তেওঁলোকৰ সৃষ্টি কেৱল ভুৱা আৰু ফাঁকি।" (পূৰ্বোক্ত ৰচনা সম্ভাৰ, পৃঃ ১২৭৯)

আন কাৰণটো হ'ল— ৰাভাৰ অন্তৰত গণমুখী সমাজ ৰূপান্তৰৰ আশাই অতি গভীৰভাৱে ক্ৰিয়া কৰিছিল। সেইবাবেই তেওঁ বিপ্লৱৰ বাণী প্ৰচাৰ কৰিবলৈ যি জনগোষ্ঠীসমূহৰ নিষ্পেষিতসকলৰ মাজলৈ গৈছিল তেওঁলোকৰ লগত সম্পূৰ্ণ একাত্ম হ'ব পাৰিছিল। ফলত

তীব্ৰ ইতিহাসবোধসম্পন্ন ৰাভাৰ মনটোৱে সেই জনজীৱনৰ ইতিহাসৰ অনেক সমল জীয়া অভিজ্ঞতাৰ ভিত্তিত সংগ্ৰহ কৰিবলৈ সক্ষম হৈছিল। তদুপৰি অসমৰ গণমুখী ধাৰাৰে কৰা ইতিহাস-চৰ্চাৰ ক্ষেত্ৰত অতি গুৰুত্বপূৰ্ণ বিষয় কেইটামান হ'ল ঃ

(১) অসমৰ জনগোষ্ঠীসমূহৰ ভাষা অথবা কথিত ভাষা, উৎপাদন প্ৰণালী আৰু শ্ৰম সম্পৰ্ক, সামাজিক আচাৰ ৰীতি, কৃষ্টি-সংস্কৃতি ইত্যাদিক গভীৰভাৱে বুজি পোৱাটো;

(২) অসমৰ খিলঞ্জীয়া জনগোষ্ঠীসমূহৰ অতি বৃহৎ অংশটো যিহেতু অনাৰ্য সেয়ে তেওঁলোকৰ ইতিহাস সম্পৰ্কে বস্তুনিষ্ঠভাৱে আলোচনা কৰিবলৈ তেনে আলোচকসকল বৰ্ণবাদী দৃষ্টিভংগী তথা চিন্তাচেতনাৰপৰা মুক্ত হ'বই লাগিব;

(৩) অসমৰ ইতিহাসত আৰ্যীকৰণ প্ৰক্ৰিয়াৰ ভূমিকা অতি গভীৰ, সেয়ে অসমৰ ইতিহাসৰ বস্তুনিষ্ঠ বিশ্লেষণত সেই গৱেষকে এফালেদি এই প্ৰক্ৰিয়াৰ গুৰুত্বক প্ৰয়োজনীয় স্বীকৃতিও দিব লাগিব আৰু আনফালে সেই স্বীকৃতি দিবলৈ যাওঁতে অনাৰ্যমূলৰ উপাদানখিনি যাতে অৱহেলিত নহয়, অথবা ঢাক খাই নাযায় তালৈকো পূৰা নজৰ ৰাখিব লাগিব।

ওপৰত উল্লেখিত গোটেইকেইটা বিষয়তেই নজৰ ৰাখিব পৰাৰ গুণ ৰাভাৰ আছিল। এই গুণবোৰৰ অধিকাৰী প্ৰথমগৰাকী ইতিহাস-চৰ্চাকাৰী বোধকৰোঁ অসমত তেঁৱেই আছিল। ৰাভাই সেই জনগোষ্ঠীসমূহৰ কথিত ভাষা শিকি লৈছিল, গণসংস্কৃতিৰ তেওঁ আছিল নিষ্ঠাবান সেৱক আৰু মাৰ্ক্সীয় দৰ্শনে তেওঁক উৎপাদন প্ৰণালী, শ্ৰম সম্পৰ্ক আৰু সামাজিক আচাৰ ৰীতিক বুজাত বিশেষভাৱে সহায় কৰিছিল। তদুপৰি ৰাভা নিজেই আছিল জনজাতীয় জনগোষ্ঠীৰ সন্তান। সেয়ে তেওঁ বৰ্ণ প্ৰথাৰ সপক্ষে থকাৰ প্ৰশ্নই নাছিল। লগতে তেওঁৰ জনগোষ্ঠীয় সংমিশ্ৰণৰ উত্তৰাধিকাৰ আছিল। কাৰণ পিতৃ গোপাল ৰাভা জন্মিছিল বড়ো পৰিয়ালত আৰু লালিত পালিত হৈছিল ৰাভা পৰিয়ালত। আনহাতে অসমত ঘটা আৰ্যীকৰণ প্ৰক্ৰিয়াৰ উজ্জ্বল সাংস্কৃতিক দিশবোৰৰ প্ৰতিও তেওঁ আছিল শ্ৰদ্ধাশীল। তেওঁ যেনেকৈ শ্ৰীমন্ত শঙ্কৰদেৱ, মাধৱদেৱ আদিৰ সৃষ্টিৰাজিৰ চৰ্চা শ্ৰদ্ধাসহকাৰে গভীৰভাৱে কৰিছিল, তেনেকৈয়ে 'জাগ ট্ৰাইবেল' আহ্বানো দিছিল আৰু অসমীয়া কৃষ্টি সম্পৰ্কে, অসমীয়া জাতীয় জীৱন সম্পৰ্কে আন্তৰিক আদৰ তথা নিকা গণতান্ত্ৰিক দৃষ্টিভংগীৰে গভীৰ বিশ্লেষণো কৰিছিল। "মুছলমান সংস্কৃতিয়েও অসমীয়াক গঢ় দিলে অজ্ঞানে অজ্ঞাতে। ... আজান ফকীৰৰ আৰু চৈয়দ ফকীৰৰ গীত, নাম, পদে অসমীয়াৰ প্ৰাণতো স্পন্দন জগালে। পুৰণিগুদামৰ আদি নগাওঁৰ মুছলমানসকলে এক ধৰ্মৰ বাহিৰে বিয়াই-সবাহে, সভাই-সমাজে অসমৰ অসমীয়াৰ বুকুৰ মাজত হিয়াৰ অভ্যন্তৰত ঠাই পালে। খাম্‌তি-ফাকিয়ালৰ মাজত শ্বন্ বৌদ্ধকৃষ্টি চলিল। বিহাৰ, উৰিষ্যা, মাদ্ৰাজ, ছোটনাগপুৰৰ বনুৱা, হজুৱা, হালুৱাসকলে ইয়াত অসমত বসতি কৰিলে। অসমী আইৰ বুকুৰ অমৃত পিয়ুষধাৰা পি জীৱিকানিৰ্বাহ কৰিলে। ... এনে এটা বিৰাট জাতিৰ... কৃষ্টি, সংস্কৃতি আৰু সভ্যতা ধনী অসমীয়াৰ হাতত নাই ... আছে দুখীয়া হজুৱা, হালোৱা, বনুৱা অসমীয়া গাঁৱলীয়া হিয়াৰ অন্তঃস্থলত। ... সাম্ৰাজ্যবাদীৰ যি ধুমুহা বলিছে, ধনতান্ত্ৰিকতাৰ বিজয় বৈজয়ন্তী ধ্বজা উৰিছে, সেই ধনতান্ত্ৰিকতা আৰু সাম্ৰাজ্যবাদৰ হেচাত অসমীয়া গাঁৱলীয়া, দুখীয়া, হজুৱা, হালোৱা, বনুৱা বাচি থাকিব নে? যদি

অসমীয়াৰ এই দুখীয়া শ্ৰেণী মৰে, তেন্তে অসমীয়া জাতিও মৰিব, লগে লগে লয় পাব অসমীয়া কৃষ্টি, অসমীয়া সংস্কৃতি, অসমীয়া সভ্যতা।" (পূৰ্বোক্ত ৰচনা সম্ভাৰ, পৃঃ ১১০৬) ধৰ্মনিৰপেক্ষতা, জনগোষ্ঠীয় প্ৰশ্নত উদাৰতা আৰু শোষণ নিষ্পেষণবিৰোধী মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি দৃঢ় সমৰ্থন— এই দিশবোৰ ৰাভাৰ চিন্তাৱলীত কেনে সবল ৰূপেৰে আছিল এইবোৰ তাৰেই স্বাক্ষৰ। গণমুখী ধাৰাৰ ইতিহাস-চৰ্চাৰ বাবে এনে মানসিকতাৰ গুৰুত্ব অপৰিসীম।

ইতিহাস-চৰ্চা কেনে হোৱা উচিত তাৰ উমান দি ৰাভাই লিখিছে ঃ " .. মানৱ কৃষ্টিৰ . স্তৰৰ বিভিন্নকৰণে বাস্তৱতে যিটো বাস্তৱ, কাল্পনিক নহয় এনে তথ্য ভাবিবলৈ চিন্তিবলৈ আৰু গৱেষণা বিশ্লেষণ কৰি উলিয়াবলৈ বহুতো সুবিধা আৰু সুযোগ সৃষ্টি কৰিলে। . আজি .. বহুতো প্ৰমাণ সিচৰিত হৈ পৰি আছে। ... শিক্ষাৰ্থীসকলৰ বাবে এইবোৰেই মানৱ সভ্যতাৰ ক্ৰম বিকাশৰ সাক্ষ্য। তবে তেওঁলোক সতৰ্ক হোৱা উচিত যে তুলনামূলক গৱেষণা পথ প্ৰদৰ্শক ... হে ...।" (পূৰ্বোক্ত ৰচনা সম্ভাৰ, পৃঃ ১০৯০ ) — এই কথাখিনিয়েই স্পষ্ট কৰি দিয়ে যে যি সমাজৰ অথবা বিষয়বস্তুৰ ইতিহাস সম্পৰ্কে চৰ্চা কৰা হয় তাৰ 'ক্ৰম বিকাশ'ৰ চিত্ৰখন পোহৰলৈ অনাটোৱেই ইতিহাস-চৰ্চাৰ লক্ষ্য-উদ্দেশ্য হোৱা উচিত। ইয়েই আছিল ৰাভাৰ মত আৰু ইয়েই গণমুখী ধাৰাৰ ইতিহাস-চৰ্চাৰ মৰ্ম কথাও। 'ক্ৰম বিকাশ' বোলোতে যে মাথোন উন্নতিয়েই নহয় লগতে অৱক্ষয়ৰ 'ক্ৰম'কো বুজায় তাক দোহৰাৰ প্ৰয়োজন নাই। আনহাতে ৰাভাই 'তুলনামূলক গৱেষণা'ৰ উল্লেখো কৰিছে। 'কম্পাৰেটিভ মেথড' সম্পৰ্কে অসমত প্ৰথম উল্লেখ তেৱেঁই কৰিছিল। ইতিহাস-চৰ্চাৰ ক্ষেত্ৰত ৰাভায়েই অসমত প্ৰথমে কৈছিল ঃ " ... অসমৰ ... পণ্ডিতসকলক অনুৰোধ কৰো যেন তেওঁলোকে নানান শাখা হাতত লৈ বিজ্ঞানমতে অনুসন্ধান বিশ্লেষণ কৰি অসমৰ গূঢ়তত্ত্ব আৰু কাহিনী অসমীয়াৰ চকুৰ আগত সোনকালে মেলে।" (পূৰ্বোক্ত ৰচনাসম্ভাৰ, পৃঃ ১২৭৩) ১৯৪৫ চনত এনে মন্তব্য দিয়াটো বিস্ময়কৰেই আছিল বুলিব লাগিব। 'নানা শাখা হাতত লৈ' এই কথাখিনিলৈ আমি বিশেষভাবে চকু ৰখা উচিত। বৰ্তমানে ইতিহাস চৰ্চাৰ অত্যাধুনিক পদ্ধতিটোক 'মাল্টি ডিচিপ্লিনাৰী এপ্ৰোচ', অৰ্থাৎ বহুমুখী ধাৰা বোলা হয়। অথচ সেই ধাৰাই ভাৰতত স্বীকৃতি পোৱাৰ কেইবাটাও দশকৰ আগতেই ৰাভাই সেই ধাৰালৈকে 'নানা শাখা হাতত লৈ' এই কথাখিনিৰে আঙুলিয়াই দিছিল, তাকো নিজ অভিজ্ঞতা তথা জনমুখী আদৰ্শক সাৰথি হিচাপে লৈয়েই। কাৰণ তেতিয়া তেনে গৱেষণাৰ পৰিবেশ অসমহে নালাগে সমগ্ৰ ভাৰততেই লেখত ল'বলগীয়া ৰূপেৰে গজালিয়েই মেলা নাছিল।

সৈনিকশিল্পী বিষ্ণুপ্ৰসাদ ৰাভাই ইতিহাস-চৰ্চা বুলিলে কি বুজিছিল? তেওঁৰেই উদ্ধৃতিৰে এই আলোচনা সম্প্ৰতি সামৰিব খুজিছোঁ। কাৰণ এই বিষয়ে বিতং আলোচনা এখন বৃহৎ আকাৰৰ গ্ৰন্থতহে কৰাটো সম্ভৱ আৰু তেওঁৰ এই সম্পৰ্কীয় বক্তব্যসমূহ যিহেতু অতি বিক্ষিপ্ত তাৰো অংশবিশেষ উদ্ধাৰ হোৱা নাই, সেয়ে বিষয়টো অতি জটিলো। ইতিহাস-চৰ্চা সম্পৰ্কে ৰাভাই কৈছিল ঃ "ইতিহাসৰ ধাৰাই কালৰ বোৰ্বতী সুঁতি। এটা জাতিয়ে ইয়াৰ সোঁতত উটি-ভাঁহি ভিন-ভিন ৰূপ লয়। অসমীয়া জাতিয়েও।

"বুৰঞ্জী এটা বিৰাট ৰংগ-নাট, বিধ বিধ জাতিগোষ্ঠীয়ে নানা ৰহৰ ভাওলৈ ভাওৰীয়া

হয়। এনে নাটত বহু কলাংক, বহু বিধ যুগ দৃশ্য থাকে। ...

"অসমৰ ভেটি এটা বিৰাট নাট মঞ্চ, নাট— অসম বুৰঞ্জী। ... ইতিহাসৰ ডাঙৰ গুণ পৰিবৰ্তন। বুৰঞ্জী সনাতন নহয়, গতিশীল। কালৰ চকাৰ অগ্ৰগতিৰ লগত ইয়াৰ সম্পৰ্ক। মানুহৰ জীৱন যাত্ৰাও প্ৰগতিশীল। কালৰ লগত ওতপ্ৰোতভাৱে জড়িত। কাৰণ মানৱৰ সমাজ জীৱনৰ লগত ইতিহাসৰ সম্বন্ধ। ..." (পূৰ্বোক্ত ৰচনা সম্ভাৰ, পৃঃ ১৩১২)

লগতে শেষত ইয়াকো কোৱা উচিত হ'ব— এগৰাকী আনুষ্ঠানিক ইতিহাসবিদ ৰাভা নাছিল। ৰাভাই গণমুখী ধাৰাৰে অসমৰ গণকৃষ্টি তথ্য সংস্কৃতিৰ ইতিহাস সম্পৰ্কে বিভিন্ন ভাষণত আৰু কেইটামান স্বকীয় প্ৰবন্ধত, লগতে উপন্যাস, কবিতা, আৰু গল্পত সেই ইতিহাস-চৰ্চাৰ স্বাক্ষৰ থৈ গৈছে, অতি বিক্ষিপ্ত ৰূপেৰে। আজি তেনে ৰূপেৰে কিবা এটা কোনোবাই লিখিলে ৰাভাই লিখা কথাখিনিৰ দৰে গুৰুত্ব অৱশ্যেই নাপায়। কাৰণ ইতিমধ্যে সেই দিশত বহু অগ্ৰগতি হ'ল। ৰাভাৰ এনে লিখনিত ক্ষেত্ৰবিশেষে সৰলীকৰণ আৰু সেই আলোচনা যথেষ্ট অসংহত নাছিল তেনেও নহয়। তথাপি অসমত গণমুখী ধাৰাৰ ইতিহাস-চৰ্চাৰ ইতিহাসত সৈনিকশিল্পী বিষ্ণুপ্ৰসাদ ৰাভাৰ স্থান অনন্য। কাৰণ তেৱেঁই আছিল এই দিশৰ বাটকটীয়া আৰু প্ৰয়োজনীয় সুবিধাখিনি নথকা সত্ত্বেও আদৰ্শগত উপলব্ধিৰে তেওঁ যি গণমুখী বৌদ্ধিকতাৰ বাট এই দিশত মুকলি কৰি থৈ গ'ল সেই অৰিহণা অনুষ্টুপীয়া ৰূপৰ হ'লেও সেইখিনি চিৰযুগমীয়া।■

( লেখক ঃ প্ৰাক্তন অধ্যক্ষ, কটন কলেজ, গুৱাহাটী )

# অসমৰ সামাজিক পটভূমিত বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱন-দৰ্শন

— অনিল ৰায়চৌধুৰী

**এক**

যিকোনো ব্যক্তিৰে জীৱন-দৰ্শন বুলিলে দুটা দিশ বিবেচনা কৰিব লাগিব; এটা ব্যক্তিগত, আনটো সামাজিক। অৱশ্যে এটাৰ প্ৰভাৱ আনটোৰো ওপৰত পৰে। এই লেখনিৰ মাজেৰে সামাজিক দিশটোহে আলোচনা কৰিব বিচৰা হৈছে। তাকে কৰোঁতে নিশ্চিতভাৱে ব্যক্তি-জীৱনৰ কিছু কথাও আহি পৰা স্বাভাৱিক। কিন্তু ৰাভাৰ ব্যক্তিগত জীৱনৰ সৈতে এই লেখকৰ সাহচৰ্য তেনেকৈ নাছিল। সেয়ে সেই দিশটো পুংখানুপুংখভাৱে আলোচনা বা বিচাৰ কৰাৰ ক্ষমতা আৰু যোগ্যতাৰ অধিকাৰী নহওঁ।

বিষ্ণু ৰাভাৰ জীৱনকাল বৰ দীঘলীয়া নহয়, জন্ম ১১ জানুৱাৰী, ১৯০৯ চন, দেহান্ত ১৯৬৯ চনৰ ২০ জুন তাৰিখে— মাথোঁ তিনিকুৰি বছৰ। অসমৰ জন-মানসত ৰাভাই কালজয়ী স্থান অধিকাৰ কৰিব পাৰিছিল; সেয়ে দেহান্তৰ দুকুৰি বছৰ পিছতো তেখেতৰ জীৱন আৰু কৃতি সামাজিক ক্ষেত্ৰত অতি প্ৰাসংগিক হৈ আছে। এনে স্থান পোৱা পুৰুষৰ তালিকাখন অসমৰ বেলিকা চমু।

পূৰ্বাপাৰ হ'লেও স্বৰাজোত্তৰ অসমত জাতিভেদ, গোষ্ঠীভেদ, ধৰ্ম-সাম্প্ৰদায়িকতা আদিৰ প্ৰভাৱ অতিশয় জটিল ৰূপত বৃদ্ধি পাই আহিছে। ৰাজনৈতিক সুবিধাবাদীসকলৰ হাতত পৰি স্বাভাৱিক সমন্বয় আৰু সংশ্লেষণ প্ৰক্ৰিয়া ব্যাহত হৈছে। সমাজৰ নিম্ন শ্ৰেণীৰ (শোষিত) জীৱনৰ ওপৰত তাৰ বিৰূপ হেঁচা পৰিছে। আশীৰ দশকৰপৰা তীব্ৰ ৰূপ লোৱা এনেবোৰ খেলিমেলিয়ে অসমৰ সামগ্ৰিক জীৱন বিপৰ্যস্ত কৰি তুলিছে। সেয়েহে বিষ্ণু ৰাভাৰ চিন্তা আৰু কৃতিৰ প্ৰাসংগিকতা বৃদ্ধি পাই আহিছে। বিষ্ণু ৰাভা জনজাতি সমাজৰপৰা উদ্ভূত এক শ্ৰেণীৰ মধ্যবিত্ত পৰিয়ালৰ সন্তান হ'লেও জাত-কুল বিভাজিত বৰ্ণহিন্দু মধ্যবিত্ত বা সামন্তধৰ্মীয় মুছলমান মধ্যবিত্তৰপৰা ওলাই অহাসকলৰ ঐতিহ্যৰ সৈতে তেখেতৰ ঐতিহ্য একে নহয়।

বড়ো-কছাৰী জনজাতিৰ, দক্ষিণ কামৰূপৰ পিছপৰা ৰাণী অঞ্চলৰ সমাজৰপৰা ৰাভাৰ ককাক শনিৰামক ব্ৰিটিছে চিপাহী হিচাপে মকৰল কৰিছিল। ৰাভাৰ বৰ্ণনা মতে শনিৰামে হয়তো কোনোবা ৰিক্ৰুটিং দলৰ লগত এজুম ডেকাৰ সৈতে ৰাণী গাঁও এৰি বংগৰ মেদিনীপুৰত নেটিভ ইনফেণ্ট্ৰি পল্টনত ভৰ্তি হয়গৈ। সেই পল্টনত চিপাহী হিচাপে সোমাই বহু ঠাই বাগৰি, বহু পল্টনত জমাদাৰ হিচাপে ওদালগুৰিৰ চাউনিত থাকে। পলাশবাৰীৰ

(কামৰূপ জিলা) দক্ষিণে ৰাণীগাঁৱৰ কোনখিনিত তেওঁৰ পৰিয়ালে বাস কৰিছিল, তাত তেওঁৰ কোন কোন অঙহী-বঙহী আছিল আজিও সিবিলাকৰ কোনো খবৰ নাই। অৰ্থনৈতিক তাড়নাত সেইদৰে গোষ্ঠীসভ্যতা চুৰমাৰ হৈ যায়।

বড়ো-কছাৰী জনজাতিৰ ছিন্নমূল সন্তান শনিৰামৰ পুত্ৰ গোপাল। শনিৰামৰ পত্নীবিয়োগৰ ফলত গোপাল মা-মৰীয়া হয় আৰু তেওঁক পিতৃবন্ধু তেজপুৰ পুলিচ ৰিজাৰ্ভৰ ইন্সপেক্টৰ, নিঃসন্তান চান্দবৰ ৰাভাই তুলি লয়। ফলত মশাহাৰী ফৈদৰ বড়ো-কছাৰীৰ পুত্ৰ গোপাল বড়ো-কছাৰী গুচি ৰাভা হয়। এই গোপাল ৰাভাৰ পুত্ৰই আমাৰ শ্ৰদ্ধেয়, প্ৰিয় প্ৰয়াত বিষ্ণু ৰাভা। এই প্ৰসংগত কোৱা ভাল যে ৰাভা আৰু বড়ো-কছাৰী দুটা বেলেগ বেলেগ জনগোষ্ঠী, মাত-কথা আৰু আচাৰ-সংস্কৃতিৰ ক্ষেত্ৰত দুয়োটাৰে মাজত অলপ হ'লেও পাৰ্থক্য আছে। কিন্তু শনিৰাম, চান্দবৰ আদিয়ে কৰ্মসূত্ৰে পূৰ্বৰ সমাজৰপৰা পল্টন চাকৰিৰ জীৱিকাৰ মাজেৰে ওলাই অহা বিশেষ নতুন মধ্যশ্ৰেণী। এই শ্ৰেণীটো শনিৰামৰ বড়ো-কছাৰী আৰু চান্দবৰ ৰাভা মূল সমাজখনৰ বন্ধনৰ পৰা উদ্ভৱ হৈছে। গোপাল ৰাভাই পল্টনৰ চাকৰিৰ সূত্ৰে ঢাকাত সেই সময়ৰ পূৰ্ববঙ্গ— অসম প্ৰদেশৰ দুৱলীয়া লাট (গৱৰ্ণৰ) চাহাবৰ দেহৰক্ষী (A. D. Cong) থকা সময়ত প্ৰদেশখনৰ ৰাজধানী ঢাকাত ৰাভাদেৱৰ জন্ম হয়। চান্দবৰ ৰাভাই স্থায়ীভাৱে তেজপুৰত বসতি কৰিবলৈ লৈছিল। সেই সূত্ৰে তেওঁৰ পালিত পুত্ৰ গোপাল আৰু তস্যপুত্ৰ বিষ্ণু ৰাভা তেজপুৰৰ স্থায়ী অধিবাসী। তেওঁলোক থকা ঠাইখিনি বিশেষভাৱে, পুলিচ পল্টনৰ চাকৰিৰপৰা অৱসৰ লৈ থিতাপি লোৱা ৰাভা কছাৰী আৰু আন আন জাত-কুলৰ মিহলি গাঁও, গতিকে গোষ্ঠী-পৰম্পৰাৰ পিনৰপৰা কোনো গোষ্ঠী-সংকীৰ্ণতাৰ মানসিকতাত এই বিশেষধৰণে উদ্ভুত জনজাতি মূলৰ মধ্যশ্ৰেণীৰ পৰিয়ালটো আবদ্ধ নাছিল। সেয়ে বিষ্ণু ৰাভাই উপলব্ধি কৰা সামাজিক সত্যটো আছিল— 'অৰ্থনৈতিক তাড়নাত গোষ্ঠী সভ্যতাৰ সংকীৰ্ণ পৰিধিৰ জেওৰাখন চুৰমাৰ হৈ যোৱাটো মানৱ-সভ্যতাৰ স্বভাৱ।'

আলোচনা প্ৰসংগত ৰাভাদেৱে এই লেখকক চাহ জনগোষ্ঠী সম্পৰ্কে আঙুলিয়াই দি কৈছিল যে আমি যাক চাহ জনগোষ্ঠী বুলিছোঁ তেওঁলোক পূৰ্বতে বেলেগ বেলেগ জাত-পাতৰ বিভিন্ন জনগোষ্ঠীৰ সমন্বয় আৰু সংশ্লেষণ। এইবোৰৰ সুকীয়া বৈশিষ্ট্যৰ মাত-কথা আৰু সংস্কৃতি আছে বা আছিল। অৰ্থনৈতিক তাড়নাত পূৰ্বৰ পিতৃভূমিৰপৰা শিপা উভাৰি অসমৰ চাহ শিল্পলৈ অহাৰ পিছত তেওঁলোকৰ মাজত গঢ় লৈ উঠা 'ছাদ্ৰী' ভাষাটো এই সমন্বয়ৰ ফচল। ই অকল চাহ জনগোষ্ঠীৰেই নহয়, অসমৰ সকলো জনগোষ্ঠীৰে মাজত এই প্ৰক্ৰিয়া অতীতৰ পৰা এতিয়ালৈকে স্বাভাৱিকভাৱে প্ৰবহমান।

এটা সময়ত ৰাভাদেৱে নিষ্পেষিত অৱহেলিত জনজাতিসকলৰ কথা ভাবি বিগত শতিকাৰ দ্বিতীয় দশকৰপৰা চতুৰ্থ দশকলৈ অসমত গা কৰি উঠা 'ট্ৰাইবেল লীগ'ৰ প্ৰভাৱত অসমৰ দিহিঙে-দিপাঙে জনজাতিসকলৰ মাজত ঘূৰি-ফুৰি সংস্কৃতি আৰু বুৰঞ্জীৰ আও-ভাও লৈছিল। তাত তেওঁ উপলব্ধি কৰিছিল যে বিভিন্ন জনজাতি গোষ্ঠীৰপৰা ওলাই অহা উদীয়মান শিক্ষিত মধ্যশ্ৰেণীবোৰৰ মাজত একতা নাই— অথচ, এই শ্ৰেণীটোৱে জনজাতিসকলৰ প্ৰতিনিধিত্ব কৰে।

এখন চিঠিত ৰাভাই লিখিছিল— "One thing, dear........., I have experienced from the long tour prolonging about a year and a half, is that, whether the tribal league will exist. I have found out the maximum, which 'A LEAGUE FAILS WHEN THE HEART LACKS'. Today every tribe of our tribal league is quarelling with one another for a morsel of service. The Miris will never think of Khasaris as their kith and kin, nor the Deoris, the Miris, nor the Khasaris embrace the Mikirs as the members of their own men. In the same way, if a Khasari gets a morsel, a Miri becomes jealous, if a Deori becomes an EAC a Mikir gets furious, and a Laloong gets the leadership a Rava becomes nervous and so forth. Until and unless there is no unity of purpose, unity of feeling, unity of thought, unity of opinion, unity of sincerity.... there can be no strong foundation of the league.

বিষ্ণু ৰাভাই অসমৰ পিছপৰা জনজাতি লোকৰ সামাজিক অৱস্থাৰ বুজ লৈছিল। ডেৰবছৰ কাল তেনে জনগোষ্ঠীৰ মাজত ঘূৰি ফুৰিছে। সেইসকলৰ ঐতিহ্য, সংস্কৃতি আৰু ইতিহাস সম্পৰ্কে অধ্যয়ন কৰিছে। প্ৰাক-স্বাধীনতা কালত শিক্ষা-দীক্ষা বা আধুনিক সভ্যতা সমাজৰ লগত খোজ মিলাব নোৱৰাৰ কাৰণবোৰ ফঁহিয়াইছে। সেয়ে ট্ৰাইবেল লীগৰ সংস্পৰ্শলৈ আহিছিল।

প্ৰাক-ব্ৰিটিছ যুগত একো একোটা অঞ্চলত এনে জনজাতি গোষ্ঠীৰ (বেলেগ বেলেগ) লোকে নিজৰ সমাজখনৰ স্বকীয় বৈশিষ্ট্য লৈ বাস কৰিছিল। ব্ৰিটিছ যুগত শাসন আৰু সমাজ-ব্যৱস্থাৰ ফলত সুকীয়া আৰ-বেৰবোৰ গুচিবলৈ ল'লে। ক্ৰমে আধুনিক পদ্ধতিৰ শিক্ষা-দীক্ষা, কৰ্মক্ষেত্ৰ তেওঁলোকৰ বাবেও মুকলি হ'ল। তেওঁলোকৰ মাজৰপৰাও শিক্ষিত, যোগ্য, নতুন পুৰুষ ওলাই আহিল। তেওঁলোকেও নিজৰ স্বাভিমান, অধিকাৰ, ঐতিহ্য, সংস্কৃতি সম্পৰ্কে ক্ৰমাৎ সজাগ আৰু সচেতন হ'ল। থাওকতে ক'বলৈ গ'লে এনে প্ৰক্ৰিয়াৰে বিভিন্ন জনজাতি গোষ্ঠীৰ মাজৰপৰা এটা শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ উদ্ভৱ হ'ল। প্ৰাক-ব্ৰিটিছ শাসন ব্যৱস্থাৰ এয়ে আছিল পাৰ্থক্য। অসমৰ বৰ্ণহিন্দু আধিপত্যৰ দ্বাৰা অৱহেলিত বা উপেক্ষিত জনজাতিসকলৰ নেতৃত্ব লৈছিল এনে নকৈ অভ্যুদয় হোৱা মধ্যশ্ৰেণীয়ে। ১৯৩৫ চনৰ আগে আগে ১৯২৭ চনৰ চাইমন কমিচনৰ আগত অসমৰ সমাজ আৰু প্ৰশাসনৰ ক্ষেত্ৰত নিজৰ মৰ্যাদা পুনৰ উদ্ধাৰৰ বাবে ছাত্ৰ আৰু মধ্যশ্ৰেণীৰ জনজাতীয়সকলে, লগতে হিন্দু সমাজৰ পিছপৰা সম্প্ৰদায়ৰ একেলেথীয়া নতুন পুৰুষে নিজকে সংগঠিত কৰাৰ প্ৰচেষ্টা কৰিছিল। পৰৱৰ্তী কালত ১৯৩৫ চনৰ শাসন সংস্কাৰৰ সময়ত জনজাতিক প্ৰতিনিধিত্ব কৰিবলৈকে ট্ৰাইবেল লীগৰ সংগঠন চকুত লগাকৈ গঢ় ল'লে। (প্ৰয়াত) ভীমবৰ দেউৰী, ৰবিচন্দ্ৰ কছাৰী, ৰূপনাথ ব্ৰহ্ম আদি ব্যক্তিসকল আছিল ট্ৰাইবেল লীগৰ নেতা।

এইচাম নেতা বা সামগ্ৰিকভাৱে ট্ৰাইবেল লীগৰ নেতা বা কৰ্মীসকলে— সকলোবোৰ পিছপৰা জনজাতি গোষ্ঠীৰ শ্ৰমকাৰী হালোৱা-হজুৱাসকলৰ দুখ-দুৰ্গতি মোচনতকৈ চৰকাৰৰ পৰা (ব্ৰিটিছ) নিজৰ শ্ৰেণীৰ বাবে কৃপা পোৱাৰ বাবেহে চেষ্টা কৰিছিল। সেইসকলৰ মাজতো নিজৰ বাবে চৰকাৰী সা-সুবিধালৈ অৰিয়াঅৰি আছিল। প্ৰচলিত সমাজ প্ৰশাসন পদ্ধতিত এনে

দুৰ্বল অৰ্থনীতি আৰু অৱহেলিত সামাজিক অৱস্থানত পিছপৰি থকা জনজাতিৰ সামগ্ৰিক সমাজৰ সাধাৰণ মানুহৰ সমস্যা আদিৰ প্ৰতি নেতাসকল উদাসীন। বিষ্ণু ৰাভাই লক্ষ্য কৰি লাহে লাহে 'ট্ৰাইবেল লীগ'ৰপৰা দুখেৰে আঁতৰি আহিছিল।

উল্লেখনীয় যে প্ৰাক-ব্ৰিটিছকালৰ সামাজিক বিভাজন মাথোন হিন্দুধৰ্মীয় জাতকুল আৰু মুছলমানৰ মাজতে নাছিল; আহোম, চুতীয়া, জনজাতি জনগোষ্ঠীৰ মাজতো আছিল আৰু ব্ৰিটিছৰ ৰাজত্বকালত শিক্ষা, চাকৰি-বাকৰি আদিৰ ক্ষেত্ৰত চৰকাৰে বাচ-বিচাৰ কৰা নাছিল বা কোনো ক্ষেত্ৰত কোনোবাটোকে কিঞ্চিৎ বিশেষ সুবিধা দিলেও আগৰ অনগ্ৰসৰ সকলে আনৰ লগত ফেৰ মাৰিব পৰা নাছিল। কিন্তু বিদেশী শাসকসকলে ভেদবাদী নীতিৰে ইটোৰপৰা সিটোক বেলেগাই ৰাখি দেশ শাসন কৰাৰ নীতি লৈছিল। যি সময়ত বিষ্ণু ৰাভাই ট্ৰাইবেল লীগৰ সংস্পৰ্শলৈ আহিছিল সেই সময়ত বৰ্ণ হিন্দু, হিন্দু পিছপৰা সম্প্ৰদায়, আহোম-চুতীয়া, মুছলমান আৰু জনজাতিসকলৰ মাজত অকল চাকৰি-বাকৰিজাতীয় চৰকাৰী সুবিধাৰ ক্ষেত্ৰতেই নহয়, ৰাজনৈতিক ক্ষেত্ৰতো ভেদক্ৰিয়া আছিল।

কিন্তু লক্ষণীয় এয়ে যে সৰ্বসাধাৰণ (যি কোনোৰে নহওক কিয়) প্ৰজাৰ ওপৰত চলা শোষণমূলীয়া সমাজব্যৱস্থাৰ বিৰুদ্ধে কোনো নেতাই থিয় দিয়া নাছিল। যি জাত-কুল, ধৰ্মগোষ্ঠীৰে নহওক কিয় নিজৰ বোলা নেতৃস্থানীয়সকলে নিজৰ মানুহখিনিকো একেদৰে শোষণ কৰিছিল। দুখীয়া, শোষিতসকলে এনেবোৰ ৰাজনৈতিক বা সামাজিক বিকাশ সত্ত্বেও আগৰ দৰেই বৈ গৈছিল। বৰং ক'ব পাৰি যে সমাজ ব্যৱস্থাৰ বিকাশৰ মাজেৰে গঢ় লোৱা যিসকলৰ মাজত (এক গোষ্ঠীৰ) পূৰ্বে শ্ৰেণী বিভেদ নাছিল— ব্ৰিটিছ শাসন প্ৰক্ৰিয়াত সেইসকলৰ মাজতো এটা শোষক শ্ৰেণীৰ উদ্ভৱ হৈছিল: এই শ্ৰেণীটোৱে ব্ৰিটিছ ৰাজত্বৰ কালছোৱাত আনৰ দৰে শ্ৰেণী স্বাৰ্থমুখী হৈছিল। এনে প্ৰক্ৰিয়াৰে সুবিধাভোগী নকৈ গঢ় লোৱা শ্ৰেণীৰ একাংশই নিজৰ বোলা মানুহ বা গোষ্ঠীবন্ধনৰ পৰা ক্ৰমাৎ আঁতৰি আহিছিল। এই মধ্যশ্ৰেণীটোৱে জাতপাত, সম্প্ৰদায়ৰ নামত নিজৰ বোলাসকলৰ আৱেগ-সমৰ্থন আহৰণ কৰি ৰাজনৈতিক প্ৰতিষ্ঠা লাভ কৰিছিল। ৰায়ত প্ৰজাৰ ওপৰত জমিদাৰী শোষণৰ বিৰুদ্ধে আন্দোলন সংগঠিত কৰা বড়ো-কছাৰী সামাজিক নেতা মানবীয় বাবা কালীচৰণ ব্ৰহ্মৰ দৰে নেতা এই ক্ষেত্ৰত ব্যতিক্ৰম।

দৰাচলতে সমাজৰ সকলো মধ্যশ্ৰেণী তথা মধ্যবিত্ত, উচ্চবিত্ত, সি যি কোনো জাতৰ, মাতৰ, ধৰ্মৰ বা জনগোষ্ঠীৰে নহওক কিয়, সেইসকলৰ চৰিত্ৰ জীৱন পদ্ধতি, জীৱিকাৰ ধৰণ-কৰণ একে; শ্ৰেণী স্বাৰ্থও একে। সাধাৰণ শ্ৰমকাৰী, হজুৱা, হালোৱা, কাৰিকৰ, মিস্ত্ৰী বা শ্ৰমিক সকলৰ তেনেকৈ কম বেছি পৰিমাণে অৱস্থা একে— তেওঁলোক শোষিত, পদানত বা অৱহেলিত। ভাষা, জাতি, ধৰ্মৰ নামত এইসকলৰ মাজত আৱেগ সৃষ্টি কৰি এনে মধ্যশ্ৰেণী বা মধ্যবিত্তশ্ৰেণী বা উচ্চবিত্তই নিজৰ ফয়দা লুটে আৰু তলৰ শ্ৰেণীটোৰ মাজত ভেদভাব বিয়পায়। এনে তলৰ শ্ৰেণীটোৰ ঐক্যবদ্ধ শোষণবিৰোধী আৰু সম অধিকাৰৰ বাবে কৰা সংগ্ৰাম আৰু চেতনাইহে সমগ্ৰ সমাজখনৰ মংগল সাধে। এই কথাবোৰ বিষ্ণু ৰাভাই সাম্যবাদী দৰ্শন আৰু কৃষক বনুৱাৰ আন্দোলনলৈ নহালেকে সম্ভৱতঃ গভীৰভাৱে উপলব্ধি কৰিব পৰা নাছিল।

ট্ৰাইবেল সম্পৰ্কে বিষ্ণু ৰাভাৰ পোনতে থকা ধাৰণা তেখেতৰ গীত আৰু কবিতাত এনেদৰে প্ৰকাশ পাইছিল ঃ

'ট্ৰাইবেল ! জাগ ট্ৰাইবেল
তিয়াগী ঘুমটি তোৰ কউটিকলীয়া
অতীত গৰিমা তোৰ পাহৰাই নিয়া
নয়ন কুসুম পাহি মেল।
চাই ল এবাৰ এই নতুন পৃথিৱী
পোহৰাই ৰাঙে সউ ন কালৰ ৰবি।
তিমিৰ বিদাৰি
নতুন যুগৰ নানা নতুন বাতৰি
চা চা চকু তোৰ মেল
জাগ ট্ৰাইবেল
জাগিব লাগিব তই কছাৰী মিকিৰ
খাচী, ৰাভা, গাৰো, মিৰি, কুকী, নগা বীৰ
খামটি, মিচিমি, আবৰ, লালুং, লুচাই
চিংফৌ, চিন্‌টং, মণিপুৰী, টাই,
টিপ্‌ৰা, ডিমাচা, অকা, দফলা ককাই
চুতীয়া, মদাহী, দেউৰী, টাটোলা কোচ,
হাজং, বৰাহী,
জাগিব লাগিব তই জাগ
ল চোঁ আগ ভাগ
পাতিব লাগিব নৱ মেল
জাগ ট্ৰাইবেল।

মন কৰিবলগীয়া যে যি সময়ত এই কবিতাটি ৰচিত হৈছিল সেই সময়ত তেখেতৰ চেতনাত উল্লিখিত জনগোষ্ঠীসমূহৰ প্ৰতি যে চেতনা আৰু আকৰ্ষণ আছিল অসমত বাস কৰা আনসকলৰ প্ৰতি তেনে ভাব নাছিল বুলি ভবাৰ থল আছে। কিন্তু তেখেতৰ অসমীয়াৰ ধাৰণাটো আছিল—

'ট্ৰাইবেল আদি নৰ ! অসমৰ পিতা
অসমীয়া জাতিৰ বিধাতা'

বা

তয়েই ট্ৰাইবেল নাৰী জনম দিয়া প্ৰথম সন্তান অসমীয়া
অসমীৰ কোলা শুৱনীয়া।
আজি তয়ে অসমী জননী আই চিৰ পূজনীয়া

তয়েই আদিম অসমীয়া—

(এই ক্ষেত্ৰত বৰ্তমানৰ একৈশ শতিকাৰ আদিভাগত) যিসকল জনজাতি নেতাই নিজকে অসমীয়া ভিন্ন বুলি পৰিচয় দিয়ে সেইসকলৰ লগত বিষ্ণু ৰাভাৰ চেতনাধাৰা একেবাৰে নিমিলে।)

এইফাকি কবিতাৰ মৰ্মাৰ্থৰ স'তে ৰাভাদেৱৰ চিন্তাৰ মিল যে আছিল তাত সন্দেহৰ অৱকাশ নাই। দেশ স্বাধীন হোৱাৰ আগৰেপৰা, সম্ভৱতঃ ১৯২৫-২৬ মানৰ পৰা, ট্ৰাইবেল সমাজৰ পৰা উদ্ভুত মধ্যশ্ৰেণী নৱশিক্ষিত (কমসংখ্যক হ'লেও) চামে অসমীয়া ভাষা জাতীয়তাক অস্বীকাৰ নকৰিলেও নিজৰ গোষ্ঠীৰ (কছাৰী, মিচিং ইত্যাদি) ভাষা সংস্কৃতিক বিসৰ্জন দি অসমীয়া হ'ব বিচৰা নাছিল। বৰং অসমীয়া ভাষা সংস্কৃতিয়ে সেইসকলৰ বৈশিষ্ট্যক মৰ্যাদা দি নিজৰ মাজলৈ আদৰি লোৱাৰ বাসনাহে পোষণ কৰিছিল। অৱজ্ঞা বা অৱহেলাৰ বিৰুদ্ধে ক্ষোভ প্ৰকাশ কৰিছিল। সেই বুলি বিচ্ছিন্নতাৰ দাবীও তোলা নাছিল। বড়ো কছাৰী নেতাসকলে ১৯২৭ চনত চাইমন কমিচনৰ ওচৰত দিয়া স্মাৰক পত্ৰত নিজৰ জাতি 'Bodo Speaking Assamese' বুলিহে পৰিচয় দিছিল। কিন্তু এই কথা সঁচা যে, অসমৰ সমাজত 'বৰ্ণহিন্দু' সকলৰ আধিপত্যবাদী আচৰণ আৰু জনজাতিসকলক উচিত মৰ্যাদা দিয়াৰ অপাৰগতাই কালক্ৰমত 'অসমীয়া সংজ্ঞাক' সংকুচিত কৰি আনিছিল। অকল চৰকাৰেই (ব্ৰিটিছ চৰকাৰে ভেদবাদৰ বাবে আৰু পৰৱৰ্তী স্বাধীন কংগ্ৰেছ চৰকাৰেও এনে আধিপত্যবাদক প্ৰশ্ৰয় দিছিল) নহয়, অসম সাহিত্যসভা আদি অসমীয়া মধ্যবিত্তৰ সংগঠনৰ আচৰণৰ মাজতো এনেধৰণৰ আধিপত্যবাদৰ প্ৰকোপ দেখা গৈছিল। এনে আধিপত্যবাদৰ বিৰুদ্ধ প্ৰতিক্ৰিয়াক ভেদবাদীসকলে নিজৰ ৰাজনৈতিক শ্ৰেণীস্বাৰ্থত ব্যৱহাৰ কৰিছিল।

অসমত ভাষা আৰু জাতিৰ নামত বহুবাৰ আত্মঘাতী সংঘৰ্ষ, গণহত্যা আদি অশান্তি ঘটিছে, ধন-সম্পত্তি, প্ৰাণ ধ্বংস হোৱাৰ উপৰি সমাজৰ শান্তি-সম্প্ৰীতি বিধ্বস্ত হৈছে। 'অস্তিত্ব ৰক্ষাৰ নামত ভেদবাদী প্ৰক্ৰিয়াই সমন্বয়-সংশ্লেষণৰ স্বাভাৱিক প্ৰক্ৰিয়াৰ পথ ৰুদ্ধ কৰিছে। অথচ, অসমৰ জন-গাঁথনি আৰু অৱস্থাত এটা 'জাতি' বা 'সম্প্ৰদায়' আনটোৰ ওপৰত পৰস্পৰে একান্তভাৱে নিৰ্ভৰশীল, কেৱে কাকো এৰি বৰ্তিব নোৱাৰে। ব্ৰিটিছৰ শাসনকালৰ পৰা এতিয়ালৈকে জাতি, ধৰ্ম, ভাষিক সম্প্ৰদায় নিৰ্বিশেষে অসমৰ কৃষক, বনুৱা পিছপৰা মানুহে সাম্ৰাজ্যবাদ আৰু ধনতন্ত্ৰবাদৰ প্ৰক্ৰিয়াৰ তীব্ৰ শোষণৰ বিৰুদ্ধে একতাৰ মাজেৰে সংগ্ৰাম নকৰিলে কাৰো 'অস্তিত্ব', সুখ-শান্তি ৰক্ষা নপৰে। এই সামাজিক সত্য বিষ্ণু ৰাভাই কৃষক, বনুৱা আৰু অৰ্থনৈতিক আৰু সাংস্কৃতিকভাৱে পিছপৰাসকলৰ মাজত সোমাই সেইসকলৰ 'দুখত দুখী, সুখত সুখী' হৈ নিজৰ মধ্যবিত্ত চেতনাক সৰ্বহাৰাৰ, শোষিত-বঞ্চিতসকলৰ চেতনাৰ স'তে মিলাই ল'ব পাৰিলে, তেতিয়াহে তেখেতে জাতি জাতিৰ মাজত বিবাদৰ খেলখনৰ প্ৰকৃত তাৎপৰ্য বিচাৰি পালে। তেখেতৰ সোণসেৰীয়া কবিতাৰ এফাকি ঃ

'বাৰে বাৰে জাতিৰ নামত চুৰি ডকাইতিৰ খেল

বজ্জাতৰ দল পাতে নানা জালিয়াতিৰ মেল'— এই বিষয়ত পাহৰিব নোৱৰা বিধৰ।

অসমত বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ অন্যতম প্ৰতিষ্ঠাতা সংগঠক প্ৰয়াত হৰিদাস ডেকাই

বিষ্ণুপ্ৰসাদ ৰাভাৰ কমিউনিষ্ট আন্দোলনত যোগদান সম্পৰ্কে লিখিছে—

"১৯৫৪ চনত বিষ্ণুপ্ৰসাদ ৰাভাই আমাৰ পাৰ্টিত (?) যোগ দিয়ে। ফলত গাঁও অঞ্চলত, বিশেষকৈ জনজাতীয় গাঁওবোৰত আমাৰ কৃষক অনুষ্ঠান দ্ৰুতগতিত বাঢ়িবলৈ ধৰে। তেখেতৰ লগত যে কিমান মিটিং কৰি ফুৰিলো তাৰ সীমা-সংখ্যা নাই। বকোৰ মাকেলি ৰিজাৰ্ভৰ মাটি দখল কৰাৰ অভিযান সম্পৰ্কে তেওঁৰ লগত হাতীত উঠি মিটিং কৰিবলৈ যোৱা এতিয়াও মনত আছে"... আমি কৃষক সমাজৰ সমস্যা সমাধানৰ ক্ষেত্ৰত ভূমি ব্যৱস্থাৰ সংস্কাৰ আৰু কৃষক সমাজত আটাইতকৈ দুখীয়া তলখাপৰ ভূমিহীন খেতিয়কৰ মাটিৰ দাবী, মহাজনী ধাৰৰ সুদ কমোৱা, মাটিগিৰিৰ আধি-চুকানীৰ নিৰিখ কমোৱা, কৃষক উচ্ছেদৰ প্ৰতিৰোধ কৰা, চৰকাৰী অনাবাদী মাটি দখল কৰি মাটিহীন আৰু কম মাটি থকা কৃষকৰ মাজত বিলাই দিয়াৰ ব্যৱস্থা কৰাৰ আন্দোলন আৰম্ভ কৰিছিলো।" (বন্ধনী আৰু গুৰুত্ব প্ৰদান এই লিখকৰ) এইখিনিতে এটা প্ৰশ্নৰ অৱতাৰণা হয়— বিষ্ণু ৰাভাই কিয় কমিউনিষ্ট আন্দোলনত যোগ দিছিল?

জনজাতি সমাজৰপৰা এচাম মধ্যবিত্ত, নিম্ন মধ্যবিত্ত শ্ৰেণীৰ শিক্ষিত লোক ওলাই আহি নিজৰ নিজৰ জাতিৰ লোকসকলৰ পিছপৰা অৱস্থাৰ প্ৰতি সচেতন হৈছিল। এনে পিছপৰা অৱস্থাৰ অন্যতম ঘাই কাৰণ যে প্ৰচলিত সমাজ ব্যৱস্থা আৰু শাসনৰ চৰিত্ৰ সেই কথাকো তেখেতসকলে নুবুজা নহয়। জনজাতীয় সমাজৰ অনগ্ৰসৰতাৰ কাৰণ তেখেতসকলে বিচাৰি পাইছিল আধুনিক যুগৰ অগ্ৰগতিৰ সৈতে নিজে আগবাঢ়িব নোখোজা, নোৱৰা বা আগবঢ়াৰ ক্ষেত্ৰত কাৰো সহায় নোপোৱাটো। ইয়াৰ এটা কাৰণ হ'ল— বিকাশমান সমাজখনৰ লগত এৰা-ধৰাৰ মাজেৰে খাপ-খুৱাই লোৱাৰ ক্ষেত্ৰত ধাৰণাগত আৰু জীৱনশৈলীগত সংকীৰ্ণতা। এনে কাৰণবোৰৰো ভিত্তি হ'ল উৎপাদন আৰু পণ্যবজাৰৰ সম্পৰ্কৰ ক্ষেত্ৰত অৰ্থনৈতিক উদাসীনতা। ইয়াৰ বাবেই তেওঁলোক আমোলা, মহাজন, মধ্যবিত্ত শ্ৰেণীৰ শোষণ আৰু নানান চলাহী চাতুৰিৰ বলি হৈ পৰে। জনজাতি সমাজৰ সৰহভাগেই অৰ্থনৈতিক ক্ষেত্ৰত পিছপৰা, একেদৰে অজনজাতি সমাজৰ পিছপৰাসকলো এইক্ষেত্ৰত সমানে একে দুৰৱস্থাৰ ভুক্তভোগী। এই শোষিত-বঞ্চিতসকলে ভাগ্য, পৰম্পৰা, ঐতিহ্য আদিয়েই ইয়াৰ কাৰণ বুলি পতিয়ন গ'লেও ঘাই কাৰণটো যে সমাজব্যৱস্থা আৰু সেই সমাজব্যৱস্থাৰ পৰিৱৰ্তন কৰিব পৰা যায়— সেই কথাৰ ভু নাপায়। নিজৰ দুৰৱস্থাৰ বাবে একে দুৰ্ভগা আন এটা জনগোষ্ঠী বা জাতিক জগৰীয়া কৰি গোষ্ঠীদ্বন্দ্ব বা বিৰোধত প্ৰবৃত্ত হয়। আচল কাৰণবোৰক আঁৰাল কৰি তথাকথিত 'জাতি-কুল', 'ভাষা', 'ধৰ্ম', 'আঞ্চলিকতা' আদিৰ প্ৰবল প্ৰচাৰ চলোৱা শোষক শ্ৰেণীৰ ভেদবাদী কূট-কৌশলবোৰ বুজি নাপায়।

মাৰ্ক্সীয় ধ্যান-ধাৰণা আৰু বিচাৰ প্ৰণালীৰ সংস্পৰ্শলৈ আহি বিষ্ণু ৰাভাই জনজাতি তথা অজনজাতি শ্ৰমকাৰী কৃষিজীৱি তথা সাধাৰণ মানুহৰ মাজত ক্ষেত্ৰগত অভিজ্ঞতা আৰু তত্ত্বগত জ্ঞানৰ সমাহাৰেৰে নিজৰ চেতনা সমৃদ্ধ কৰিছিল। সেয়ে তেখেতে ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ অসম ৰাজ্যিক পৰিষদলৈ ৰোগশয্যাৰ পৰা লিখিছিল "ৰাইজেই গণদেৱতা। এই গণদেৱতাৰ হিয়াৰ কিমান দয়া, কিমান কৃপা। অথচ প্ৰাণৰো প্ৰাণ কিমান অজেয়। এই ৰাইজৰ হিয়াকোঁহৰপৰা কৃষ্টি অমৃতৰ সুৰৰ টোপালবোৰ বুটলি আনি মই মোৰ নিজৰ মনকোঁহত ভৰাই

লওঁ। এই মনকোঁহত ৰহঘৰা মৌচাক সাজি তাৰপৰা নিগৰি নিজৰি ওলোৱা ৰসৰ টোপালবোৰ চিলাই দিবলৈ ধৰোঁ।

"যিসকল অসমীয়াৰ প্ৰাণস্বৰূপ, যিসকল অসমীয়া সংস্কৃতিৰ ধাৰক আৰু বাহক সেইসকল হালোৱা, হজুৱা, বনুৱা তলমজলীয়া ৰাইজ ক্লিষ্ট, শোষিত, দলিত, নিষ্পেষিত আৰু নিপীড়িত। এই ৰাইজৰে দুখত সমদুখী হৈ ৰাইজৰ হিয়াৰ মৰম-চেনেহৰ অথাই সাগৰৰ পানীত সাঁতুৰি উমলি ফুৰিছিলো।

"১৯৫৪ চনৰ পৰা ৰাইজৰ মাজত জঁপিয়াই পৰি বহু সভা-সমিতিৰ যোগে ৰাইজৰ প্ৰতি মোৰ কৃতজ্ঞতা যাচিছিলোঁ। তেতিয়াৰ পৰাই ভাৰতৰ বিপ্লৱী সাম্যবাদী দলৰ লগত সংশ্লিষ্ট থাকি মাৰ্ক্সীয় অৰ্থনীতি, দ্বন্দ্ববাদৰ লগত পৰিচিত হৈ আৰু লেলিনবাদৰ সম্যক জ্ঞানৰ উপলব্ধিৰ আশাত প্ৰকৃত কমিউনিষ্ট হোৱাৰ আশাত ৰাইজৰ হিয়াৰ আমঠু, ৰাইজৰ প্ৰাণৰ লগৰী আৰু ৰাইজৰ লগত একেলগে মিলি জুলি ৰাইজক মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি উদ্বুদ্ধ কৰাৰ কাৰণে নিজৰ সকলো শক্তি নিয়োগ কৰোঁ।

"১৯৪৬ চনৰ শেহৰ ফালে প্ৰসিদ্ধ অসমীয়া বোলছবি 'চিৰাজ'ৰ পৰিচালনাৰ একাংশত অসমৰ বাহিৰত ব্যস্ত থকাত সেই কাম প্ৰায় সমাধা কৰি স্বাধীনতাৰ পিছত অসমলৈ আহি দলীয় ৰাজনীতিত ব্যস্ত থাকি সভাই-সমিতিয়ে ঘূৰি ফুৰোঁতে কংগ্ৰেছ চৰকাৰৰ শেন চকুত পৰি অজ্ঞাতবাসৰ 'বিৰাট পৰ্ব'ৰ বিৰাট সাধনাত অংশগ্ৰহণ কৰিছিলোঁ। সেই বিৰাট সাধনাত জনসাধাৰণৰ মাজত থাকি জনসাধাৰণৰ সেৱাত থাকোঁতেই ধৰা পৰি এবছৰ কাৰাবাস খাটি ওলাই আহি কিছুদিনৰ পিছত স্বাভাৱিকভাৱেই মোক লৈ আহে ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ বিশ্বজুৰি মহামানৱৰ মুক্তিৰ যি অভিযান সেই অভিযানৰ অংশভাগী হ'বলৈ, সেই কথা ১৯৫৫ চনত। তেতিযাৰপৰা বিশ্বভাতৃত্বৰ শ্ৰমিক, কৃষক সৃষ্টিকাৰী জনতাৰ শান্তি, প্ৰগতি আৰু নতুন সমাজৰ সাধনাত মোৰ ক্ষুদ্ৰ শক্তিৰে দুখকাৰী জনসাধাৰণৰ পাৰ্টি কমিউনিষ্ট পাৰ্টিৰ সভ্যৰূপে ৰাইজৰ সেৱা কৰি আহিছোঁ। ১৯৬২ চনত চীনা আক্ৰমণৰ আশংকাত তেজপুৰবাসী যেতিয়া সন্ত্ৰস্ত হৈ পৰিছিল দেশৰক্ষা আৰু ৰাইজৰ সাধ্য অনুসৰি অভয় দিয়াৰ চেষ্টা কৰাৰ দোষতে মাতৃহীন দুটি শিশুক বুকুত লৈ শুই থকাৰপৰা কংগ্ৰেছ চৰকাৰৰ পুলিচে তেজপুৰৰপৰা গুৱাহাটীলৈ পঘাৰে বান্ধি সাতমাহ সুদূৰ উৰিষ্যাত কাৰাৰুদ্ধ কৰি ৰাখি ৰাইজৰ সেৱাৰপৰা বঞ্চিত কৰিবলৈ বিচাৰিছিল; কিন্তু বিচলিত হোৱা নাছিলো, পাইছিলো নতুন বল।

"আজি মই ৰোগ শয্যাত। মোৰ মনত অসীম প্ৰেৰণা যোগোৱা পাৰ্টি আৰু জনসাধাৰণৰ পৰা মই আঁতৰত থাকিবলগীয়া হৈছোঁ। তথাপি মোৰ মন সদায় ৰাইজৰ মাজত। যি আদৰ্শৰ সাধনাত জীৱনৰ সকলো সামৰ্থ্য আগবঢ়াইছিলো— সেই আদৰ্শৰ পাৰ্টিৰ অসমত ৰূপালী জয়ন্তী উপলক্ষে ৰোগশয্যাৰপৰাই অভিনন্দন জনাইছোঁ।" (এই চিঠিখন তেখেতে কৰ্কট ৰোগত শয্যাশায়ী হৈ থকা সময়ত লিখিছিল যদিও সম্ভৱতঃ ভুলক্ৰমে তাৰ তাৰিখ ইং ১৫/৭/৬৯ বুলি ছপা হৈছে; কাৰণ তেখেতৰ প্ৰয়াণ হয় ইং ২০/৬/৬৯ তাৰিখে।)

বিষ্ণু ৰাভাৰ সম্ভৱতঃ এইখনেই শেষ চিঠি য'ত তেখেতে তেখেতৰ দৃঢ় বিশ্বাস তথা ৰাজনৈতিক মতাদৰ্শ প্ৰকাশ পাইছে। জীৱনৰ শেষ সময়লৈকে যে তেখেতে মাৰ্ক্সবাদী আদৰ্শ

চিন্তা-চেতনাৰ ওপৰত আস্থা আৰু দৃঢ় বিশ্বাস ৰাখিছিল সেই কথা দুনাই ব্যাখ্যা কৰাৰ প্ৰয়োজন নাই।

বিভিন্ন জাতি, উপজাতি, থানগিৰি, অভিবাসী, ধৰ্মাৱলম্বী, ভাষিক লোক যিসকলে অসমৰ মাটিকে স্থায়ীভাৱে খামুচি ধৰি থাকে, তেওঁলোকেই অসমৰ সম্পদ সৃষ্টিকাৰী। হালোৱা, হজুৱা, কাৰিকৰী, তল-মজলীয়া শ্ৰেণীৰ মানুহৰ শ্ৰমৰ ওপৰতে আৰু সেইসকলৰ সংস্কৃতিৰ সমন্বয়তে গঢ় লৈ উঠিছে অসমীয়া সভ্যতা। বহল আৰু ব্যাপক অৰ্থত তেখেতসকলেই অসমীয়া,— এই তত্ত্ব বিষ্ণু ৰাভাৰ চিন্তনৰ মাজেৰে স্পষ্ট হৈ ওলাইছে। পিয়াঁজৰ বাকলি গুচাই অসমীয়াৰ সংজ্ঞা তেখেতে বিচৰা নাছিল, এই সংজ্ঞাৰ ব্যাখ্যা 'নহৰু'ৰ গঠনৰ মাজেৰে বিচাৰি পাইছিল।

## দুই

ৰাভাদেৱৰ ব্যক্তিগত জীৱনৰ বৈশিষ্ট্য আছিল, তেখেত কলেজীয়া কালৰপৰাই আত্মোন্নতি-পৰায়ণতাৰ বিমুখ আছিল। মেধাৰ পিনৰপৰাই তেখেত আছিল প্ৰচুৰ ধী-শক্তিসম্পন্ন। তেখেতৰ দৈহিক, মানসিক শক্তি আৰু সকলো সময়ৰ কৃষ্টি, সমাজ তথা জনগণৰ কাৰণে সমৰ্পিত আছিল। এনেদৰে নিজৰ পৰিয়াল, ভৱিষ্যত, উন্নতি, সুখ-সমৃদ্ধিৰ বাবে নাভাবি ৰাইজৰ বাবে উছৰ্গিত কৰা ব্যক্তিত্ব বিৰল। কোনো ক্ষেত্ৰতে মনে মানি নোলোৱা কথাৰ লগত আপোচ কৰা নাছিল। তেখেতে তেতিয়া কলেজীয়া শিক্ষা আধাডুখৰীয়াকৈ এৰি ঘৰত বহি আছে, নাটক-অভিনয় আদিত লাগি আছিল— সেই সময়ত এটা ঘটনাৰ কথা 'নটসূৰ্য' ফণী শৰ্মাই এনেদৰে বৰ্ণাইছে ঃ

"ইতিমধ্যে মিচৰ কুমাৰী নাটক অগা-পিছাকৈ দুবাৰো হৈ গৈছে। দুনাই কলেজত পঢ়িবলৈ বা চাকৰি কৰিবলৈ ৰাভাক ঘৰৰপৰা তাগাদাৰ উপৰি তাগাদা দিছে। দুয়োটাৰ ভিতৰত এটাও পছন্দ নোহোৱাত বৰ বিমোৰত পৰিছে বুলি ৰাভাই আমাক ক'লে। বাৰবিজ চাহাব তেতিয়া দৰঙৰ এছ পি। খেলাত চাহাবৰ বৰ ৰাপ। তেজপুৰৰ পুলিচ টিমটো পাকৈতকৈ গঢ়ি তুলিবলৈ চেষ্টা কৰিছে। ৰাভাদেৱৰ ঘৰখন আদৰ্শ মিলিটেৰীৰ ঘৰ। ঢাকাৰ পল্টনত থকা দুজন ককায়েকৰ ভিতৰত এজন চুপাদাৰ, আনজন মেজৰ চুপাদাৰ। ৰাভাৰ দেউতাক গোপাল চুপাদাৰ বেঙ্গল গৱৰ্ণৰৰ এডিকমৰ উপৰি নানান উপাধিৰে ভূষিত আছিল। এনেহেন ঘৰৰ ল'ৰা ৰাভাৰ ওপৰত বাৰবিজ চাহাবৰ চকু পৰিল। ফুটবল, হকী দুয়োটাতে ৰাভা পাকৈত।

তেজপুৰ পুলিচ ৰিজাৰ্ভৰ ৰিজাৰ্ভবাবু এদিন ৰাভাইতৰ ঘৰলৈ আহি চাহাবৰ ইচ্ছাৰ কথা ক'লে। পুলিচ চাব-ইন্সপেক্টৰৰ কামত সুমুৱাই লৈ সোনকালে প্ৰমোচন পোৱাৰ ব্যৱস্থা চাহাবে কৰিম বুলি কথা দিছে। ৰিজাৰ্ভবাবুৰ কথা শুনি ৰাভাৰ অঙহী-বঙহীয়ে হেঁচা মাৰি ধৰিলে। চাহাবে নিজেই যেতিয়া উপযাচি কাম দিব খুজিছে ল'বই লাগিব। ৰাভা বিমোৰত পৰিল। চাৰিওফালৰ পৰা হেঁচা অহাত মাস্তি হ'ল। কাইলৈ চাহাবক দেখা কৰিম বুলি কৈ কৈ যেতিয়া পিছদিনালৈ ঠেলাৰপৰা উপায় নোহোৱা হ'ল তেতিয়া সাজি-কাচি এদিন পুৱাই আমাৰ ঘৰ ওলালহি। মোক চাহ আনিবলৈ হুকুম দিলে। মই আনিলো। চাহ খোৱাৰ পিছত তাচযোৰ

উলিয়াবলৈ ক'লে, মই উলিয়াই দিয়াত এঘণ্টামান অকলে অকলে পেচেন্স খেলিলে। ... নমান বজাত কাপোৰ-কানি পিন্ধি ওলাবলৈ ক'লে। মই ওলালো। দুয়ো আহি তেজপুৰ থানাৰ সম্মুখ পালোহি। থানাৰ সম্মুখত বাৰবিজ চাহাবৰ মটৰখন দেখি ৰাভাই মোক ক'লে, 'মই চাব-ইন্সপেক্টৰৰ চাকৰিটো লৈ আহোঁ, তই চাহৰ দোকানতে বহ।' ৰাভা থানালৈ সোমাই গ'ল। মই থানাৰ সম্মুখৰ চাহৰ দোকানত বহিলোহি। পোন্ধৰ মিনিটমানৰ পিছত ৰাভা থানাৰপৰা আহি চাহৰ দোকান সোমাই দুজনৰ কাৰণে চাহ-মিঠাইৰ হুকুম দি মোৰ কাষত বহি নতুন এটা গান গুণগুণাবলৈ ধৰিলে। ৰাভাৰ গান শুনি চাব-ইন্সপেক্টৰৰ চাকৰিটো যে আনিছে বুজিলো। হঠাৎ গানৰ মাজতে ৰাভাই ইঁহাত কিয় হাঁহিছে সুধিলো। চাহৰ কাপত দুটামান শোহা মাৰি এঢোক গিলি ৰাভাই ক'লে— 'চাৰা জীৱনত যাতে চাকৰি নাপাওঁ তাৰ ব্যৱস্থা কৰি আহিছোঁ।' মই একো বুজি নাপাই মুখলৈ ভেবা লাগি চাই থকাত বুজাই দিলে যে বাৰবিজ চাহাবে হেনো প্ৰথমে খেলা-ধূলাৰ কথা উলিয়ালে। কলেজ কিয় এৰিলা বুলি সোধাত সঁচা কথাটোকেই ক'লো। ... বিপ্লৱী দলত থকা বুলি কলেজৰ অধ্যক্ষই সন্দেহ কৰাৰ কথা কোৱাত চাহাবে বোলে খন্তেক পৰ তলকা মাৰি চাই থাকি বৰ্তমান কংগ্ৰেছে কৰা অসহযোগ আন্দোলনৰ প্ৰতি ৰাভাৰ সহানুভূতি আছেনে নাই সুধিলে। ৰাভাই ক'লে— 'কিয় নাথাকিব, অকল মোৰে নহয় প্ৰত্যেক ভাৰতীয়ৰে থকা উচিত।' ৰাভাৰ কথা শুনি চাহাবৰ ৰঙা মুখ আৰু ৰঙা পৰিল। মই একো নামাতি চাহ খাবলৈ লাগিলো। এটা কচুৰী গোটে গোটে মুখত সুমুৱাই দুবাৰমান চোবাই ওপৰলৈ মুখ কৰি ৰাভাই হো-হোৱাই হাঁহি উঠিল। মই দুনাই প্ৰশ্নসূচক দৃষ্টিৰে চোৱাত দুঢোকমান চাহৰ লগত কচুৰীটো গিলি ক'লে যে তেওঁৰ কথা শুনি ৰঙা-চিঙা পৰা পুলিচ-চাহাবক তেওঁ চাব-ইন্সপেক্টৰৰ চাকৰিত কেতিয়াৰপৰা জইন কৰিব লাগিব সুধিলে। চাহাবে বোলে কটমট কৰি তেওঁৰ ফালে চাই কোঠাৰপৰা ওলাই যাবলৈ ক'লে।'

উল্লিখিত ঘটনাৰ সময়ছোৱা আছিল, ভাৰতৰ জনগণৰ বিদেশী ৰাজত্বৰ বিৰুদ্ধে প্ৰতিবাদী যুগ। ব্ৰিটিছ চৰকাৰে ১৯৩৫ চনৰ শাসন সংস্কাৰ পদ্ধতিৰ মাজেৰে বৰ্ণহিন্দুৰ আৰু পিছপৰা সম্প্ৰদায়, জনজাতি আৰু মুছলমান ধৰ্মাৱলম্বীসকলৰ মাজত চাকৰি-বাকৰিৰ সুবিধা আদিৰ টোপ দি ভেদবাদী কৌশল প্ৰয়োগ কৰিছিল। লগতে বঙালী-অসমীয়া আদি ভাষিক জাতিৰ মাজৰ দ্বন্দ্বকো একেদৰে ব্যৱহাৰ কৰিছিল। আত্মোন্নতি-সৰ্বস্বপৰায়ণতাৰ মানসিকতা অসমৰ শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ মাজত বিৰাজ কৰি যাতে প্ৰতিবাদী চেতনাৰ ধাৰাৰপৰা সেইসকল আঁতৰি থাকে, মতলবটো সাধাৰণভাৱে আছিল সেয়ে। কিন্তু বিষ্ণু ৰাভা আছিল গুৰিৰে পৰা প্ৰতিবাদী মানসিকতাৰ দ্বাৰা প্ৰভাৱিত।

আত্মোন্নয়ন সৰ্বস্বপৰায়ণতা বিষ্ণু ৰাভাৰ স্বাভাৱিক চৰিত্ৰৰ বিৰোধী। পদ মৰ্যাদাৰ ৰাজনীতিত লিপ্ত যিদৰে নাছিল, জীৱিকা অৰ্জনৰ বাবে কেইদিনমান কৰা বণিজৰ ক্ষেত্ৰতো একেদৰে আছিল উদাসীন। আমি সকলোৱে বিষ্ণু ৰাভাৰ নৃত্য, গীত, অভিনয় বা চিত্ৰকাৰী বিদ্যাৰ ক্ষেত্ৰত উচ্চমান স্বীকাৰ কৰোঁ। কিন্তু এই সংস্কৃতিৰ উপাদানসমূহৰ কোনোটোকে তেখেতে পণ্য হিচাপে ব্যৱহাৰ কৰি ধন গোটাবৰ পথ হিচাপে বাচি লোৱা নাছিল। তেনেদৰে আন শিল্পী এজনেও সংস্কৃতিক পণ্য হিচাপে লৈ আত্মোন্নয়ন-সৰ্বস্বতাৰে ব্যৱহাৰ কৰাত দুখ

পাইছিল। বহুতো উচ্চমানৰ শিল্পী-সম্ভাৱনা থকা পিছৰ বা সম-প্ৰজন্মৰ কাকো অকণো সহায় কৰি উদ্‌গতি লাভ কৰাৰ দিহা দিয়া কৃতিবিদ্যা শিল্পীৰ সংখ্যা প্ৰায় নায়েই। বিষ্ণু ৰাভা, ফণী শৰ্মা, জ্যোতিপ্ৰসাদ আদি এই ক্ষেত্ৰত ব্যতিক্ৰম আছিল।

আমি নিজে বৰকৈ নহ'লেও ৰাভাক লগ পাইছোঁ; বহুতেই পাইছিল। তেখেতৰ সংসাৰ আৰ্থিকভাৱে দুৰ্বল আছিল, নিজৰ সা-সম্পত্তি উত্তৰাধিকাৰ হিচাপে যিখিনি পাইছিল তাকো সামৰি-সুতৰি লোৱাৰ দক্ষতা বা মানসিকতা নাছিল। নিজৰ লাহ-বিলাহ, জীৱন-শৈলী সহজ-সৰল আছিল। তেখেতৰ কোনো কথাই লুকুৱাই ৰখাৰ বা আঁৰ-বেৰ দিয়াৰ প্ৰবৃত্তিও নাছিল। যাক Transparent Personality বা স্বচ্ছ ব্যক্তিত্ব বুলি কোৱা হয়, ৰাভাৰ ব্যক্তিত্বও আছিল তেনে। ৰাজনৈতিক বা শিল্প-সংস্কৃতিৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদৰ লগতে তেখেতৰ জনসাধাৰণৰ ওপৰত প্ৰভাৱ- প্ৰতিপত্তি আছিল ব্যাপক। কিন্তু এনে এটা ঘটনা বিচাৰি উলিয়াব নোৱাৰি, য'ত তেখেতে এনে প্ৰভাৱ-প্ৰতিপত্তিক নিজস্ব স্বাৰ্থত অকণমান হ'লেও প্ৰয়োগৰ সুযোগ লৈছে। তেখেতে শেষৰ সময়ত অসম বিধান সভাৰ বিধায়কো হৈছিল। সম্ভৱতঃ চৰকাৰী নীতি-নিয়ম অনুসৰি চৰকাৰে তেখেতৰ শেষ নৰিয়াত কিছু আৰ্থিক খৰচ বহন কৰিছিল। বিষ্ণু ৰাভাৰ গুণমুগ্ধৰ সংখ্যা লেখ দিব নোৱৰা হিচাপত। অযাচিতে বহুতে তেখেতৰ সংকটৰ সময়ত সহায় কৰাৰ বাবে আগবাঢ়ি অহাত তেখেতে সহায় ল'বলৈ হেঁহো-নেহো কৰা এই লেখকৰ চকুতো পৰিছিল।

কি ৰাজনীতি, কি সাংস্কৃতিক সকলো ক্ষেত্ৰতে খ্যাতিমান বহুতকে ব্যক্তিগতভাৱে বা সামাজিকভাৱে জনাৰ অভিজ্ঞতাৰপৰা এই কথা নদি ক'ব পাৰি যে আমাৰ জীৱনকালত ৰাভাৰ দৰে জনপ্ৰিয়তা কাৰো ক্ষেত্ৰতে দেখা মনত নপৰে। অসমৰ শদিয়াৰপৰা ধুবুৰীলৈকে ৰাভা নোযোৱা অঞ্চল নাছিল। আচৰিত কথা যে প্ৰত্যেক অঞ্চলৰ মানুহে বিষ্ণুপ্ৰসাদ ৰাভাক নিজৰ অঞ্চলৰ মানুহ বুলি দাবী কৰিছিল।

তেখেত হৈ পৰিছিল কিংবদন্তীস্বৰূপ।

এটা ঘটনাৰ বিষয়ে উল্লেখ কৰা যায়।

পঞ্চাশৰ দশকৰ কোনো এটা সময়। বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সৰহভাগ আগৰ কৰ্মীয়ে ভাৰতৰ কমিউনিষ্ট পাৰ্টিত (ৰাভাদেৱকে ধৰি) যোগদান কৰিছে। বিষ্ণু ৰাভা অসম ৰাজ্যিক কৃষক সভাৰ উপসভাপতি (কমঃ অচিন্ত্য ভট্টাচাৰ্য— সভাপতি, কমঃ বিষ্ণু বৰা— সম্পাদক, এই লেখক সহকাৰী সম্পাদকৰ দায়িত্বত)। গোৱালপাৰা জিলাৰ দৰংগিৰিত কৃষক সভাৰ ৰাজ্যিক পৰিষদৰ সভা। এই পৰিষদৰ সদস্য সংখ্যা তেতিয়া ত্ৰিছজনমান। দৰংগিৰি গৈ পাই দেখা গ'ল বিপুল জন সমাৰোহ। গাৰো, ৰাভা, কছাৰী বিভিন্ন জনজাতিকে ধৰি কোচ-ৰাজবংশী, বৰ্ণহিন্দু, মিঞা আনকি চাহ-জনগোষ্ঠীৰ মানুহ তাৰ মুকলি পথাৰখনত। ল'ৰা-বুঢ়া, ডেকা-গাভৰু ভৰ্তি। ঢোল-পেঁপাবাদ্য লৈ নিজৰ নাচ-গান কৰি আছে। তেখেতসকলৰ আদৰৰ বিষ্ণু ৰাভা আহিব সেয়ে আকৰ্ষণ। কিবা-কিবি কাপোৰ উপহাৰ লৈও আহিছে। যি ঠাইত পৰিষদৰ সভা হোৱাৰ কথা আছিল তাত এনে গান-বাজনাৰ হুলস্থূলত মেল বহা অসম্ভৱ হৈ পৰিল। ওচৰৰে (গাঁৱৰ এচুকৰ) এটা ডাঙৰ ঘৰত সভা বহিল। ৰাভাদেউ সভালৈ আহিব পৰা

নাছিল। ঘৰত সন্তানৰ বেমাৰ। কৃষক সভাৰ সেই সভাখনত বক্তব্য ভাষণ হ'ল চমু; গীত, নৃত্য আদি চলিল দীঘলীয়াকৈ। লেখকৰ একান্ত বিশ্বাস, ৰাভাদেউ সভালৈ যোৱাহেঁতেনো তেখেতক আমি আমাৰ মেলত নাপালোহেঁতেন। ৰাইজে কৃষ্টি-মেলাখনলৈ তেখেতক জোৰ কৰি লৈ গ'লহেঁতেন।

বিষ্ণু ৰাভা সম্পৰ্কে বাতৰি কাকত, ৰেডিঅ', টেলিভিছন (তেওঁৰ দিনত অৱশ্যে নাছিল), চিনেমা বা মঞ্চাভিনয়ৰ মাজেৰে হোৱাতকৈ সাধাৰণ মানুহৰ মুখে মুখে প্ৰচাৰ বেছি হৈছিল। বাতৰি কাকতে অগত্যা নহ'লে নহয়— এনে ক্ষেত্ৰতহে প্ৰচাৰ কৰিছিল। অসমীয়া চিনেমা বুলিবলৈ সংখ্যাত তাকৰ আছিল আৰু তাতো তেখেতে লৈছিল পাৰ্শ্ব-চৰিত্ৰৰ ভাও। সবাৰ উপৰি তেখেত আছিল ৰাজ-বিৰোধী, ৰাজ-ৰোষত পৰা ব্যক্তি। কিন্তু সমাজৰ পিছপৰা, শোষিত-বঞ্চিত শ্ৰমকাৰী তলমজলীয়া শ্ৰেণীয়ে তেখেতক একান্ত নিজৰ মানুহ বুলি লোৱাৰ মূলতে আছিল তেখেতৰ উদাৰ, স্বচ্ছ, মানৱদৰদী হৃদয়জড়িত আচৰণ। চুম্বকে লোক আকৰ্ষণ কৰাৰ দৰে তেখেতৰ ব্যক্তিত্বতো অতি মোহনীয় শক্তি আছিল। সুঠাম শক্তিৱান দেহাটো হ'লেও ৰংৰূপে লাৱণ্যময় বুলি তেখেতক ক'ব নোৱাৰি কিন্তু কঠিন শিলৰ মাজেৰে বৈ অহা নিজৰাৰ দৰে তেখেতৰ আচৰণ, সৰলতা, স্পষ্টবাদিতা আৰু সাধুতাৰ ওপৰত গঢ় লোৱা মানুহজনৰ হৃদয় বৰ মৰমিয়াল আছিল। ভেম, গেলা-গপ বৰ্জিত ৰাভাই সদায়ে কৈছিল যে পৃথিবীৰ পঢ়াশালিৰ তেখেত এগৰাকী ছাত্ৰহে মাথোন, শিক্ষক নহয়, ৰাইজহে তেখেতৰ শিক্ষক।

এইখিনিতে আৰু এটি ঘটনাৰ বিষয়ে উল্লেখ কৰাৰ লোভ সামৰিব পৰা নগ'ল।

১৯৬৪-৬৫ চন মানৰ কথা। সময় দুপৰীয়া। সংগঠনৰ কোনো কামত তেখেত, প্ৰয়াত কমৰেড প্ৰাণেশ্বৰ কলিতা আৰু মই এখন পুৰণি জীপত এঠাইলৈ গৈ আছোঁ। টিকা-ফটা ৰ'দ; খেতিৰ সময়। এঠাইত জীপখন ৰখাবলৈ কৈ তেখেত নামিল, আমিও নামিলো। পথাৰত এগৰাকী জনজাতীয় মহিলাই ভুঁই ৰুই আছে। পিঠিত এটা এক-ডেৰ বছৰীয়া কেঁচুৱা বন্ধা আছে। আনহাতে দেখিলেই ধৰিব পাৰি যে মহিলাগৰাকী সাত-আঠমহীয়া গৰ্ভৱতী। সম্ভৱতঃ তেওঁৰ ঘৰৰ মানুহজনে সামান্য নিলগত কোৰেৰে পথাৰৰ আলি বান্ধি আছে। ওচৰলৈ গৈ ৰাভাই তেওঁলোকৰ লগত তেওঁলোকৰ ভাষাতে (সম্ভৱতঃ কাৰ্বি) কথা পাতি অৱস্থাৰ বুজ ল'লে। খেতিয়কগৰাকীৰ নিজৰ মাটি নহয়, মাটি মহাজনৰপৰা আধি বন্দৱস্তিত লৈ খেতি কৰিছে। থকা গাঁও আধামাইলমান আঁতৰত।

উভতি আহি গাড়ীত বহি ৰাভাই খেতিয়কজনৰ কথাকে কৈ আছিল। "মাটি সাত বিঘামান, গিৰিয়েক-ঘৈণীয়েক দুয়ো অপৰিসীম কষ্ট কৰিছে। ধান বিঘাই প্ৰতি দহ মোনৰ সৰহ উৎপন্ন কিজানি নহ'ব। ওচৰৰ পাহাৰৰ হাতী, গাহৰিৰ পকা ধানৰ ওপৰত উৎপাত আছেই। ধৰি লোৱা যাওক সত্তৰ মোনকে পালে; তাৰে আধা মাটি মহাজনক দিব লাগিব। নিজৰ গৰু এটা বেমাৰ পৰাত আনৰ এটা আনিলৈ হাল বাইছে। তাৰ বাবেও দিব লাগিব পাঁচ মোন। নিজৰ ৰ'ল ডেৰ কুৰি মোন। সেই ধানেৰে ছয় মাহ পৰিয়ালটোক নোজোৰে। ওচৰৰ হাবিৰ গছৰ ডাল কাটি খৰিৰ বোজা ওচৰৰ হাটত বিক্ৰী কৰি, আহৰি সময়ত কাচিৎ দিন হাজিৰা-কামলা আৰু

ঘৰত পোহা গাহৰি বিক্ৰী এয়ে এই পৰিয়ালটোৰ অৰ্থাগমৰ উপায়। এনে মানুহৰ সংখ্যা সমাজত যথেষ্ট। ভোটৰ সময়ৰ বাহিৰে এওঁলোকৰ সুখ-দুখৰ খবৰ লওঁতা আৰু কোনোৱে নাই।"

নিজৰে লাজ লাগিছিল। কৃষক সভাৰ কাম কৰিছোঁ (তেতিয়া), নেতৃত্বৰ চাব-মোহৰো গাত আছিল, কিন্তু আধিখোৱা দুখীয়া খেতিয়ক পৰিয়াল এটাৰ অৰ্থাগমৰ অংকটো কোনো দিনে কৰা নাছিলো। যন্ত্ৰবৎ কামেৰে প্ৰকৃত তাৎপৰ্য উপলব্ধি নহয়।

গীত-মাত, নৃত্য-অভিনয়-সুকুমাৰ কলাৰ জগতত সৰ্বাধিক সময় বিচৰণ কৰা এইগৰাকী বিপ্লৱী শিল্পী-সৈনিকৰ চিন্তা-অনুভূতিৰ মাজত থকা মানৱদৰদী ৰূপটো দেখি বিস্ময় মানিছিলো।

বিষ্ণু ৰাভা সমাজ, সংস্কৃতি আৰু নিজ পৰিয়ালৰ প্ৰতি সমানে দায়িত্বশীল আছিল। তেখেতৰ জীৱন শৈলী, কাম-কাজৰ পদ্ধতি সু-সমতাপূৰ্ণ আছিল। তাৰ মাজৰ বিশেষ চৰিত্ৰটো হ'ল, আত্মোন্নয়ন-সৰ্বস্ব সংকীৰ্ণতাৰপৰা নিজকে মুক্ত ৰখাটো। ১৯৬২ চনত তেখেতৰ সাংসাৰিক বিপৰ্যয়ৰ চৰম অৱস্থা। কিন্তু সেই সময়তো তেওঁ ভাগি পৰা নাছিল। তেখেতৰ অন্যতমা পত্নী শ্ৰীযুতা মোহিনী ৰাভাই পিছলৈ সংসাৰ চম্ভালি লওঁতে অৰ্থকষ্টকে ধৰি বিভিন্ন সমস্যাত পৰিছে। ১০/৯/৬৪ তাৰিখৰ এখন চিঠিত গুৱাহাটীৰপৰা ৰাভাদেৱে শ্ৰীযুতা মোহিনী ৰাভালৈ লিখিছে (সেই সময়ত ৰাভা সাংস্কৃতিক ৰাজহুৱা কামত গুৱাহাটীত) — "তোমাৰ দ্বিতীয় চিঠিখন পাইছোঁ। পাই বৰ বেজাৰ পালো। সাংসাৰিক ধুমুহাৰ মাজেদি আগবাঢ়ি যাব লাগিব। কিন্তু হিয়া আৰু চকুৰ আগত আদৰ্শৰ প্ৰতি দৃষ্টি ৰাখি আগুৱাই যোৱাহে কৰ্তব্য। ইমানতে হতাশ হোৱা উচিত নহয়। মই দুৰ্বহ জীৱন লৈ প্ৰগতিৰ বাটেদি যেনেকৈ গৈছোঁ, তুমিও যাব লাগিব। তুমি আগুৱাই নিলেহে ময়ো যাব পাৰিম।"

আদৰ্শৰ কাঁইটীয়া পথেৰে বাট বুলোঁতে ব্যক্তিগত জীৱনত ৰাভাদেৱে সংকট, সমস্যা, দুখ-কষ্টৰ সন্মুখীন হ'বলগীয়া হৈছিল। কিন্তু তাক একান্ত ব্যক্তিগত হিচাপে সহিছিল। সাংস্কৃতিক, ৰাজনৈতিক বা সামাজিক ক্ষেত্ৰৰ কোনো সহকৰ্মীকে সেই কথা নবৰ্ণাইছিল। নিজৰ দায়িত্ব কোনো ক্ষেত্ৰতে এৰাই নচলিছিল। তেখেতৰ ক'তো স্খলন হোৱা নাছিল।

অসমীয়া কৃষ্টি হাজাৰ পাহিৰ এপাহ ফুলৰ দৰে বহু বিচিত্ৰ; নানান ভাষা, নানা সংস্কৃতি, বিভিন্ন ঐতিহ্য পৰম্পৰাৰ জনগোষ্ঠীসমূহৰ দ্বাৰা ৰঞ্জিত। সেয়ে অসমৰ জনগণক বুজিবলৈ, জন-সংযোগ ব্যাপক কৰিবলৈ সকলোবোৰৰে সৈতে পৰিচয় হোৱা বাঞ্ছনীয়। এই অনুভৱেৰে ৰাভাই বহুতো দোৱান, ভাষা আৰু সংস্কৃতিৰ আনবোৰ উপাদানৰ বুজ লোৱাৰ বাবে অপৰিসীম চেষ্টা কৰিছিল আৰু ল'ব পাৰিছিল। তেখেতৰ ক্ষেত্ৰগত জ্ঞান ইমান দ আৰু বহল আছিল যে কোনো বিশ্ববিদ্যালয়ৰ বিদ্যায়তনিক ডিগ্ৰীৰ গৰাকী নহৈও ড° বাণীকান্ত কাকতিৰ দৰে উচ্চ-মানৰ ভাষা পণ্ডিতৰ ভুল দেখুৱাই দিব পাৰিছিল।

এই লিখকৰ মনত পৰে, খ্যাতনামা ভাষাবিদ পণ্ডিত ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যই বড়ো-অনা-অসমীয়া অভিধান আৰু গৱেষণা গ্ৰন্থৰ কাম কৰি থকা সময়ত বিষ্ণু ৰাভাই মাজে মাজে আহি বহু সময় খৰচ কৰি ড° ভট্টাচাৰ্যৰ ঘৰত বহি তেখেতক সহায় কৰিছিল। সেই সময়ত ৰাভাদেৱক দেখাজনৰ মনত ৰাভাক এগৰাকী ভাষা-বিদ্যাৰ শিক্ষকৰ দৰে লাগিছিল। ড°

ভট্টাচাৰ্যই এই লেখকক কৈছিল যে— বহুকেইটা, বহু অঞ্চলৰ ভাষাৰ জ্ঞান থকা ৰাভাদেৱৰ সহায়ে গৱেষণাৰ কামত তুলনামূলক দিশটো আয়ত্ত কৰাৰ ক্ষেত্ৰত উপকৃত কৰিছিল। ই সম্ভৱ হৈছিল ৰাভাদেৱৰ ব্যাপক গণসংযোগ আৰু ক্ষেত্ৰগত জ্ঞানৰ দ্বাৰা।

চাহ-জনগোষ্ঠীৰ মাজত গঢ় লোৱা ছাত্ৰী, আদিবাসীসকলৰ মাত-কথা, বিভিন্ন অঞ্চলৰ কথিত ভাষা, বিভিন্ন জনগোষ্ঠীৰ কথিত ভাষা জনাৰ বাবে ৰাভাদেৱে লেখা-পঢ়া নজনা সাধাৰণ মানুহকো আলাপচাৰিতাৰে আকৰ্ষণ কৰিব পাৰিছিল।

বিষ্ণু প্ৰসাদ ৰাভা এগৰাকী বহুমুখী আৰু অতি উচ্চমানৰ প্ৰতিভাধৰ পুৰুষ। সমগ্ৰ অসমৰ ইমূৰৰপৰা সিমূৰলৈ বিভিন্ন জাতি, ভাষিক গোষ্ঠীৰ জনগণৰপৰা তেখেতে জ্ঞান আহৰণ কৰিছিল, সকলোৰে সৈতে যোগাযোগ ৰাখিছিল। সংস্কৃতি ক্ষেত্ৰত তেখেতৰ জ্ঞান আৰু যোগাযোগৰ বিস্তৃতিৰ কথা সৰ্বজনজ্ঞাত। চৌদিশ সামৰি তেখেতৰ জীৱন-কৃতিৰ বিচাৰ কৰাৰ ক্ষমতা এই লেখকৰ নাই।

অন্ধৰ হাতী দৰ্শনৰ দৰেই নিজৰ ক্ষুদ্ৰ উপলব্ধিৰে শিতানৰ বিষয়টোত হাত দিয়া হ'ল কেৱল এটি আশা লৈ যে নতুন প্ৰজন্মই আৰু বিজ্ঞসকলে বিষ্ণুপ্ৰসাদ ৰাভা সম্পৰ্কে গৱেষণামূলীয় অধ্যয়ন কৰিব। ■

# বিষ্ণুপ্ৰসাদ ৰাভা আৰু গণনাট্য যুগ

— পৰমানন্দ মজুমদাৰ

### এক

দ্বিতীয় মহাযুদ্ধৰ পৰৱৰ্তীকাল পৃথিৱীৰ বুৰঞ্জী ৰাজনৈতিক আৰু সাংস্কৃতিক চেতনাৰে সমুজ্জ্বল। মহাযুদ্ধৰ সময়ৰপৰা পৃথিৱীৰ নানা দেশত ফেচীবাদবিৰোধী আৰু সাম্ৰাজ্যবাদ বিৰোধী চেতনা গঢ় লৈ উঠিল। সাহিত্য আৰু শিল্পৰ পথাৰখনতো তাৰ পৰশ পৰিল। ভাৰততো ফেচীবাদ আৰু সাম্ৰাজ্যবাদবিৰোধী আন্দোলন আৰু কৃষক-শ্ৰমিকৰ সংগ্ৰামৰপৰা সৃষ্টি হোৱা নতুন চেতনাৰ পোহৰত এচাম শিল্পী-সাহিত্যিক সমবেত হ'ল। এইসকলৰ ঐক্যবদ্ধ প্ৰচেষ্টাত ১৯৪৩ চনত বোম্বে চহৰত গঠিত হ'ল সৰ্বভাৰতীয় সাংস্কৃতিক সংগঠন 'ভাৰতীয় গণনাট্য সংঘ' (Indian People Theatre Association)। ভাৰতৰ কমিউনিষ্ট পাৰ্টীৰ প্ৰত্যক্ষ সহযোগতে এয়া সম্ভৱ হৈছিল। বোম্বেত অনুষ্ঠিত পাৰ্টিৰ অধিৱেশনস্থলীতে গণনাট্যই জন্ম লাভ কৰে। সংঘৰ লক্ষ্য স্থিৰ কৰা হৈছিল এনেদৰে : "...The Indian people's theatre Association has been formed to co-oi dinate and strengthen all the progressive tendencies has so far manifested themselves in the nature of dramas, songs and dances. It is not a movement which in impossed from above but one which has roots deep down in the cultural awakening of the masses of India, nor is it a movement which discards our rich cultural heritage, but one which seeks to revive the last in that heritage by reinterpretting adopting and integrating it with the most significant facts of our people lives and aspirations in the present epoch. "

অসমতো গণনাট্য সংঘৰ শাখা গঠনৰ প্ৰক্ৰিয়া আৰম্ভ হ'ল। ১৯৫৪ চনত অসমত গঠিত হ'ল অসম প্ৰগতিশীল সাহিত্যিক সংঘ' (দধি মহন্তই উল্লেখ কৰা মতে)। এই সংঘৰ সম্পাদক হয় ভবানন্দ দত্ত। সংঘৰ শিল্পী-সাহিত্যিকসকলৰ উদ্যোগতে ভাৰতীয় গণনাট্য সংঘৰ গুৱাহাটী শাখা গঠিত হয়। এই শাখাৰ সভাপতি আৰু সম্পাদকৰ দায়িত্ব বহন কৰে ৰঘুনাথ চৌধাৰী আৰু আনন্দিৰাম দাসে। ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ নিৰ্দেশতে অসমত গণনাট্য আন্দোলনৰ গুৰি ধৰিলেহি হেমাঙ্গ বিশ্বাসে। পোনতে তেওঁ শ্ৰীহট্টৰপৰা এটি সাংস্কৃতিক বাহিনী লৈ ('সুৰমা ভেলী কালচাৰেল স্কোৱাড') অসম ভ্ৰমণ কৰিলে। তেজপুৰত তেওঁৰ লগত জ্যোতিপ্ৰসাদ আগৰৱালাৰ সাক্ষাৎ হ'ল। জ্যোতিপ্ৰসাদে এনেধৰণৰ গণসংস্কৃতিৰ কাৰ্যসূচীৰ সৈতে সহমত প্ৰকাশ কৰিলে। জ্যোতিপ্ৰসাদৰ এনে মতকে সঁহাৰি হিচাপে গ্ৰহণ কৰি ১৯৪৭ চনত শিলচৰত অনুষ্ঠিত অভিৱৰ্তনত গঠিত গণনাট্য সংঘৰ প্ৰাদেশিক সমিতিৰ জ্যোতিপ্ৰসাদ সভাপতি নিৰ্বাচিত কৰা হয় আৰু হেমাঙ্গ বিশ্বাস নিৰ্বাচিত হয় সম্পাদকৰূপে।

জ্যোতিপ্ৰসাদৰ সভাপতিত্বত বহা প্ৰাদেশিক সমিতিৰ প্ৰথম বৈঠকত গৃহীত প্ৰস্তাৱত কোৱা হ'ল ঃ "যদিও আন্দোলনৰ হেঁচাত বিদেশী সাম্ৰাজ্যবাদে প্ৰত্যক্ষভাৱে শাসনৰ ক্ষমতা হস্তান্তৰ কৰিবলৈ বাধ্য হৈছে তথাপি সমাজদেহৰ কণিকাই কণিকাই শোষণৰ আৰু বিভিন্ন জাতিৰ মাজত ধৰ্ম, সংস্কৃতি আৰু আৰ্থিক অসাম্যৰ ধ্বংসকাৰী বীজাণু সিঁচি থৈছে, সেইকাৰণেই স্বাধীনতা ঘোষণাৰ পিছতো আমি দেখোঁ ভাৰতৰ চাৰিওফালে সেই বীজাণুৱে জাতিবিদ্বেষ, ধৰ্মবিদ্বেষ আদি মহামাৰীৰূপে আহি জাতিৰ জীৱনক চুৰমাৰ কৰি দিছে। বিদেশী শাসকৰ অনুচৰ আৰু দেশীয় প্ৰতিক্ৰিয়াশীল শক্তিয়ে এই মহামাৰীৰ বীজ বিয়পাই জাতীয় পূৰ্ণ গঠনৰ সপোন চুৰমাৰ কৰি দিবলৈ বিচাৰে।"

প্ৰস্তাৱটিত এই কথাও কোৱা হ'ল ঃ "... যি বিদেশী শক্তিয়ে শোষণৰ কাৰণে নিজৰ স্বাৰ্থত অসমৰ পিছপৰা কৰি ৰাখিছিল তাৰ আওপকীয়া শাসনৰ মূল এতিয়াও ৰৈ গৈছে। স্বাধীনতাৰ নতুন দৃশ্যপটত গণনাট্য সংঘৰ শিল্পীসকলে নতুন অসমৰ যি ৰঙীণ ছবি আঁকিছে তাৰ অৰ্থনৈতিক অৱস্থাৰ ফালৰপৰা যেনেকৈ ফল্গুধাৰাৰ দৰে মাটিৰ তলত ৰৈ যোৱা তেলৰ সোঁত আৰু অন্যান্য খনিজ পদাৰ্থ, সেউজী ডাঠ বননিৰ অতুল ঐশ্বৰ্য, চাহশিল্প প্ৰভৃতি আৰু দিগন্ত বিয়পা সাৰুৱা মাটিত শোষণমুক্ত উৎপাদনৰ ভৰপূৰ অৱস্থাৰ মাজেদি অসমৰ সমাজ জীৱনলৈ আনিব ঘৰে ঘৰে ভোগালী বিহুৰ অফুৰন্ত আনন্দ উৎসৱ— আকৌ তেনেকৈ সাংস্কৃতিক অৱস্থাৰ ফালৰপৰা পৰ্বত আৰু ভৈয়ামৰ বিভিন্ন ভাষা-ভাষী আৰু জাতিৰ স্বকীয়া সাংস্কৃতিক ধাৰাক অক্ষুণ্ণ ৰাখি আৰু পৰিপূৰ্ণ বিকাশৰ সুযোগ দি পাৰস্পৰিক আদান-প্ৰদানৰ মাজেদি মহামিলনৰ পথত বিভিন্ন ৰামধেনুৰ দৰে ফুলি উঠিব অসমৰ মহান সংস্কৃতি।"

প্ৰস্তাৱত শিল্পী-সাহিত্যিকসকলকএইবুলি সোঁৱৰাই দিয়া হৈছিল যে "এফালে কোনো ৰকমৰ সাংস্কৃতিক মনোবৃত্তি, আনফালে আছুতীয়াকৈ থকা ঠেক মনোভাবত কোনো জাতিৰ সংস্কৃতি গঢ়ি উঠিব নোৱাৰে বৰঞ্চ ইয়েই জাতিৰ মাজত সংঘৰ্ষৰ আৰু বিচ্ছেদৰ কাৰণ হৈ পৰিব।"

এনে উপলব্ধিৰ মাজেৰেই গণনাট্যই অসমত প্ৰসাৰ লাভ কৰিছিল আৰু অসমৰ বিপুল সংখ্যক শিল্পীক সংঘৰ মজিয়ালে আনিবলৈ সক্ষম হৈছিল। অসমৰ ঐতিহ্যৰ ভেটিতে থিয় হৈ সংঘই আগবাঢ়িবলৈ প্ৰয়াস কৰিছিল। হেমাঙ্গ বিশ্বাসে সংঘৰ তৃতীয় প্ৰাদেশিক অধিৱেশনৰ সম্পাদকৰ প্ৰতিবেদনত উল্লেখ কৰিছে— "অসমৰ ৰঙ্গমঞ্চত 'কানীয়াৰ কীৰ্তন'ৰপৰা আৰম্ভ কৰি 'কাৰেঙৰ লিগিৰী'লৈকে যি সমাজ সংস্কাৰক নাটকৰ ঐতিহ্য 'মণিৰাম দেৱান', 'পিয়লি ফুকন' প্ৰমুখ্যে দি সাম্ৰাজ্যবাদ বিৰোধী ঐতিহ্য, 'ৰাইজ মেল'ৰ গীত বা 'মণিৰাম দেৱানৰ গীত' ইত্যাদি গীতৰ ধাৰাই গণনাট্য সংঘৰ ভেটি।"

## দুই

বিষ্ণুপ্ৰসাদ ৰাভা ভাৰতীয় গণনাট্য সংঘৰ লগত সাংগঠনিকভাৱে যুক্ত হৈছিল পলমকৈ। ১৯৫৫ চনত গুৱাহাটীত অনুষ্ঠিত গণনাট্য সংঘৰ তৃতীয় প্ৰাদেশিক সম্মিলনত তেওঁক সংঘৰ সভাপতি নিৰ্বাচিত কৰা হয়। ইয়াৰ কিছুকাল আগেয়ে তেওঁ ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগদান কৰিছিল। তাৰ আগলৈকে তেওঁ যুক্ত হৈ আছিল বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সৈতে। কলেজীয়া কালতে স্বাধীনতা আন্দোলনৰ লগত যুক্ত হোৱা বিষ্ণুপ্ৰসাদ ৰাভাৰ স্বাধীনতাৰ

আগে আগে গান্ধীৰ নীতিৰ প্ৰতি মোহভংগ হৈছিল আৰু এই সময়তে তেওঁ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ প্ৰতি আকৰ্ষিত হয় আৰু এইদলত যোগদান কৰে। এই সময়লৈ ৰাভা আছিল এজন খ্যাতিমান শিল্পী হিচাবে পৰিচিত। কিন্তু সক্ৰিয় ৰাজনীতিৰ মাজলৈ আহি তেওঁ উপলব্ধি কৰিলে যে ৰাজনীতিলৈ নহা হ'লে তেওঁৰ শিল্পীজীৱন অপূৰ্ণ হৈ ৰ'লহেঁতেন। কিয়নো ৰাজনীতিলৈ আহি তেওঁ বিপুল ৰাইজৰ সান্নিধ্যলৈ অহাৰ সুযোগ পালে। এটা সময়ত তেওঁ অজ্ঞাতবাসতো কটাব লগা হ'ল। কিয়নো সশস্ত্ৰ আন্দোলনৰ আহ্বান জনোৱা বিপ্লৱী কমিউনিষ্ট পাৰ্টি বেআইনী ঘোষিত হ'ল। পাৰ্টিৰ কৰ্মীসকলে সেয়ে আত্মগোপন কৰিবলগীয়া হ'ল। ৰাভাই অসমৰ বিস্তৰ অঞ্চলৰ ৰাইজৰ মাজলৈ গৈ এই সময়ছোৱাতে অসমৰ বৈচিত্ৰ্যপূৰ্ণ মানুহৰ ইতিহাস, কৃষ্টি-সংস্কৃতি, ভাষাৰ সৈতে পৰিচয় হোৱাৰ সুযোগ লাভ কৰে। মানুহৰ আৰ্থিক দুৰৱস্থাৰ চাক্ষুস অভিজ্ঞতাও তেওঁ পালে। গণজীৱনৰ এই সান্নিধ্যই ৰাভাক দিলে নতুন অভিজ্ঞতা। ৰাভাই সেয়ে এই সময়ছোৱাক 'অজ্ঞাত-জীৱনৰ বিৰাট পৰ্ব' আখ্যা দিছে।

এই বাস্তৱ অভিজ্ঞতাৰ ভেটিতে ৰাভাৰ শৈল্পিক চেতনা নকৈ গঢ় লৈ উঠিল— যি চেতনাৰ লগত গণনাট্য সংঘৰ 'গণ সংস্কৃতিক দৃষ্টিভংগীৰ মৌলিক পাৰ্থক্য একো নাই। গণজীৱনৰ সকলোধৰণৰ শোষণৰপৰা মুক্তিৰ পথলৈ লৈ যোৱাই আছিল বিষ্ণু ৰাভাৰো গীত-মাত কবিতা-নাটকৰ মমাৰ্থ। ৰাভাৰ 'মুক্তিৰ দেউল' (য'ত ভূপেন হাজৰিকাৰ দুটি গীতো যুৰি দিয়া হৈছিল) গীতি আলেখ্যখন ('মুক্তিৰ দেউলৰ সৰ্বহাৰা মুক্তি সংগ্ৰামীসকললৈ' উৎসৰ্গিত) বিপ্লৱী কমিউনিষ্ট পাৰ্টিলৈ অহাৰ দুবছৰমান পিছতে ৰচা। ঘাইকৈ তেতিয়াৰ দলৰ সক্ৰিয় কৰ্মী নীৰেন লাহিড়ী আৰু হৰিদাস ডেকাৰ অনুপ্ৰেৰণা তথা তাগিদাতে ইয়াৰ সৃষ্টি। আলেখ্যখনি সৰ্বহাৰাৰ আন্তৰ্জাতিক গানেৰে আৰম্ভ কৰা হৈছে (বিশ্বৰ কমিউনিষ্ট আন্দোলনৰ এইটো স্বীকৃত কোৰাছ):

ওঠ জাগি ওঠ উপবাসী
অন্ন-ভূমিহীন দল
বুকু পেট জ্বলা চিৰদুখী
শেষ যুদ্ধলই হেৰ, বল।
শুন হেৰ' শুন
গৰজন আৱাহন
সৃজনৰ নৱ বল।
ছিঙি দাস পাশ— বন্ধন হ'ম জয়ী হেৰ'
সৰ্বহাৰাৰ হীন দল।

ৰাভাৰ প্ৰত্যাশা 'বিপ্লৱীৰ অগ্নিবাণী'য়ে নিপীড়িত দলৰ নিদ্ৰাভংগ কৰিব আৰু তেওঁলোকৰ হাতত ৰাঙলী পতাকাই দোলা দি উৰিব :

.... তব শুভ আগমনে
ৰক্ত ভানু আগমনে জ্বলে
দোলে উৰি দোলে দোলে
ৰাঙলী পতাকা পীড়িতৰ
দলিতৰ।

মাৰ্ক্সীয় বিশ্ববীক্ষাই ৰাভাৰ চিন্তা-চেতনাক সমৃদ্ধ কৰিলে। তেওঁ নিজেই কৈছে, মাৰ্ক্সবাদ-লেনিনবাদে তেওঁৰ অস্থিৰ জীৱনলৈ আনিছে সাগৰ সঙ্গমৰ পূৰ্ণতা। তেওঁ ৰচনাশৈলীত সেয়ে শ্ৰেণীসংগ্ৰামৰ কলাত্মক প্ৰকাশ দেখিবলৈ পাওঁ। তেওঁ ৰাইজক বুজনি দিছিল সেয়ে শ্ৰেণী সংগ্ৰামৰ অবিহনে সৰ্বহাৰাৰ মুক্তি অসম্ভৱ। সেয়ে তেওঁ কৃষক-বনুৱাৰ চেতনাক জগাই তুলিব বিচাৰিছিল গীতেৰে। 'মুক্তিৰ দেউল'ত অন্তৰ্ভুক্ত দুটিমান গীতৰ কলি উল্লেখ কৰিলো ঃ

(১)

ভাঙ ভাঙ ভাঙ ভাঙ
লোহাৰ শিকলি ভাঙ
ছিঙ ছিঙ ছিঙ ছিঙ
দাসৰ বান্ধোন ছিঙ
হালোৱা-হজুৱা হেৰ মজুৰ কিষান
মুক্তিমান! মুক্তিমান!! মুক্তিমান!!
শোষকৰ দল আজি হ'ব অবসান।...

(২)

হে বিপ্লৱী বীৰ অধিনায়ক হে!
দিয়া অগ্নি-বাণী বিপ্লৱৰ,
ভাঙা বন্দীশাল কউটি কালৰ
মুক্তি হক নিৰ্যাতিতৰ।
তব দীপ্ত অনুৰাগে
নিদ্ৰা আচম্বিতে ভাগে
জাগে নিপীড়িত দল জগতৰ।

(৩)

বিশ্বৰ ছন্দে
ছন্দে মহানন্দে
আনন্দে নাচা
নাচা তমোহৰ দেৱ নাচা।
বিশ্বৰে দেউলতে
জ্ঞানৰে বন্তিৰ
আলোকৰে শিখা
উঠক নাচি
অজ্ঞান এন্ধাৰ
বিনাশি
পুলকানন্দে..

(৪)

আজি মন্দিৰ দুৱাৰ খোলা।
বহে মিলন উৎসৱ মেলা।
শুনো মঙ্গল আৰতি গান
নাচে ভকতৰ প্ৰাণ
হ'ল পূজাৰে বেলা।
মন্দিৰ দুৱাৰ খোলা।

তেওঁৰ অন্যান্য গীতটো কৃষক বনুৱাই পাইছে বিশাল মৰ্যাদা। তেওঁলোকৰ মুক্তিৰ গানেই তেওঁৰ মৰ্মবাণী। হেমাঙ্গ বিশ্বাসৰ ভাষাত ক'বলৈ গ'লে ৰাভাৰ ৰচনাত কৃষক বনুৱা 'চাইড কেৰেক্টাৰ বা পাৰ্শ্বচৰিত্ৰ নহয়— তেওঁলোকেই হ'ল প্ৰধান চৰিত্ৰ বা হিৰো। তেওঁ সেয়ে গায়ঃ

বল বল বল বল
কৃষক শক্তি দল।
অ' বনুৱা সমনীয়া
আগবাঢ়ি যাওঁ বল।
জাগ জাগ জাগ জাগ
মজনুৰ ন জোৱান।
নিৰ্যাতিত নিপীড়িত
কৃষক শক্তিমান
তোৰ বাহুতে আছে লুকাই
অসীম শক্তিবল
ৰণৰ শিঙা বাজে শুনা ঐ
আগবাঢ়ি যাওঁ বল্।

আকৌ 'হালোৱা-ৰণুৱা'ক তেওঁ সকীয়াইও দিব খোজে এনেদৰে ঃ

স্বাধীন চিতীয়া হালোৱা ডেকা ৰণুৱা
পঞ্চায়তী যুগৰ ন মনৰে মনুৱা
যুজিব সমৰত লগৰীয়া বনুৱা
চিনি ল চোন কোন শতৰু লুকাই আঁৰত তোৰ
ভাঙ্ ৰঘুমলা তেজপিয়া কুবেৰৰে মূৰ,
জীৱন ভৰি নপৰিব তোৰ দুখৰে ওৰ
যিমান দিন বাচি থাকিব ধনৰ খকুৱা।।

গীতটোত 'জাতি'ৰ নাম লৈ ৰাজনীতিৰ ব্যৱসায় কৰাসকলকো তেওঁ এনেদৰে আঘাত হানিছে ঃ

বাৰে বাৰে জাতিৰ নামত চুৰি ডকাইতি খেল
বজ্জাতৰ দলে পাতে নানা জালিয়াতী মেল।

আন এটি গীতত ৰাভাৰ অঙ্গীকৰে প্ৰস্ফুটিত হৈছে বিশ্বাসযোগ্য শব্দাৱলীত ঃ

তেজৰ বোলেৰে লিখি যাম ইতিহাস।
মচি যাম দীন সমাজৰ হীন পৰিহাস।।
কত চহীদৰ দুখৰ জীৱনী লিখা
কত ব্যথিতৰ বেদনাৰ ছবি আঁকা
পৃথিৱীত চিৰ মুকুতিৰ পথ ৰেখা

ৰচি যাম বহু শোষিতৰ হা-হুতাশ।।
গাম পীড়িতৰ চিৰ বিজয়ৰ গান
ফিৰাই আনিম দলিতৰ সন্‌মান।।

ৰাভাৰ নাটিকা 'গেঙনি ৰেঙণি' সাতচল্লিছৰ স্বাধীনতাৰ বিৰূপ সমালোচনাৰে উজ্বল। নাটিকাখনিৰ এটি কমিউনিষ্ট চৰিত্ৰ জীৱনে গাঁৱৰ হোজা কৃষক দুখীৰামক বৰ্তমান সময়ৰ ৰূপটি উদঙাই দি ধনতন্ত্ৰবাদৰ স্বৰূপ সৰলভাৱে এনেদৰে ব্যাখ্যা কৰিছে ঃ

"ভাৰতৰ ৰাষ্ট্ৰক্ষমতা হস্তান্তৰৰ নামত উত্তৰাধিকাৰ সূত্ৰত নিজ হাতলৈ ভাৰতৰ কলিজা দুই স্থানত খণ্ডিত কৰি ইংৰাজৰ সলনি ধনৰাজ থাপিলে। সেই বিশ্বাসঘাটক ৰাজদ্ৰোহী নেতাসকলে ৰাইজ কিবা কৰিবৰ কিবা অভাব গুচাব বুলি এতিয়াও ভাবেনে? নাভাবিবা। কাৰণ স্বাধীনতাই যেন সিহঁতৰ কাম্য, সিহঁতৰ লভ্য সিহঁতৰ লোভ— সিহঁতৰ সম্পদ, সিহঁতৰ ঐশ্চৰ্য, সিহঁতৰ শেষ আকাংক্ষা অথচ সিহঁতৰ চকুৰ আগতে গৰীৱ জনতাই মৰে, মানুহ হৈ আৰু নুঠে।"

জীৱনৰ মুখৰ তেজাল আৰু নিভাঁজ সংলাপ নাটিকাখনিৰ বলিষ্ঠ সম্পদ। জীৱনে দুখীৰামহঁতক আবেদন জনাইছে ধনতন্ত্ৰবাদৰ অৱসান ঘটাবলৈ—- কৃষক শ্ৰমিকৰ ঐক্যবদ্ধ আন্দোলন গঢ়ি তুলিবলৈ। জীৱনে কৈছে, কেৱল সমাজতান্ত্ৰিক বিপ্লৱৰ মাজেদি সমাজতন্ত্ৰৰ সুখৰ স্বৰগ ৰচাটো সম্ভৱ। ইয়াৰ জৰিয়তেই থাকিব লাগিব স্বৰ্গসম কৃষক বনুৱা পঞ্চায়তী ৰাজ।

## তিনি

হেমাঙ্গ বিশ্বাসে এখন ৰচনাত লিখিছে, গণ-বিপ্লৱৰ জীৱন-দৰ্শন বাদ দি যে কোনো শিল্পী মহান হ'ব নোৱাৰে, এই কথা ৰাভাই উপলব্ধি কৰিছিল। তিলক হাজৰিকাই "আকৌ লিখিছে "জ্যোতিপ্ৰসাদৰ 'জনতা' হ'ল ৰাভাৰ 'ৰাইজ'। জ্যোতিপ্ৰসাদে জনতাৰ প্ৰাণৰো প্ৰাণত লুকাই থকা শিল্পীজনক জগাই তুলিব খুজিছিল, নিজৰ একাগ্ৰ সাধনা আৰু প্ৰতিভাৰে এটা সুৰৰ দেউল সজাই পৰাই তুলিছিল। কিন্তু ৰাভাই তেওঁৰ 'ৰাইজ'ৰ মুক্তিৰ বাবে সহস্ৰ সংগ্ৰামত জঁপিয়াই পৰিছিল, পুঁজিপতিৰ শোষণ-শাসনৰপৰা সমাজক মুক্ত কৰাৰ স্বপ্ন দেখিছিল, জ্যোতিপ্ৰসাদৰ শিল্পী জনতাক সামাজিক ন্যায় আৰু সমতাৰ বেদীত প্ৰতিষ্ঠা কৰিবলৈ হাতে কামে লাগি গৈছিল।"

ৰাভাই নিজৰ পৰিচয়ো দিছিল সেয়ে— "মানুহে মোক শিল্পী বুলি কয়। যদি মই শিল্পী হওঁ, বিধাতাৰ আশীৰ্বাদত মই শিল্পী হোৱা নাই— ৰাইজৰ আশিসতহে মই শিল্পী হৈছোঁ।

ৰাইজৰ হিয়াকোঁহৰপৰা এটুপি এটুপি সুন্দৰৰ ৰহ বুটলি আনি মই মোৰ মন কোঁহত ভৰাই লওঁ। সেই মন কোঁহকে ৰহঘৰা মউকোঁহ ৰচি ভৰাই তাৰপৰা টোপাল টোপাল ৰহ নিঙাৰি নিগৰি নিগৰি উলিয়াই ৰাইজক বিলাই দিওঁ। সেয়েহে ৰাইজৰ লগত মোৰ জীৱনৰ সম্পৰ্ক ওতপ্ৰোতভাৱে জড়িত আৰু সেই কাৰণে ৰাইজৰ দুখত মই সমদুখী, ব্যৰ্থতা সমব্যথী।"

আনহাতে কৃষ্টি-সংস্কৃতি ৰাভাই সুন্দৰ ব্যাখ্যা কৰিও গৈছে। তেওঁ কৈছে ঃ "গান,, নাচ, কাব্য, শিল্পদৰ্শন, ধ্যান-ধাৰণাই নাইবা আচাৰ অনুষ্ঠান ভদ্ৰতা শিষ্টাচাৰ, নীতি-নিয়মেই আচলতে কৃষ্টি বা সংস্কৃতি বা কালচাৰ নহয়; দৰাচলতে বাস্তৱ প্ৰয়োজনত যাৰ জনম, মানুহৰ জীৱন সংগ্ৰামত যি শকতি জীৱনযাত্ৰাৰ বাস্তৱ উদ্দেশ্য সিদ্ধিত যি মুকুতি; সেয়েহে আচল কৃষ্টি, প্ৰকৃত সংস্কৃতি বা Real cultural জীৱন যাত্ৰাৰ ঘাত-প্ৰতিঘাততে কৃষ্টিৰ ৰূপান্তৰ হয়; সেই ৰূপান্তৰিত সংস্কৃতিৰ আলম লৈ জীৱন-যাত্ৰাও প্ৰগতিৰ বাটত আগুৱাই যায়।" ৰাভাই কৈছে যে এই জীৱন-যাত্ৰাৰ লগতে কৃষ্টি, সংস্কৃতি ওতপ্ৰোতভাৱে যুক্ত হৈ থাকে। তেওঁৰ মতে যি জাতিৰ কৃষ্টি-সংস্কৃতি প্ৰগতিশীল নহয়— অৰ্থাৎ স্থিতিশীল, সেই জাতিৰ জীৱন-যাত্ৰাও ধীৰ-স্থিৰ হয়।

এই গণমুখী চিন্তাই আছিল ৰাভাৰ সংস্কৃতি চিন্তাৰ আধাৰস্বৰূপ। গণনাট্য আন্দোলনটোকো আৰম্ভণিৰে পৰাই তেওঁ সেয়ে আদৰণি জনাব পাৰিছিল। আন্দোলনৰ সৈতে নিজৰ সমমৰ্মিতাৰ তেওঁ প্ৰকাশ কৰিছিল কোনো সংকোচ নকৰাকৈ।

হেমাঙ্গ বিশ্বাসৰ এখন ৰচনাৰ পৰা এটি ঘটনা এইখিনিতে উল্লেখ কৰিব খুজিছোঁ। ঘটনাটি ১৯৫০ চনৰ আগৰ। ডিব্ৰুগড়ৰ ওচৰত খোৱাঙত সদৌ অসম ট্ৰাইবেল যুৱ সন্মিলনৰ অনুষ্ঠানত গণনাট্য সংঘই আমন্ত্ৰণ পালে অনুষ্ঠান পৰিৱেশন কৰিবলৈ। সন্মিলনৰ কৃষ্টি শাখাৰ সভাপতি আছিল বিষ্ণুপ্ৰসাদ ৰাভা। জ্যোতিপ্ৰসাদ তেতিয়া ডিব্ৰুগড়ত। জ্যোতিপ্ৰসাদৰ নিৰ্দেশনাত হেমাঙ্গ বিশ্বাসে এদল শিল্পীক আখৰা দি প্ৰস্তুত কৰালে। কিন্তু যুৱকত উদ্যোক্তাসকলে গণনাট্যৰ কাৰ্যসূচী বাতিল কৰে। বিষয়টো গণনাট্যৰ কৰ্মীসকলে জ্যোতিপ্ৰসাদৰ সৈতে আলোচনা কৰিলে। জ্যোতিপ্ৰসাদে ক'লে যে "আমি যদি গণনাট্য কৰিবলৈ ওলাইছোঁ, তেনেহ'লে ৰাইজৰ আগত গৈ আমাৰ গীতমাত শুনুৱাবলৈ অনুমতি বিচাৰক। তেওঁলোকে আদৰণি জনাব নিশ্চয়। আৰু এই কামত এজন মানুহৰ ওপৰত নিৰ্ভৰ কৰিব পাৰে— তেওঁ হ'ল বিষ্ণুপ্ৰসাদ ৰাভা।"

জ্যোতিপ্ৰসাদে এখন চিঠি লিখিলে ৰাভালৈ। হেমাঙ্গ বিশ্বাসে সেই চিঠি লৈ সদলবলে সন্মিলনস্থলী পালেগৈ। তেওঁ সুযোগ উলিয়াই মঞ্চৰ পিছত ৰাভাৰ হাতত চিঠিখন দিলেগৈ। চিঠি পঢ়িয়েই ৰাভাই গণনাট্যক কাৰ্যসূচী পৰিৱেশনৰ বাবে মঞ্চ দিয়াৰ কথা ঘোষণা কৰে। তেওঁ ক'লে যে "কেৱল ট্ৰেডিশ্যনেল লৈ থাকিলে নচলিব আজিৰ বাণী থকা প্ৰগতিশীল শিল্পকলা আমাক লাগে।" কৃষ্টি শাখাৰ সভাপতি হিচাবে ৰাভাই গণনাট্যৰ অনুষ্ঠানলৈ আদৰণি জনালে। নগেন কাকতিয়ে ৰাভাৰ বক্তব্য তুলি ধৰিছে তেওঁৰ এখন ৰচনাত। ৰাভাই বক্তব্যত কৈছিল ঃ "গণনাট্য সংঘ অতি প্ৰয়োজনীয় অনুষ্ঠান। সকলো জনজাতীয় মানুহেই এই অনুষ্ঠানত পূৰ্ণ সহযোগিতা আগবঢ়াই ট্ৰাইবেলৰ মাজত থকা কৃষ্টিক পুনৰ উদ্ধাৰ কৰা দৰকাৰ। ... এই অনুষ্ঠানক ৰাজনৈতিক পাৰ্টিৰ প্লেটফৰ্ম বোলা কথা মিছা। জনসাধাৰণৰ বাস্তৱ জীৱনৰ

ঘাত-প্ৰতিঘাত, সুখ-দুখ, অভাৱ-অভিযোগক ৰূপ দিয়াই গণনাট্যৰ আদৰ্শ।"

পৰৱৰ্তীকালত গণনাট্যৰ মজিয়াত ৰাভাৰ সান্নিধ্যলৈ অহাৰ কথা স্মৰণ কৰি হেমাঙ্গ বিশ্বাসে লিখিছে ঃ "ৰূপকোঁৱৰৰ মৃত্যুৰ পিছত বিষ্ণুদাক পাইছিলো অসম গণনাট্য আন্দোলনৰ গুৰিয়াল হিচাপে। সভা পাতিলে সাধাৰণ সম্পাদকৰ দায়িত্ব পূৰণৰ ফালৰ পৰাই নহয়, ব্যক্তিগত জীৱনৰ এজন সৰ্বহাৰা দৰদী বন্ধু হিচাপেও তেওঁৰ লগত আছিল মোৰ ঘনিষ্ঠ সংযোগ। যিমানেই ঘনিষ্ঠ হৈছিলো সিমানেই মোৰ চকুৰ আগত মোৰ অনুভূতিত শিল্পী ৰাভাতকৈও ব্যক্তিৰাভা ডাঙৰ হৈ উঠিছিল।"

১৯৫৫ চনত গুৱাহাটীত অনুষ্ঠিত গণনাট্যৰ তৃতীয় অধিৱেশনত ৰাভাই পৰিৱেশন কৰা ভূপেন হাজৰিকাৰ 'ৰং কিনিবা কোনে' গীতৰ আধাৰত ৰচিত নৃত্যই সকলোকে আকৰ্ষণ কৰিছিল। এই অনুষ্ঠানত উপস্থিত থকা কলকাতা আৰু মুম্বাইৰ শিল্পীসকলৰ মতে এয়া আছিল অনুষ্ঠানৰ শ্ৰেষ্ঠ আকৰ্ষণ। এই সময়তে তেওঁ ভূপেন হাজৰিকা পৰিচালিত 'এৰাবাটৰ সুৰ'ত ভুজলংকাইৰ চৰিত্ৰত অভিনয় কৰিছিল। হেমাঙ্গ বিশ্বাসে তেওঁৰ নিভাঁজ অভিনয়ক প্ৰশংসা কৰি ইয়াক 'খেতিয়ক অসমৰ অদ্বিতীয় জীৱন্ত প্ৰতিমূৰ্তি' আখ্যা দিছে। তেওঁ কৈছে, 'শিল্প সত্তা আৰু ব্যক্তিসত্তাৰ সমন্বয়তেই তেওঁ আছিল মহান কিন্তু তথাপি ব্যক্তিসত্ত অৰ্থাৎ তেওঁৰ ব্যক্তিত্বই শিল্পীসত্তাক চেৰ পেলাইছিল।" আৰু তেওঁ লিখিছে "আজি অসমত তথা ভাৰতত ক'ত আছে তেনে শিল্পী যিজনে মঞ্চত চৰিত্ৰ ৰূপায়ন কৰি জনতাৰ মাজত মেক আপ মছি পেলাই থিয় হৈ ক'ব— মোৰ চৰিত্ৰক অনুসৰণ কৰা। ক'তনো আছে তেনে অভিনেতা যিজন দুঃখকাৰী জনতাৰ নেতা— এই দুৰ্লভ নেতা অভিনেতা আছিল বিষ্ণু ৰাভা।... নাগৰিক পৰিশীলিত বৈদগ্ধই তেখেতৰ গা অকমানো স্পৰ্শ কৰিব পৰা নাই। চহৰৰ ৰাজনৈতিক বা সাহিত্যিক মহলত 'গণ সংযোগ' বুলি এটা কথা প্ৰচলিত আছে কিন্তু ৰাভাৰ কাৰণে ই আছিল অৰ্থহীন। কাৰণ জনতা আৰু ৰাভা আছিল অভিন্ন।"

১৯৫৭ চনৰ ডিচেম্বৰ মাহত দিল্লীত অনুষ্ঠিত গণনাট্যৰ অষ্টম জাতীয় সন্মিলনত বিষ্ণু ৰাভা অন্যতম উপসভাপতি নিৰ্বাচিত হৈছিল। এই সন্মিলন উপলক্ষে প্ৰাদেশিক সমিতিয়ে বিষ্ণু ৰাভাৰ স্বাক্ষৰিত এটি গোহাৰি প্ৰচাৰ কৰিছিল। গোহাৰিত উল্লেখ কৰা হৈছিল ঃ "গণনাট্য সংঘই তেওঁলোকৰ গীত-মাত-নৃত্য-নাট তথা তেওঁলোকৰ প্ৰযোজিত বোলছবি 'ধৰতী কে লাল'ৰ যোগেদি অৰিহণা আগবঢ়াইছে ভাৰতবৰ্ষত প্ৰগতিশীল আৰু শক্তিশালী ৰূপত গঢ় লৈ উঠিব ধৰা সাংস্কৃতিক জাগৰণৰ প্ৰতি। বাৰে ৰহণীয়া জনসংস্কৃতিৰ বৰ্ণাঢ্য আৰু বৈচিত্ৰ্যময় নৃত্য গীতসমূহ পোহৰলৈ আনি আৰু সেইসমূহক জনপ্ৰিয় কৰি গণনাট্য সংঘই এক গধুৰ দায়িত্ব পালন কৰিছে....।"

১৯৫৯ চনৰ এপ্ৰিল মাহত গুৱাহাটীত অনুষ্ঠিত চতুৰ্থ প্ৰাদেশিক সন্মিলনত ৰাভা পুনৰ সভাপতি নিৰ্বাচিত হয়। চতুৰ্থ সন্মিলনত গৃহীত স্মাৰকপত্ৰত কোৱা হৈছিল ঃ "আমি বিশ্বাস কৰো যে প্ৰতিটো শিল্পকৰ্মৰ উৎসই হৈছে জনসাধাৰণ আৰু সেই হেতুকে যদ্যাৱধি আমি সেই অনন্ত উৎসৰপৰা আমাৰ শিল্প সৃষ্টিৰ প্ৰেৰণা ও শক্তি আহৰণ নকৰো তেতিয়ালৈকে আমাৰ সমস্ত শিল্প কৰ্মৰ প্ৰচেষ্টা নিতান্তই আংগিক সৰ্বস্বতা তথা গোড়ামিৰ গেৰেকনিত বিনষ্ট হ'বলৈ বাধ্য আৰু ই এনে এক বিচ্ছিন্নতাৰ সৃষ্টি কৰিব যি আমাৰ অথবা জনসাধাৰণৰ কাৰোবাৰেই

হিতকাৰক নহ'ব।" আৰু ইয়াত কোৱা হৈছিল ঃ "আমি বিশ্বাস কৰোঁ যে আমাৰ নৃত্য, গীত, নাট আৰু কবিতাসমূহত থাকিব লাগিব জাতীয়তাবাদৰ উদ্যম আৰু স্বাদ যাতে সেইবোৰ প্ৰকৃতাৰ্থত কাৰ্যকৰী তথা কাৰ্যক্ষম হৈ উঠিব পাৰে। আমি এইটোও অনুভৱ কৰোঁ যে লিখকসকলে নিজৰ প্ৰকাশভংগীৰ বাবে উপযুক্ত বুলি বিবেচনা কৰা ভাষাকেই তেওঁলোকৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰা সুবিধাৰপৰা কোনোপধ্যে বঞ্চিত হোৱাটো অনুচিত।"

১৯৬০ চনত ৰাজ্য ভাষা আন্দোলনক কেন্দ্ৰ কৰি অসমীয়া আৰু বাংলাভাষীলোকৰ মাজত অসমৰ নানা ঠাইত সংঘৰ্ষৰ সূত্ৰপাত হ'ল। এই ঘটনাই যেন গণনাট্যৰ ঐতিহ্যক চেলেঞ্জ জনালে। হেমাঙ্গ বিশ্বাসে ভূপেন হাজৰিকাৰ সৈতে লগলাগি এটি সাংস্কৃতিক কাহিনী প্ৰস্তুত কৰি সংঘৰ্ষপীড়িত ভ্ৰমণ কৰিলে আৰু সংহতিৰ বাবে গীত-মাত পৰিৱেশন কৰিলে। এই যাত্ৰাতো বিষ্ণু ৰাভাই উষ্ণ সহাঁৰি জনালে। বিষ্ণু ৰাভা তেতিয়া আছিল তেজপুৰত। তেজপুৰত বিষ্ণু ৰাভা আৰু ফণী শৰ্মাই সাংস্কৃতিক বাহিনীটিক সম্বৰ্দ্ধনা জনালে। এই মুহূৰ্তৰ কথা হেমাঙ্গ বিশ্বাসে এনেদৰে স্মৰণ কৰিছে ঃ "অনুষ্ঠানৰ আৰম্ভণিতে বিষ্ণুদাই তেওঁৰ গুৰু গম্ভীৰ ব্যক্তিত্বপূৰ্ণ কণ্ঠেৰে যি ভাষণ দিছিল সি আছিল আমাৰ ইমান দিনৰ অনুষ্ঠানৰ সকলোতকৈ উল্লেখযোগ্য বিষয়। তেওঁ প্ৰথমে বহু ভাষা-ভাষী, জাতি-উপজাতি অধ্যুষিত অসমৰ সামাজিক আৰু সাংস্কৃতিক বিৱৰ্তন বিশ্লেষণ কৰি দেখুৱাই কেনেকৈ সাম্ৰাজ্যবাদী শাসন আৰু শোষণ পদ্ধতিৰে জাতিসমূহৰ মাজত সংঘাতৰ সৃষ্টি কৰে কেনেকৈ কংগ্ৰেছ চৰকাৰে সেই সাম্ৰাজ্যবাদী ঐতিহ্য বহন কৰিছে, তেনেকৈ বৃহৎ বুৰ্জোৱাৰ বহতীয়া অসমীয়া বুৰ্জোৱা আৰু শাসক শ্ৰেণীয়ে সিহঁতৰ স্বাৰ্থত এই সংঘাত জীয়াই ৰাখিব বিচাৰে। অসমৰ সকলো জাতিসত্তাৰ ঐক্যবদ্ধ গণ আন্দোলন ধ্বংস কৰিবলৈ এই সাম্প্ৰদায়িক সংঘৰ্ষ হ'ল প্ৰতিক্ৰিয়াৰ ডাঙৰ অস্ত্ৰ। বুৰ্জোৱা আৰু সামন্ত শ্ৰেণীৰ ভাবাদৰ্শৰে প্ৰভাবান্বিত অসমীয়া বুদ্ধিজীৱী শ্ৰেণীৰ এটা বৃজন অংশ মালিক গোষ্ঠীৰ প্ৰচাৰৰ প্ৰধান বাহক। বিষ্ণুদাই এইসকলক কঠোৰ ভাষাত সমালোচনা কৰে।"

১৯৬২ চনত বিষ্ণু ৰাভাক কংগ্ৰেছ চৰকাৰে গ্ৰেপ্তাৰ কৰে। তেওঁৰ অপৰাধ আছিল এটাই ঃ তেওঁ চীনা যুদ্ধৰ সময়ত তেজপুৰত মানুহক অভয় দিছিল আৰু ইয়াৰ বাবে তেওঁ চীনপন্থী হিচাপে চিহ্নিত হ'ল। সেই কাহিনী কমিউনিষ্ট পাৰ্টিলৈ দিয়া এখন চিঠিত তেওঁ ব্যক্ত কৰিছে ঃ "১৯৬২ চনত চীনা আক্ৰমণৰ আশঙ্কাত তেজপুৰবাসী যেতিয়া সন্ত্ৰস্ত হৈ পৰিছিল দেশৰক্ষা আৰু ৰাইজক সাধ্য অনুসৰি অভয় দিয়াৰ চেষ্টা কৰাৰ দোষতে মাতৃহীন দুটি শিশুক বুকুত লৈ শুই থকাৰপৰা কংগ্ৰেছ চৰকাৰৰ পুলিচে তেজপুৰৰপৰা গুৱাহাটীলৈ পঘাৰে বান্ধি সাত মাহ সুদূৰ উৰিষ্যাত কাৰাৰুদ্ধ ৰাখি ৰাইজৰ সেৱাৰপৰা বঞ্চিত কৰিবলৈ বিচাৰিছিল, কিন্তু বিচলিত হোৱা নাছিলো। পাইছিলো নতুন বল।"

সাম্যবাদী দলত অংশগ্ৰহণে ৰাভাৰ সাংস্কৃতিক চেতনা কিদৰে সমৃদ্ধ কৰিছিল। সেই কথাও তেওঁ এই চিঠিখনত উল্লেখ কৰিছে ঃ

"ৰাইজৰ অসীম বল। সীমাহীন শকতি। এই জোৱাল কথাষাৰকে বুজা নাছিলো। ভাবিছিলো চহৰৰ, নগৰৰ, ভেমপুৰীয়াসকলেই দেশৰ সমাজৰ আৰু ৰাইজৰ নেতা। ...

অসমীয়া কৃষ্টি, সংস্কৃতি আৰু সভ্যতাৰ সঁচাকৈয়ে যি ধাৰক আৰু বাহক সেইসকলৰপৰা যদি

মই অসমীয়া সংস্কৃতি আৰু সভ্যতাৰ কিছু ধৰি ৰাখিব পাৰো, তেন্তে মোৰ টোপোলাতো হয়তো অসমীয়া ৰাইজৰ কাৰণে কিছু সমল থাকিব পাৰে আৰু ধ্বংসৰ মাজতো অসমীয়া কৃষ্টি-সংস্কৃতি বাচিব পাৰে এনে বলিষ্ঠ সংকল্প প্ৰাণত লৈয়ে অসমীয়া ৰাইজৰ মাজত জঁপিয়াই পৰোঁ।

ৰাইজৰ মাজৰে এজন হৈ বিষ্ণু ৰাভাই সংস্কৃতিৰ ৰূপ, ৰঙৰ সন্ধান কৰিছিল। নিপীড়িত ৰাইজৰ দুখত সমদুখী হৈ সমাজৰ ৰূপান্তৰৰ গান গাব বিচাৰিছিল তেওঁ। ■

**প্ৰসঙ্গপুথি ঃ**

**যোগেশ দাস (সম্পাঃ), বিষ্ণু প্ৰসাদ ৰাভা ৰচনা সম্ভাৰ**, প্ৰথম খণ্ড, ১৯৮৯, দ্বিতীয় খণ্ড, ১৯৯৭

শৰৎ চন্দ্ৰ নেওগ, **অসমত প্ৰগতিশীল সাংস্কৃতিক আন্দোলন ঃ ভাৰতীয় গণনাট্য সংঘ**, ২০০১

হীৰেন গোহাঁই (সম্পাঃ), **সৈনিক শিল্পী বিষ্ণু ৰাভা**, ১৯৮২

পৰমানন্দ মজুমদাৰ (সম্পাঃ), **হেমাঙ্গ বিশ্বাস ৰচনাৱলী**, ২০০৮

পৰমানন্দ মজুমদাৰ, **চেতনা প্ৰবাহ ঃ জয়ন্তীৰপৰা গণনাট্যলৈ**, ২০০৮

# সান্নিধ্যৰ সোঁৱৰণ-সঁচা অৰ্থৰ শিল্পী ঃ বিষ্ণুপ্ৰসাদ ৰাভা

— আদ্য শৰ্মা

নলবাৰী নাট্য মন্দিৰত আমি অঁকা বিষ্ণুপ্ৰসাদ ৰাভাৰ ছবিখনৰ উপৰি বিষ্ণুপ্ৰসাদ ৰাভা নামৰ শিল্পীগৰাকীৰ অক্ষয় ছবি এখন হৃদয়তো আঁকি লৈছোঁ। আজি আমাৰ যি পৰিচয় যি, স্থিতি, ইয়াৰ সিংহভাগ তেওঁৰ। আমাৰ কৰ্মক্ষেত্ৰখনত অনেক শিল্পীক লগ পোৱাৰ সৌভাগ্য হৈছে, কিন্তু তেওঁ বিস্তৰ ব্যতিক্ৰম। শাৰীৰিক গঠন যেনে, মনৰ গঠনো তেনে— বহল-মসৃণ। তেওঁৰ কৰ্মৰ কিঞ্চিত প্ৰভাৱ আমাৰ ওপৰত পৰা বুলি গৌৰৱ কৰোঁ।

বিষ্ণুপ্ৰসাদ ৰাভাক প্ৰথম আমি লগ পাইছিলো নলবাৰীত। ১৯৫৩ চন মানত। আমি তেজপুৰত এবছৰ মান আছিলো। তাতেই বিষ্ণু ৰাভা, ফণী শৰ্মা, চন্দ্ৰধৰ গোস্বামী এইসকল ব্যক্তিক লগ পাইছিলো বহু ভালকৈ। তেজপুৰত আমি ঘৰভাৰা কৰি আছিলো সুৰেণ ৰয়ৰ সৈতে। সদায় গধূলি বিষ্ণু ৰাভা, ফণী শৰ্মাই আহি আমাক ঘৰতে এবাৰ হ'লেও মাত দি যায়। বিষ্ণু ৰাভাৰ গাত সদায় থাকে তেওঁৰ সেই অভাৰ কোটটো। তেওঁৰ লগত আমাৰ এটা আন্তৰিকতা সেই সময়ত গঢ়ি উঠিছিল। এবাৰ তেজপুৰত কংগ্ৰেছৰ এখন অনুষ্ঠান হৈছিল। চনটো পাহৰিছোঁ। সেই অনুষ্ঠানতে আমি এখন চিত্ৰ প্ৰদৰ্শনী পাতিছিলো। সেই সময়ত অসমত প্ৰদৰ্শনী আদিৰ প্ৰচলন নাছিল বুলিয়েই ক'ব পাৰি। আৰু সেই প্ৰদৰ্শনীখনেই আছিল আমাৰ প্ৰথম চিত্ৰ প্ৰদৰ্শনী। সেই সময়ত সংগীত, নাটক আদিয়ে অনুষ্ঠানসমূহত প্ৰাধান্য পাইছিল। আজিৰ দৰে ৰাজনীতি নাছিল অনুষ্ঠানসমূহত। তাতে ৰাভাই এটা কোৰাচ প্ৰস্তুত কৰিছিল। আমি গধূলা গধূলা ৰিহাৰ্চেল চাব যাওঁ। বৰ ধুনীয়া হৈছিল কোৰাচটো। সেই সময়ত ৰাভাৰ লগত আমাৰ এটা আপোনত্ব ভাব গঢ় লৈ উঠিছিল। তাৰ পিছতে আমি নলবাৰীলৈ আহিলো। এতিয়াৰ বাটা চ'কৰ ওচৰত প্ৰতিষ্ঠান বুলি এখন দোকান আছিল। সেইখনেই আমাৰ ঘৰ আছিল সেই সময়ত। প্ৰতিষ্ঠানৰ মালিক আছিল ঈশ্বৰ বৰুৱা ছাৰ। প্ৰভাত গোস্বামী ছাৰ আৰু গিৰীন চৌধুৰী শ্বেয়াৰ হ'ল্ডাৰ আছিল। তাতে আমি থাকোঁ। গান-বাজনাও হয় তাতেই আমাৰ। কিতাপৰ দোকান আছিল, ষ্টেচনাৰী বস্তুও পোৱা গৈছিল তাত। আৰু তাৰ পিছফালেই আমি প্ৰথম আৰ্ট স্কুলখন কৰিছিলো। তেতিয়া সুৰেণ ৰায়হঁত হাইস্কুলত পঢ়ি আছিল। আমি স্কুলৰ সেই সময়ৰ ছাত্ৰ আছিল সুৰেণ ৰায়, ছাহাবউদ্দিন, মফিজ আৰু বিৰাজ দাস আদি। চুটি গল্পৰ লেখক ৰিজু হাজৰিকা, পৰিক্ষিৎ হাজৰিকা আদিয়ে ছবি অঁকা নাছিল যদিও আমাৰ লগত আছিল সকলো সময়তে। সেই সময়ত সদৌ অসম সংগীত সন্মিলন গুৱাহাটীত প্ৰতিষ্ঠা হৈছিল। সম্পূৰ্ণৰূপে শাস্ত্ৰীয় সংগীত অনুষ্ঠান আছিল। ৰাভা তাৰ সদস্য আছিল। সেই

সন্মিলনৰ আমিও সদস্য আছিলো। আমাক সদস্য পাতিছিল ৰাভাই। ৰাধাগোবিন্দ বৰুৱা সভাপতি আৰু ডাঃ তাৰিণী বৰুৱা আছিল সম্পাদক। ১৯৫২ চন মানৰ কথা আছিল বোধকৰো। গোটেই অসমৰ মানুহ জড়িত আছিল তাত। গুৱাহাটীৰ শশী গোস্বামী, কনকেশ্বৰ গোস্বামী, ধ্বজেন দাস, ৰাজেন চৌধুৰী, কৰেণ ফুকন, পুৰুষোত্তম দাস, ফণী তালুকদাৰ, চাৰু বৰদলৈ, বৰপেটাৰ খগেন দত্ত, গঙ্গা মিত্ৰ, গোৱালপাৰাৰ নাৰায়ণ দাস, তেজপুৰৰ বিষ্ণুপ্ৰসাদ ৰাভা, চন্দ্ৰধৰ গোস্বামী, যোৰহাটৰ দৰ্প শৰ্মা, সতীশ ৰাজখোৱা, শিৱসাগৰৰ ফুনু বৰুৱা, পৰাগ চলিহা, নগাঁৱৰ চন্দ্ৰ ফুকন আদি। তাত আমাৰ এটা গ্ৰুপ আছিল। আমাৰ লগত ভূপেন হাজৰিকাও আছিল, কিন্তু তেওঁৰ লাইনটো অলপ বেলেগ আছিল। সংগীত সন্মিলনীয়ে বাহিৰৰপৰা শাস্ত্ৰীয় সংগীতৰ মানুহ আনি ফণী শৰ্মা, বিষ্ণু ৰাভা আমি আৰু উজনিৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ লগৰ চক্ৰৱৰ্তী নামৰ এজন মানুহ আছিল। মুঠতে ৰাভাৰ লগত ৫১-৫২ চন মানৰপৰা আমাৰ সম্পৰ্ক আছিল। কিন্তু আমাৰ সম্পৰ্ক কেৱল সাংস্কৃতিক দিশটোৰ বাবে তেওঁৰ দ্বাৰা প্ৰভাৱিত হৈছিলো আৰু তেওঁক সন্মান কৰিছিলো। খুব বহল অন্তৰৰ ব্যক্তি আছিল তেওঁ। নলবাৰীলৈ ৰাভা আহে বাছেৰে। এতিয়া বাটাৰ চ'কতে তেতিয়া বাছ ষ্টেণ্ডটো আছিল; তাতে ৰাভা গাড়ীৰ পৰা নামে আৰু এটা খুব ওখ মানুহে আমাক চিঞৰে। মাতটো ধৰিব পাৰো আৰু তেওঁক দেখি আগবাঢ়ি যাওঁ। তেওঁৰ লগত তিনিটামান এয়াৰ বেগ থাকে। (আজিকালি মই তেনেকুৱা বেগ দেখা নাই) বেগসহ মানুহটো আমাৰ ঘৰত সোমায়। তেতিয়া আমি প্ৰতিষ্ঠানৰ কাষৰ ঘৰ এটাতে থাকোঁ। আমাৰ তাতে চাহ-তাহ খাই কয়— মই ধমধমাৰপৰা আহোঁ। তেওঁ য'লৈ যাম বুলি কয় কিন্তু তালৈ তেওঁ নাযায়। কিয়নো সেই সময়ত তেওঁৰ পিছত পুলিচ লাগি আছিল। পলাতক অৱস্থাত আছিল তেওঁ। সেই সময়ত বিষ্ণু ৰাভাৰ মূৰৰ দাম আছিল দহ হাজাৰ টকা। বিষ্ণু ৰাভাক বিদ্ৰোহী ঘোষণা কৰিছিল। তেওঁৰ সন্ধান দিওঁতাজনক দহ হাজাৰ টকা দিব বুলি ঘোষণা কৰিছিল তেতিয়াৰ বিষ্ণুৰাম মেধি কংগ্ৰেছ চৰকাৰে। আৰু বিষ্ণু ৰাভা নলবাৰী আহি আমাৰ ঘৰত থকাৰ বাবে ৰাভাৰ লগতে আমাৰ আৰু তৰুণসেন ডেকাৰ নামত একেলগে গ্ৰেপ্তাৰী পৰোৱানা জাৰি হৈছিল। আমাক গ্ৰেপ্তাৰ কৰা চনতো পাহৰিলো কিন্তু জে'লত আমি তিনিমাহ আছিলো। নলবাৰীত আমাক কমিউনিষ্ট সাজি সেই সময়ৰ বিষ্ণুৰাম মেধি চৰকাৰে জে'লৰ পিছত নজৰবন্দী কৰি ৰাখিছিল। ক'ৰবালৈ গ'লে থানাত চহী কৰিব লাগে। মানুহৰ লগত কথা পাতিব নোৱাৰোঁ। জে'লৰপৰা অহাৰ পিছত আমাৰ নাট্য মন্দিৰত এবাৰ নৰেন দত্তইতে নাটকত সহায় কৰিবৰ বাবে মাতিলে, গ'লো। নাট্য মন্দিৰলৈ অহা কথাটো পুলিচে গম পালে। আকৌ যে আমাক গ্ৰেপ্তাৰ কৰিব কথাটো পুলিচৰ এজন চি আই ডি অফিচাৰে ক'লে। তেওঁৰ নাম আছিল নৰেন দাসগুপ্ত। তেওঁৰ আমি তবলাৰ গুৰু আছিলো। তেওঁ আহি আমাক কথাটো ক'লে— 'পুলিচে তোমাক বিচাৰি ফুৰিছে তুমি সোনকালে এখন মেডিকেল চাৰ্টিফিকেট আনা নহ'লে আৰু এইবাৰ উপায় নাই।' তেতিয়া নলবাৰীৰ ডাক্তৰ আছিল গংগা ভট্ট। তেওঁ আমাক চাৰ্টিফিকেট নিদিলে। সেই সময়ত নলবাৰীৰ সাংস্কৃতিক ব্যক্তি প্ৰভাত গোস্বামী ছাৰে গংগা ভট্টলৈ এখন চিঠি লিখি দিলে। চিঠিখন মই গংগা ভট্টক দিলো। ভট্টই আমাক ক'লে— তুমিয়েই আদ্য শৰ্মা নেকি? আৰু ছাৰৰ চিঠি পাই আমাক চাৰ্টিফিকেট দিলে আৰু আমি সেইবাৰ বাচি গ'লো

তেনেদৰে। আমি কোনো পাৰ্টিৰ লগত জড়িত নাছিলো। কিন্তু বিষ্ণুৰাম মেধি চৰকাৰে বিষ্ণু ৰাভাৰ লগত থকাৰ কাৰণে আমাক জে'লত ভৰালে, নজৰবন্দী কৰিলে আৰু আমাক কাৰ্টুন ছবি অঁকাৰ ক্ষেত্ৰত বাধা আৰোপ কৰিলে। আমাক লৈ ওকালতি কৰিছিল মজুমদাৰ নামৰ উকীল এজনে। তেতিয়া আমাৰ ক'ৰ্ট আছিল গুৱাহাটীত। পাঁচ হেজাৰকৈ টকা ভৰি দুৰ্গা বাজাজ আৰু মহেন্দ্ৰ গোস্বামীয়ে আমাৰ জামিন ল'লে। জামিন লোৱাৰ পিছত আমাৰ ওপৰত নজৰবন্দিত্ব আৰু কাৰ্টুন অঁকা ক্ষেত্ৰত থকা নিষেধাজ্ঞা উঠাবৰ বাবে চৰকাৰক আবেদন জনালো। তেতিয়া বিষ্ণুৰাম মেধিয়ে ক'লে, ইমান ডাঙৰ কমিউনিষ্টক মই এৰি দিব নোৱাৰোঁ। আমাক চিত্ৰ কলাৰ ক্ষেত্ৰত বিষ্ণু ৰাভাই বহুত সহায় কৰিছিল।

গুৱাহাটীত ৰাভাদেৱক এবাৰ লগ পাইছিলো। চনটো পাহৰিলো। কুমাৰ ভাস্কৰ নাট্য মন্দিৰত লক্ষ্য চৌধুৰীহঁতে এবাৰ নাটক সম্পৰ্কে এখন আলোচনাচক্ৰ পাতিছিল। তাতে লগ পাইছিলো। তালৈ বিষ্ণু ৰাভা, ফণী শৰ্মা, চন্দ্ৰ ফুকন, আমাক আৰু বহুতকে নিমন্ত্ৰণ কৰিছিল। তালৈ বহু মানুহ আহিছিল। আমাৰ আজিও মনত আছে তাত টিহুৰ যোগেশ শৰ্মাই নাট্যশাস্ত্ৰৰ ওপৰত সংস্কৃতত ভাষণ দিছিল। তাতেই বিষ্ণু ৰাভাৰ অসুখ আৰম্ভ হয়। আলোচনা চক্ৰও শেষ হ'ল ৰাভাও অসুস্থ হৈ পৰিল। আমি নলবাৰীলৈ ঘূৰি আহিলো। তাৰ পিছতে তেওঁৰ দেহ পৰি আহিল আৰু দুই-তিনিমাহ পিছতে তেওঁৰ মৃত্যু হয়। ৰাভাৰ মৃত্যুৰ সময়ত নলবাৰীত বানপানী আছিল। খবৰটো টেলিগ্ৰাম কৰিছিল লোহিত দাসলৈ। বানপানীৰ বাবে আমি কোনোৱেই যাব নোৱাৰিলো। ৰাভাৰ মৃত্যুৰ পিছত নলবাৰীৰ নাট্য মন্দিৰত ৰাভাৰ সৌৰৱণীত এটা শ্ৰদ্ধাঞ্জলি অনুষ্ঠান পাতিছিলো। ৰাভাৰ ছবি এখন মই আঁকিছিলো। ফটোখন আজিও আছে মোৰ হাতত।

আমাৰ 'ৰংঘৰ' আছিল সেই সময়ত আৰ্ট ষ্টুডিঅ লগতে কৃষ্টি-সংস্কৃতিৰ এখন প্লেটফৰ্ম। অনেক শিল্পী সাহিত্যিকৰ বিৰাট সাংস্কৃতিক আড্ডাৰ স্থল। ৰাভা নলবাৰীলৈ আহিলেই ৰংঘৰত নোসোমোৱাকৈ নাথাকিছিল। ৰংঘৰলৈ লক্ষ্যধৰ চৌধুৰী, চন্দ্ৰপ্ৰসাদ শইকীয়া, যোগেশ দাস, পদ্মধৰ চলিহাৰ উপৰি কবি জমিৰুদ্দিন আহমেদ, ত্ৰৈলোক্য গোস্বামী আছিল আড্ডাৰ সদস্য। হঠাৎ বিষ্ণু ৰাভা আৰু ফণী শৰ্মা আহি ওলায় ৰংঘৰত। ৰংঘৰৰ ভিতৰত থকা বেঁকা আকৃতিৰ খুঁটাটোত দুয়োজনে দুইফালে একেমুখে বহি খুঁটাটোত ভৰি থৈ বহে। ইয়াতে জন্ম হয় সাংস্কৃতিক পৰিকল্পনা। কৃষ্টি-সংস্কৃতিৰপৰা সাহিত্য-বুৰঞ্জীৰ ক্ষেত্ৰখনে ৰংঘৰৰ ভিতৰত স্থিতি লয়। দুই শিল্পীৰ চিন্তা, তৰ্ক, যুক্তি আৰু কৰ্ম-উদ্যমত আকাশলংঘী পৰিকল্পনাই বাহিৰত বাস্তৱ ৰূপ লয়। নটসূৰ্য ফণী শৰ্মাই নতুন নাটক লিখিলে প্ৰথমে বাণ ৰঙ্গমঞ্চত, দ্বিতীয়তে গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্যমন্দিৰত, তৃতীয়তে নলবাৰী নাট্যমন্দিৰত মঞ্চস্থ কৰিছিল। লগত থাকে বিষ্ণু ৰাভা। 'চিৰাজ', 'কিয়', 'কাশ্মীৰ কুমাৰী'— এই তিনিখন নলবাৰী নাট্যমন্দিৰত অভিনীত হৈছিল। 'চিৰাজ'ত আঘোনা আৰু 'কিয়'ত গেঁঠুৰ ভূমিকাই দৰ্শকক মোহিত কৰিছিল।

সৈনিকশিল্পী বুলি আখ্যা দিয়া কথাবাৰৰ 'সৈনিক' শব্দটো আমাৰ মনৰ শিল্পীগৰাকীৰ ক্ষেত্ৰত আমি কাহানীও দেখা নাছিলো। ৰাজনীতিৰ কথা আমাৰ সৈতে হোৱা বাৰ্তালাপত কোনো দিন শুনা নাছিলো। নিভাঁজ শিল্পী, এগৰাকী সৎ মনৰ মানুহ আছিল তেওঁ। সেয়ে

তেওঁৰ সাংস্কৃতিক আলোচনাত 'সৈনিক' শব্দটো অন্তৰ্ধান হৈ পৰে।

ভাৰতীয় গণনাট্য সংঘৰ গুৱাহাটীৰ চাৰ্চ ফিল্ডত অনুষ্ঠিত সন্মিলনত নলবাৰী শাখাৰপৰা ২০ জনীয়া সাংস্কৃতিক দলে অংশ লৈছিলো। আমাৰ দলৰ দায়িত্ব আছিল সাংস্কৃতিক সন্ধিয়াৰ উদ্বোধনী গীত পৰিৱেশন কৰা। গীতটো শেষ হোৱাৰ পিছত ৰাভাদেৱে আমাৰ দলক উৎসাহ আৰু আশীৰ্বাদ দিছিল।

বিষ্ণু ৰাভাৰ আৰু ফণী শৰ্মাৰ বহুতো নাটকত আমাক জড়িত কৰাইছিল। দুয়োজন শিল্পীৰে অভিনয় দক্ষতা আছিল অতুলনীয়। দুয়োগৰাকী আছিল সঁচা অৰ্থৰ শিল্পী। ■

# স্বদেশী সংগ্ৰাম, শ্ৰেণী সংগ্ৰাম আৰু বিষ্ণুপ্ৰসাদ ৰাভা

— মীনা শৰ্মা চক্ৰবৰ্তী

সাম্প্ৰতিক সময়ত বিষ্ণু ৰাভা এটা কিংবদন্তিলৈ ৰূপান্তৰিত হৈছে। লগতে ক'ব পাৰি, প্ৰতিবছৰৰ ২০ জুনত অসম জুৰি পালন কৰা এটা আনুষ্ঠানিকতাৰ নাম কলা দিৱস অৰ্থাৎ বিষ্ণু ৰাভা দিৱস। বিষ্ণু ৰাভাৰ ৰাজনৈতিক আদৰ্শ আৰু বিপ্লৱী স্বপ্নৰ সমাজ সচেতনতা আৰু দুখীয়া নিঃস্ব জনগণৰ মুক্তিৰ প্ৰয়াসৰ মাজেৰে প্ৰকাশ পোৱা আশাবাদ অন্যতম গুৰুত্বপূৰ্ণ দিশ। বহুমুখী প্ৰতিভাৱান শিল্পী ৰাভাই সুৰৰ দেউলৰ ৰূপৰ শিকলি ছিঙি-ভাঙি বৰ অসমৰ সাংস্কৃতিক সম্ভাৰক সজাই পৰাই সোণোৱালী দুৱাৰ খোলাৰ যি সংকল্প লৈছিল আৰু দুষ্কৃতিৰ বিৰুদ্ধে সংস্কৃতিৰ গাণ্ডীৱ ধৰিছিল তাক আধুনিক অসমীয়া সংস্কৃতিৰ বুৰঞ্জীয়ে কোনোকালে পাহৰিব নোৱাৰে।

ড° ভূপেন হাজৰিকাই তেওঁৰ 'বিষ্ণু ককাইদেউ' গ্ৰন্থত বিষ্ণু ৰাভাৰ বহুমুখী প্ৰতিভা শিতানত লিখিছেঃ '... এৰা, ৰাভা মন্ত্ৰীও নহয়, ঠিকাদাৰ নহয়, সত্ৰাধিকাৰ নহয়, নাস্তিক নহয় আস্তিকো নহয়, ৰক্ষণশীল হিন্দুও নহয় অথচ নটৰাজৰ সংস্কৃত শ্লোক জানে, এসময়ৰ জমিদাৰ অথচ পুঁজিপতিও নহয়-মাটিও নাই, গেৰুৱা কাপোৰ নিপিন্ধে অথচ সন্যাসীৰ দৰে, বিশ্ববিদ্যালয়ত দহটা-পাঁচটা গৱেষণা নকৰে অথচ গৱেষক, তিনিটা শিশুৰ দেউতাক, আগৰ দুগৰাকী স্ত্ৰীৰ মৃত্যুৰ পাছত তৃতীয়বাৰ বিবাহ কৰিলে অথচ গতানুগতিক সংসাৰী নহয়, কমিউনিষ্ট অথচ ফেনাটিক নহয়, জাতি বিচাৰ নেমানে অথচ ধনী-দুখীয়াৰ জাতি বিচাৰ মানে, বয়স তেতিয়া তিনিকুৰি অথচ মনটোত ঐকৈশ বছৰীয়া যৌৱন, —এৰা কি বুলি উত্তৰ দিওঁ ৰাভা কোন? ৰাভাই কি কাম কৰে? ৰাভাই এইবাৰ এম. এল. এৰ 'চাকৰি' (?) কৰিছিল—সেইটোৱেই তেওঁৰ পৰিচয় নে মই ৰাভাৰ এম. এল. এ চিনাকি দি অপমান নকৰিলোঁ।" সঁচা কথা,— বিষ্ণুপ্ৰসাদ ৰাভা সকলো আছিল। সংস্কৃতিৰ গাণ্ডীৱ হাতত তুলি লৈ ৰাজনৈতিক সংগ্ৰামৰ ক্ষেত্ৰখন সাংস্কৃতিক সংগ্ৰামেৰে জীপাল কৰি তুলিছিল। নিঃস্ব জনতাৰ জীৱন-সংগ্ৰামৰ মাজেৰে নিঃসৃত মূল্যবোধ বিচাৰি চলাথ কৰিছিল এই মানুহবোৰৰ সাংস্কৃতিক উপাদানবোৰৰ মাজত। সেইবোৰকেই আকৌ বুটলি লৈ নতুন সৃষ্টিৰ প্ৰেৰণাৰে সজাই পৰাই ৰাভাই সৃষ্টি কৰিছিল তেখেতৰ ৰূপান্তৰৰ সংস্কৃতি।

১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰীৰপৰা ১৯৪৭ চনৰ ১৪ আগষ্টলৈ এশ ঐকৈশ বছৰকাল অসমখন ইংৰাজে শাসন কৰিছিল। এই বিদেশী শাসনৰপৰা মুক্তি পাবলৈ অসমৰ ৰাইজে একত্ৰিত হৈ বিভিন্ন ঠাইত ধেওৱা, বিদ্ৰোহ, আন্দোলন, ৰণ, অস্ত্ৰ-চালনা আৰু কত কি নকৰিছিল। ফুলগুৰিৰ ধেওৱা, ৰৰপাটগিৰীৰ ধেওৱা, বজিয়া বিদ্ৰোহ, সৰ্থেবাৰীৰ আন্দোলন,

পথৰুঘাটৰ ৰণ, সমদন কছাৰীৰ নেতৃত্বত কাছাৰত সশস্ত্র বিদ্রোহ ইত্যাদি। ক্রমে ক্রমে গোটেই অসম জুৰি বিয়পি পৰে স্বাধীনতাৰ ৰণ। গোমধৰ কোঁৱৰ, পিয়লী ফুকন, মণিৰাম দেৱান, সমদন কছাৰী, বীৰ গাঁৱলীয়া দেৱান, কুশল কোঁৱৰ ইত্যাদি বীৰ-বীৰাংগণাই স্বাধীনতাৰ হকে তেওঁলোকৰ প্ৰাণ উচৰ্গিলে। স্বাধীনতাৰ এই ৰণতেই 'ন-পৃথিৱীৰ নতুন যুগ' নৃত্য-নাটিকাখনিৰ সূত্ৰধাৰ কিম্বা মূল চৰিত্ৰস্বৰূপ বিষ্ণুপ্ৰসাদ ৰাভাই লক্ষ্য কৰিছিল আন এখন সংগ্ৰাম, —সেয়া হ'ল দুখীয়া নিৰ্যাতিত খেতিয়ক-বনুৱা শ্ৰেণীৰ সংগ্ৰাম। ৰাভাৰ মতে, "এইদৰে গোটেই অসম সাম্ৰাজ্যবাদী ইংৰাজৰ সৰ্পৰ কৰাল গ্ৰাসত পৰিল। মৃত্যুমুখী সামন্ততন্ত্ৰবাদক যুগান্তকাৰী ধনতান্ত্ৰিক সিংহাসনত পুনঃ প্ৰতিষ্ঠিত কৰাৰ সমগ্ৰ চেষ্টা ব্যৰ্থ হোৱাত অসমৰ সুবিধাবাদী নায়ক নেতৃস্থানীয় লোকসকলে সাম্ৰাজ্যবাদী ইংৰাজৰ লগত মৈত্ৰী স্থাপন কৰিলে। কিন্তু দুখীয়া নিৰ্যাতিত খেতিয়ক শ্ৰেণীৰ অন্তৰত সিহঁতৰ সকলো যাতনা লাঞ্চনাৰ মূল বৃটিছ সাম্ৰাজ্যবাদৰ ওপৰত সংঘাত চলাবলৈ চেতনা-প্ৰেৰণা জাগি উঠিল।" ফুলগুৰিৰ ধেৱা, ৰঙিয়া, সৰ্থেবাৰী, পথৰুঘাট, শিৱসাগৰৰ উজনীয়া অঞ্চল ইত্যাদিত বৃটিছ ইউনিয়ন জেকৰ বিৰুদ্ধে খেতিয়ক বনুৱাই বিদ্রোহী ৰূপত জাগি উঠিছিল। "চৌদিশে প্ৰসাৰিত হ'ল বজ্ৰমুঠি। মিলিত কণ্ঠে চিঞৰি উঠিল, 'ভাৰত ত্যাগ কৰঙ্গ"

জনতাৰ স্বাধীনতা আন্দোলনৰ ৰুদ্ৰ মূৰ্তি আৰু ইংৰাজ শাসকৰ শেষ স্তৰটোত আৰম্ভ হ'ল—অন্য এক ৰাজনীতি। এই কুটিল ৰাজনীতি বিষ্ণু ৰাভাৰ দৃষ্টিত ধৰা পৰিছিল। নৃত্য-নাটিকাখনত কথাটো দেখুৱাইছে এনেধৰণে ঃ "এনেতে ভাৰতৰ আমীৰ ভূপাল মহাৰাজ,মহাজন ৰাজা, জমিদাৰ আহি প্ৰৱেশ কৰোঁতে কোম্পানী জাহাজৰপৰা, কিছুমান ইংৰাজে নামি আহি ফুচফুচকৈ মেল পাতে ঃ

"…. পাতিলে গোপন মেল, মেলিলে শোষণ খেল
শিকি তেজ পিয়া মন্ত্ৰ, ফাঁকি বাজি ধন তন্ত্ৰ…..
আৰু "এনে ভাবে ভাৰতৰ" পুঁজিবাদীসকলৰ
গহন কক্ষৰ মাজে চলিল ভীষণ ষড়যন্ত্ৰ
সহায় সাৰথি হ'ল, ইংৰাজৰ ধনী ৰক্ত শোষকৰ দল
ভাৰতৰ জনতাৰ কৰিলে নেতৃত্ব, ধনী পুঁজিপতি সবে।"

এনেদৰেই ভাৰতলৈ আহিল স্বাধীনতা। ৰাভাৰ ভাষাৰে কৈছোঁ ঃ কোটি কোটি ৰাইজৰ হ'ল বিধে বিধে নানা দুখ —এয়ে হ'ল স্বাধীনতা ভুৱা স্বাধীনতা….।" বিষ্ণু ৰাভাই দেশৰ দুখীয়া আৰু নিস্পেতি জনসাধাৰণৰ মুক্তি বিচাৰি সাম্যবাদৰ আদৰ্শ মূৰত লৈ পাহাৰে-পৰ্বতে গভীৰ অৰণ্যৰ মাজত এহাতত বন্দুক আন হাতত তুলিকা লৈ বিচৰণ কৰিছিল। কিন্তু গুৰুত্বপূৰ্ণ কথাটো হ'ল—যিসকলৰ কাৰণে ৰাভাদেৱে ইমান বেছি কষ্ট কৰিছিল, সেই কথা সাধাৰণ অশিক্ষিত হোজা মানুহখিনিয়ে বুজি পাইছিলনে? আমাৰ ধাৰণা তেওঁলোকে কথাটো শুদ্ধৰূপত বুজি পোৱা নাছিল। বন্দুকধাৰী ৰাভাই কিন্তু কোনো সাধাৰণ মানুহক গুলিয়াই হত্যা কৰা নাছিল। বহুধাবিভক্ত এইজনা বন্দুকধাৰী শিল্পী বিষ্ণু ৰাভাৰ প্ৰতিভা আছিল অনন্য। ৰাভাদেৱে তেওঁৰ

নৃত্য-নাটিকা 'ন-পৃথিৱীৰ নতুন যুগ'ত পৰাধীন ভাৰতৰ চিত্ৰ অংকন কৰিছে এনেদৰে ঃ

ভাৰত জননী। কোটি কোটি সন্তানৰ মাতৃ স্বৰূপিনী
কবি শিল্পী ভাবুকৰ মধুৰ কল্পনা
পৃথিৱীৰ মহা মহা কূটনীতি বিষাদৰ জটিল জল্পনা ;
মহাভাৰত গৰিমাৰ মধুগান, ধনিকৰ কবি সেৱকৰ অৱদান
তব মহিমাৰে ভৰা তোমালৈহে কৰে সবে দান।
ইমান পূজিতা ঙ্গ তেওঁ কিয় বিদেশীৰ দ্বাৰা শৃংখলিতা? হায় ৰাণী।
আজি তুমি শোষণবাদীৰ মহাশোষণৰ থল। ৰক্ত শোষকৰ দল
জুমে জুমে আহি, বিকট ভাবেৰে হাঁহি
দুৰ্দান্ত ৰাক্ষস সম ৰুকি ৰুকি, কুৰুকি কুৰুকি।

ইতিহাসৰ ছাত্ৰ বা ইতিহাস পঢ়া লোকসকলৰ কাৰণে এইটো অবিদিত নহয় যে প্ৰাচীন কামৰূপৰ কুমাৰ ভাস্কৰ বৰ্মনৰ দিনত অসমীয়া সংস্কৃতিয়ে এটা বিৰাট সন্মানজনক স্থিতি লাভ কৰিছিল। বিষ্ণুৰাভাই এইজনা ৰজাক অসমৰ অসুৰ বংশীয় শেষ ৰজা বুলি অভিহিত কৰিছে। এতিয়াৰ কৌনজৰপৰা ৰজা হৰ্ষবৰ্ধনৰ লগত ভাস্কৰ বৰ্মণে মিত্ৰতা স্থাপন কৰি ৰাজদূত হংসবেগৰ লগত পঠোৱা উপহাৰবোৰে প্ৰাচীন অসমৰ এক গৌৰৱোজ্জ্বল অধ্যায়ৰ সূচনা কৰিছিল।

ইতিহাসত বহু যুগৰ বহুতো কথা লিখা হ'ল। সময় বৰ নিষ্ঠুৰ। আহোম যুগৰ ৰুদ্ৰসিংহৰ দৰে শ্ৰেষ্ঠ ৰজা, যিয়ে অশেষ কিৰ্ত্তীতিৰে অসমৰ মান বঢ়াইছিল। বীৰ লাচিত, চিলাৰায় দেৱান, নৰনাৰায়ণৰ গৌৰৱময় সময়বো অৱসান ঘটিল। অকল ৰাজনৈতিক দিশত তেওঁলোকৰ কিৰ্ত্তীতি গৌৰৱময় তেনেকুৱা নহয় ; সাহিত্য-সংস্কৃতিৰ দিশতো বিশেষকৈ নৰনাৰায়ণৰ ৰাজত্বকাল এটা স্বৰ্ণময় যুগ। কালস্য কুটিলা গতি। পাছৰ সময়বোৰত ৰজা-প্ৰজাৰ মাজত স্বকীয় সংস্কৃতি ৰক্ষাৰ নামত বিৰাট দ্বন্দ্ব-খৰিয়াল এইবোৰৰ বৰ্ণনা ইয়াত নিষ্প্ৰয়োজন। তেনে সময়তে সাত সাগৰ তেৰ নদীৰ সিপাৰৰ ইংৰাজৰ অসম আগমন। ইয়াৰ অন্তৰালতো স্বদেশ-স্বজাতি ধ্বংসৰ বিৰাট কাৰচাজি। অসমীয়া ৰাইজৰ দুখ-দুৰ্দশাৰ সীমা নাই। ইয়াৰ প্ৰতিফলন বিষ্ণুৰাভাই ৰচনা কৰা ওপৰত উল্লেখিত নৃত্য-নাটিকাত এনেদৰে প্ৰকাশ পাইছে—

তোমাৰ ৰাঙলী তেজ নিয়ে শুহি শুহি
তাৰ পৰিণাম হায়ঙ্গ
তোমাৰ সুন্দৰ দেহা হ'ল আজি জকা
সেই জকা সাম্ৰাজ্যবাদীৰ সৃষ্টি-শাসন পটত অঁকা
ধনতন্ত্ৰী শোষণৰ ৰহণেৰে লিখা।

দেশ জুৰি আৰম্ভ হোৱা স্বদেশী আন্দোলনৰ প্ৰতিবাদ কাৰ্যসূচী চলি থকা সময়তে ১৯০৪ চনত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে —'স্বদেশী সমাজ' শীৰ্ষক এটি ভাষণ পাঠ কৰিলে। এই ভাষণৰ আগেয়ে কোনেও কেতিয়াও দেশৰ সমস্যা বিষয়ক বা সমস্যাৰ সমাধান কল্পে কোনো কথা কোৱা নাছিল। ৰবীন্দ্ৰনাথে পৰাধীনতাৰ লৌহ পাশত আবদ্ধ ভাৰতবাসীৰ

আত্মগ্লানি আৰু মনুষ্যত্বহীনতা দূৰ কৰি এক নতুন সৃষ্টিমূলক সাধনাৰ দ্বাৰা ভাৰতৰ নত মস্তক উন্নত কৰি জগত সভাত নিজৰ প্ৰাপ্য স্থান আদায় কৰি হৃতগৌৰৱ ফিৰাই অনাৰ দায়িত্ব তথা কৰ্তব্য উপলব্ধি কৰি এনেকুৱা অগণন গীত, মাত, ভাষণ ৰচনা কৰিছিল। সেই সময়তে মহাৰাষ্ট্ৰতো আত্মচেতনা তুংগত। শিৱাজীক কেন্দ্ৰ কৰি তাত উৎসৱ হৈছে। বংগত তাৰ ঢউ পৰিছে বংগ বিভাজনক কেন্দ্ৰ কৰি। সেই সময়তে ৰবীন্দ্ৰনাথে শিৱাজী উৎসৱ উপলক্ষে লিখিলে ?

'মাৰাঠীৰ সাথে আজিহে বাঙালি
একে কণ্ঠে বলো জয়তু শিৱাজী
আজি এক সভাতলে ভাৰতেৰ পশ্চিম-পূৰব
দক্ষিণ ও বামে, একত্ৰে কৰুক ভোগ
একসাথে একটি গৌৰৱ -এক পূণ্য নামে।'

ইয়াৰ বিছ বছৰ পাছত অৰ্থাৎ ১৯২৪ চনত ৰচিত 'ফিৰে চল মাটিৰ টানে' শীৰ্ষক গীতৰ বক্তব্যও একে সুৰৰ। ঐতিহাসিক দৃষ্টিভংগীৰে উক্ত কথাখিনিৰ প্ৰাসংগিকতা এইটো কাৰণতে টানি অনা হৈছে কিয়নো ঢাকা নগৰৰ সৈনিক আৰু আৰক্ষী শিবিৰত ওপজা (১৯০৯ চনৰ ৩১জানুৱাৰী) ৰাভাই এই ভয়াৱহ বংগ বিভাজনৰ পৰিপ্ৰেক্ষিতত গোটেই ভাৰতজুৰি বহু বেছি ভয়াৱহ হৈ উঠা স্বদেশী আন্দোলন প্ৰত্যক্ষ কৰিছিল সৰু কালৰেপৰা। ইতিমধ্যে বংগ বিভাজনৰ দিন চমু চাপি আহিছে। অৱশেষত ১৯০৫ চনৰ ৭ আগষ্ট তাৰিখে বংগত ঘোষিত হ'ল যে দেশৰ মানুহে ইংৰাজসকলে তৈয়াৰকৰা সকলো বস্তু বৰ্জন কৰিব যেতিয়ালৈকে বংগ বিভাজনৰ প্ৰস্তাৱ নাকচ কৰা নহয়। চাৰিওফালে ব্যস্ততা আৰু ভয়াৱহতা ক্ৰমে কমক চাৰি দিনে দিনে বাঢ়ি গ'ল। বিষ্ণু ৰাভাৰ জন্মস্থান ঢাকাৰ (সৈনিক আৰু আৰক্ষী শিবিৰ) গুৰুত্ব বাঢ়িছিল। কিয়নো বংগভংগ আৰু পূৰ্ববংগ অসমৰ ৰাজধানী হ'ল ঢাকা। ইতিমধ্যে কৈ অহা হৈছে যে এই বংগভংগক কেন্দ্ৰ কৰিয়েই গঢ় লৈ উঠিছিল সশস্ত্ৰ সন্ত্ৰাসবাদী আন্দোলন। শিশু ৰাভা ইয়াৰ প্ৰভাৱৰপৰা মুক্ত হ'ব নোৱাৰি আজীৱন সংগ্ৰামী জীৱনৰ বাটেদি বাট বুলিলে। গৰীয়সী আলোচনী, বিষ্ণু ৰাভা জন্ম শতবাৰ্ষিকী অৰ্ঘ্য, পঞ্চদশ বৰ্ষ, তৃতীয় সংখ্যা ডিচেম্বৰ ২০০৭ সংখ্যাত শশী শৰ্মাৰ এটা প্ৰৱন্ধত (১৬-১৭ পৃষ্ঠা) কোৱা হৈছে ঃ "…. তেওঁৰ আত্মজীৱনী নাই। আনকি দিনপঞ্জীও উদ্ধাৰ হৈছে বুলি জানিব পৰা হোৱা নাই। …. তেওঁৰ কলিকতাৰ আৰু পাছত কোচবিহাৰ আৰু ৰংপুৰৰ কলেজো এৰিবলগীয়া হ'ল—ইংৰাজবিৰোধী আন্দোলন সমৰ্থন কৰা অপৰাধতে অথচ সেই ইংৰাজে অৰ্থাৎ ইংৰাজ আমোলাই উপযাচি তেওঁলৈ আগবঢ়াব ওলাইছিল, শীঘ্ৰে পদোন্নতিৰ প্ৰলোভনেৰে আৰক্ষীৰ অবৰ পৰিদৰ্শকৰ পদ। নটসূৰ্য ফণী শৰ্মাই এই প্ৰসংগটো তেওঁৰ নিজৰ আত্মজীৱনীমূলক ৰচনা 'ৰংবিৰং'ত বঢ়িয়াকৈ লিখিছে, দুনাই কলেজত পঢ়িবলৈ বা চাকৰি কৰিবলৈ ৰাভাক ঘৰৰপৰা তাগাদাৰ উপৰি তাগাদ দিছে। দুয়োটাৰ ভিতৰত এটাও পচন্দ নোহোৱাত বৰ বিমোৰত পৰা বুলি ৰাভাই আমাক ক'লে। (ফণী শৰ্মা ৰচনাবলী, পৃষ্ঠা ৩১৫) একে প্ৰসংগতে ফণী শৰ্মাই জানিবলৈ দিলে যে "পৰিয়ালৰ পীড়া-পীড়িৰ কাৰণে এদিন ৰাতিপুৱা ওলাই গ'ল জিলাৰ আৰক্ষী অধীক্ষক

বাৰবিজ চাহাবক দেখা কৰিবলৈ লগত বন্ধু ফণী শৰ্মা। ফণী শৰ্মাক থানাৰ আগৰ চাহৰ দোকানত বহুৱাই থৈ ৰাভা থানালৈ আগবাঢ়িল।" পোন্ধৰ মিনিট মানৰ পাছত ৰাভা থানাৰপৰা আহি চাহৰ দোকানত সোমাই দুজনৰ কাৰণে চাহ-মিঠাইৰ হুকুম দি মোৰ কাষত বহি নতুন এটা গান গুণগুণাব ধৰিলে। ৰাভাৰ গান শুনি চাব্ইন্সপে"ৰৰ চাকৰিটো যে আনিছে বুজিলো। হঠাৎ গানৰ মাজতে ৰাভাই হঁহাত কিয় হাঁহিছে সুধিলো। .... চাৰা জীৱনতে যাতে চাকৰি নাপাওঁ তাৰ ব্যৱস্থা কৰি আহিলো। মই একো বুজি নাপাই মুখলৈ ভেবা লাগি চাই থকাত বুজাই দিলে যে বাৰবিজ চাহাবে হেনো প্ৰথমতে খেলা-ধূলাৰ কথা উলিয়ালে।...... কলেজ কেলেই এৰিলে বুলি সোধাত সঁচা কথাটোকেই ক'লে। বিপ্লৱী দলত থকা বুলি কলেজৰ অধ্যক্ষই সন্দেহ কৰাৰ কথা কোৱাত চাহাবে বোলে ৰাভাৰ মুখলৈ ক্ষন্তেকপৰ টলকা মাৰি চাই থাকি বৰ্তমান কংগ্ৰেছে কৰা অসহযোগ আন্দোলনৰ প্ৰতি ৰাভাৰ সহানুভূতি আছে নে নাই সুধিলে। ৰাভাই ক'লে — কিয় নাথাকিব, অকল মোৰেই নহয়, প্ৰত্যেক ভাৰতীয়ৰে থকা উচিত।....... চাহাবে হেনো কটমট কৰি তেওঁৰ ফালে চাই কোঠাৰ পৰা ওলাই যাবলৈ ক'লে।

আন এটা ঘটনা। ১৯৪৬ চনত ভাৰত জুৰি সাম্প্ৰদায়িক সংঘৰ্ষ চলিছে। সেই সংঘৰ্ষত বিশিষ্ট অসমীয়া কবি অমূল্য বৰুৱাক কলিকতাৰ কলেজ-হোষ্টেল চৌহদত কাটি টুকুৰা-টুকুৰ কৰি হত্যা কৰিছে। কলিকতাত মুছলিম লীগ চৰকাৰৰ আধিপত্য। তেতিয়া অসমত হিন্দু মহাসভাৰ শক্তিশালী নেতা বীৰ বিনায়ক দামোদৰ চাভাৰকৰ আৰু মুছলিমলীগৰ কায়েদে আজম জিন্না চাহাবৰ তলত ধৰ্ম-বৰ্ণবিদ্বেষী বক্তৃতাত ভাৰতীয় মানুহৰ লগত অসমীয়া মানুহৰো মন দুভাগ হৈছে। এনে সময়তে 'চিৰাজ' কথাছবিৰ জন্ম। ফণী শৰ্মাৰ বিখ্যাত জনপ্ৰিয় কথাছবি। বিশেষ সেইখিনি সময়ত নিৰ্মিত এই কথাছবিখনে অসমৰ সাম্প্ৰদায়িক ঐক্য সাধন কৰাত বিশেষ ভূমিকা লৈছিল। ছবিখনৰ নায়ক 'অনিল'ৰ ভাও দিছিল ডঃ ভূপেন হাজৰিকাই আৰু অনিলৰ মোমায়েক সুবিমল ফুকনৰ ভাও দিছিল বিষ্ণুপ্ৰসাদ ৰাভাই। ৰাভাই হাজৰিকাক কৈছিল —'ভূপেন, তোমাৰ 'অগ্নিযুগৰ ফিৰিঙতি' গীতটিৰ শেষ অন্তৰাটো সলাই দিয়া।' ভূপেন হাজৰিকাই প্ৰথমতে লিখিছিল ঃ

'বড়ো-কোচ-চুতীয়া-কছাৰী আহোমৰ
অন্তৰ ভেদি মৌ বোৱাম, ভেদাভেদৰ প্ৰাচীৰ ভাঙি
সাম্যৰ সৰগ ৰচিম, নতুন অসম গঢ়িম।'
শুধৰাই লিখিছিল ঃ

হিন্দু-মুছলিম শিখ খৃষ্টানৰ
অন্তৰ ভেদি মৌ বোৱাম
ভেদাভেদৰ প্ৰাচীৰ ভাঙি
সাম্যৰ সৰগ ৰচিম, নতুন অসম গঢ়িম।

কথাখিনি ড° হাজৰিকাই আজিও শ্ৰদ্ধাৰে সোঁৱৰে। (বিষ্ণু কঙ্কাইদেউ, পৃষ্ঠা ৬২-৬৩) ড° হাজৰিকাৰ আৰু এবাৰ কথা 'এনেকৈ হাতত ধৰি মোক, শিৱ ভট্ট আদি নতুন কৰ্মীচামক ৰাভাদেৱে শিকাইছিল।" এইবোৰ উদাহৰণে ৰাভাৰ স্বদেশপ্ৰেমৰ উজ্জ্বল ছবি দাঙি

ধৰে, স্বদেশ আৰু স্বদেশৰ মানুহ বিষয়ক তেওঁৰ মানসিকতাৰ স্বৰূপ উপলব্ধি কৰাত সহায় কৰে। ইতিহাসে ৰাভাৰ ওপৰত ন্যস্ত কৰা বা তেওঁৰ সত্তাই উপলব্ধি কৰা সামাজিক দায়িত্ব, জন-গণতন্ত্ৰৰ প্ৰতি ঐকান্তিক শ্ৰদ্ধা, জাতিৰ জাতীয় মূল্যবোধৰ প্ৰতি নিষ্ঠা আৰু অমোঘ শকতিৰ সন্ধান দিয়াৰ প্ৰচেষ্টাত বাধাহীন দুৰ্দান্ত গতি অক্ষুণ্ণ ৰখাৰ মন্ত্ৰেৰে তেওঁ অবিচলিত কৰ্তব্য পালন কৰি গ'ল। একান্ত ৰাজনৈতিক কাৰণতেই হওক তথাকিথত বিদগ্ধ পণ্ডিতে কোৱা ক্ষমতাশালী মহাপ্ৰতাপী ৰাজনীতিবিদে বিষ্ণুৰাভাৰ প্ৰকৃত স্বৰূপ নাজানিলেও ইতিহাসে কিন্তু তেওঁৰ নাম কোনো কালে মচি নেপেলায়। তেওঁ ৰোপণ কৰা সৃষ্টিশীল বিপ্লৱৰ বীজ জাতিৰ জাতীয় সংকটৰ প্ৰতি মুহূৰ্তত সঞ্জীৱনী সুধাস্বৰূপে প্ৰাণসঞ্চাৰ কৰি আহিছে।

ব্যক্তিগত জীৱনত জ্যোতিপ্ৰসাদ আগৰৱালাৰ লগত বিষ্ণুপ্ৰসাদ ৰাভাৰ ভালেমান দিশত বৈপৰীত্য তথা বিভিন্নতা থাকিলেও এটা কথাত সকলোৱে একমত যে অসমৰ জনসাধাৰণক লৈ দুয়োৰে চিন্তা-ভাবনা বা বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত দুয়ো সচেতন আৰু মত-আদৰ্শও দুয়োৰে একে। মাত্ৰ আগৰৱালা আছিল গান্ধীবাদী আৰু অহিংস নীতিত বিশ্বাসী আৰু ৰাভা আছিল ওপৰত কৈ অহাৰ দৰে বন্দুকধাৰী মৰ্ক্সীয় লেনিনপন্থী। মৰ্ক্সীয় লেনিনপন্থী হিচাপে ৰাভাৰ মতাদৰ্শ আছিল শ্ৰেণীহীন সমাজব্যৱস্থা। ভাৰতীয় প্ৰেক্ষাপটত সেয়েহে তেওঁ মুকলিভাৱে ঘোষণা কৰিছিল—পুঁজিবাদী প্ৰশাসনে কোনোকালে শ্ৰমজীৱি কৃষক আৰু মজদুৰ সমাজৰ উন্নতি সাধন কৰিব নোৱাৰে। শ্ৰমজীৱী জনগণৰ মুক্তিৰ কাৰণে তেওঁৰ মতাদৰ্শৰ প্ৰতি যি গভীৰ নিষ্ঠা আৰু বিশ্বাস তাৰ ফলস্বৰূপে তেওঁ মতাদৰ্শক ব্যক্তিগত জীৱনৰ সৈতে একাত্ম কৰিছিল। দৰিদ্ৰ জনগণৰ লগতে দৰিদ্ৰ জীৱন কটাইছিল। আনকি ৰাভাই লাভ কৰা পৈত্ৰিক সম্পত্তি আঢ়ৈ হাজাৰ বিঘা মাটি দুখীয়া ৰাইজক বিলাই দি যি আদৰ্শ দেখুৱাইছিল সেয়া ইতিহাসতে বিৰল ঘটনা। ইংৰাজ ৰাজত্বতকৈয়ো স্বাধীনতাৰ কালৰ পুঁজিবাদী ৰাজশাসনে সৰ্বসাধাৰণ ৰাইজৰ ওপৰত জাপি দিলে ভয়াবহ দুখ, অভাৱ, অনাটন আৰু যন্ত্ৰণা। ৰজা-মহাৰজা, পুঁজিপতি, ধনপতি, বণিকলৈ মেলি দিয়া হ'ল অবাধ লুণ্ঠন অত্যাচাৰ। সময়ৰ লগে লগে কৃষক-বনুৱা, হালোৱা-হজুৱা হৈ পৰিল গৃহহাৰা-সৰ্বহাৰা। এই সৰ্বহাৰাৰ বৃহত্তৰ স্বাৰ্থৰ হকে সমগ্ৰ কৃষক-বনুৱাক ঐক্যবদ্ধ শক্তিৰে ওলাই আহিবলৈ উদাত্তকণ্ঠে আহ্বান জনাইছিল ঃ

জাগ্ জাগ্ জাগ্ জাগ্ মজদুৰ ন-জোৱান,
নিৰ্যাতিত-নিপীড়িত কৃষক শক্তিমান,
তোৰ বাহুতে আছে লুকাই অসীম শক্তিবল,
ৰণৰ শিঙা বাজে শুন ঐ, আগবাঢ়ি যাওঁ ব'ল।

ৰাভাদেৱৰ প্ৰশ্ন, অসমীয়া জাতীয় সংস্কৃতিৰ বাহক এই জনগণক এনেদৰে নিঃশেষ হৈ যাবলৈ দিয়াটো উচিত হ'ব নে নাইবা নিঃশেষ হৈ গ'লে অসমীয়া তথা ভাৰতীয় সংস্কৃতি জীয়াই থাকিবনে? এনেকুৱা প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি সংগ্ৰামৰ পথ গ্ৰহণ কৰিলে। বৰলুইতৰ দুয়োপাৰে, পৰ্বত-পাহাৰ, উত্তৰ-দক্ষিণ আৰু পূবে সিঁচৰতি হৈ থকা জাতি-উপজাতি, খেল-গোষ্ঠী চাং সকলোতে বিপ্লৱৰ অগনি জ্বলাই তেতিয়াৰ অসমৰ ৰাজধানী শ্বিলং আৰু দিল্লীৰ ৰজাসকলক কঁপাই তুলিছিল ঃ

"সেই সময়ত যত হালোৱা বনুৱা
মুকুতিৰ আশাতেই হ'লহি ৰণুৱা ;
জা দিলে হাঁহি মুখে ভীষণ যুঁজত,
লাখে লাখে সেনাৰূপে হ'ল হতাহত ;
ৰণ বিৰতিৰ পাছে হ'ল কাৰাবাস, পুনৰ ধনীৰ হ'ল দাস।'

.................. ....................

"অসম চৰকাৰ ধনিকৰ ৰাজপাট ;
ইংৰাজী পুংখনি, চাহ বাগিচাৰ মহা মালিকৰ খাট,
ক'লা ধনৰাজ ; ধনী বগা-ক'লা সাউদৰ মুনাফাৰ বাট
চোৰাং বেপাৰী ক'লা বজাৰী যত
আমোলা বাবুহঁতৰ ঘোচখোৱা উপায়ৰ জাত।"

ৰাইজ যিহেতু সকলোৰে উৰ্ধত, সেয়েহে কোৱা হয়—'ৰাইজেই ৰজা গিয়াতিয়েই গংগা।' অসমীয়া সমাজৰ এই প্ৰাচীন সাম্যবাদী ভাবধাৰা আৰু সংস্কৃতিৰ স্বৰূপ বিষ্ণুপ্ৰসাদে উপলব্ধি কৰিছিল। তেওঁৰ বিপ্লৱী জীৱনৰ অজ্ঞাতবাসৰ সময়ৰ কথা কওঁতে তেওঁ নিজেই কৈছে, "ৰাইজৰ মৰম চেনেহ আমাৰ ৰক্ষাকবচ। ৰাইজৰ আশীষেই আমাৰ পাশুপাত অস্ত্ৰ। এই ৰক্ষাকবচ আৰু পাশুপাত অস্ত্ৰ বলতেই আমি সুস্থ, বলিষ্ঠ, নিৰ্ভীক সৈনিক।"

১৯৩৫ চনত কলিকতাত থাকোঁতেই বিষ্ণু ৰাভাই প্ৰিয়লতা দত্ত নামৰ এজনী ছোৱালী বিয়া কৰায়, কিন্তু বিধিৰ বিপাক বিয়াৰ ডেৰমাহ পাছত সন্নিপাত জ্বৰত কইনাজনীৰ মৃত্যু হয়। মৰমৰ কইনাজনীৰ মৃত্যুত বিষ্ণু ৰাভা ইমানে শোকাতুৰ হ'ল যে সন্যাসী হৈ গুচি যাবলৈ ওলাইছিল। বন্ধু-বান্ধৱৰ বুজনিত, কলা সাধনাৰ প্ৰেৰণাত, সমাজ সেৱাৰ আকাংক্ষাত পুনঃ স্থিৰ কৰি লয়। অঘৰী ভ্ৰাম্যমাণ শিবিৰত কঠোৰ সাধনাত ব্ৰতী হয়।

পৃথিৱীজোৰা দ্বিতীয় মহাসমৰে চেপি খুন্দি খোৱা ভাৰত তথা অসমৰ কৃষক-বনুৱাৰ অৰ্থনৈতিক জীৱনৰ কৰুণ ক্ৰন্দনত তেওঁৰ কোমল হৃদয়ত বিপ্লৱৰ ঘমঘণ্টা বাজি উঠে :

"দ্বিতীয় সমৰে যেবে দিলে হেঁচা ধৰণী বুকুত-
পৰিণামে দেখা দিলে বিষম সংকট।
অভাৱৰ তাড়নাই ৰাক্ষস বেশেৰে আহি
পৃথিৱী কৰিলে গ্ৰাস, দুখীয়াৰ হ'ল সৰ্বনাশ।"

দেশ স্বাধীন হোৱাৰ পাছত স্বাধীন চৰকাৰৰ নেতৃত্বত দুখীয়াৰ দুখ নিবাৰণ হওক চাৰি বেছিহে হ'ল। পুঁজিপতিয়ে মুনাফা কেনেদৰে বঢ়াব পাৰে তাৰ বাবে আইন কাৰ্যকৰী হ'ল, নিঃস্ব জনতাক শাসনৰ চাবুকেৰে ধাৰাশায়ী কৰিবলৈ ল'লে। এই স্বাধীনতা মিছা (ইয়ে আজাদী ঝুঠা হ্যে) বোলাসকলক কাৰাগাৰাত বন্দী কৰি ৰাখিলে। দালালসকলৰ দ্বাৰা বিভিন্ন ভাষা-ভাষী, জাতি-উপজাতিৰ মাজত বিভাজনৰ বিষবাষ্পৰে ঐক্য বিনষ্ট কৰিবলৈ প্ৰয়াস চলালে।

আইন-শৃংখলা নিয়ন্ত্ৰণৰ অজুহাতত সংগ্ৰামী সচেনত ৰাইজৰ ওপৰত চলালে অবৰ্ণনীয় অত্যাচাৰ। বিষ্ণুপ্ৰসাদ ৰাভাই শোষণবিহীন সৰ্বগোষ্ঠী জনগণৰ বহুল সমাজ গঢ়াৰ মানসেৰে আহ্বান জনাই লিখিছিলঃ

"অ' অসমীয়া ডেকা দল। অ' অসমীয়া ডেকা দল
আজি তোৰ তেজাল বদন মলিন কিয় হ'ল?
দুৰ্গম নদ-পাথৰ গিৰি, লঙ্ঘিছিলে ডেকাগিৰী
সুন্দৰ শংকৰে লৰি কৰিছিলে তল
দেখুৱাইছিল লগত জুৰি অসীম বাহুৰ বল
সিও যে তোৰ নাইকিয়া হ'ল।

'চৰকাৰ' কবিতাটোৰ মাজেৰে ৰাভাই উদং কৰি দেখুৱালে স্বাধীনোত্তৰ আমাৰ শাসকবৰ্গৰ প্ৰতিচ্ছবি ঃ

"ভাৰত চৰকাৰ, ধনী মহাজন ৰজা-মহাৰজা জমিদাৰ
সিহঁতৰ শোষণৰ নিৰ্মম হাতিয়াৰ
তিলে তিলে সৰা টুপি টুপি, তেজ পিয়া দুখীয়াৰ
স্বাধীন দেশৰ মহাভাৰতৰ এনে চৰকাৰ।"

ড° হীৰেণ গোহাঁই সম্পাদিত 'সৈনিক শিল্পী বিষ্ণু ৰাভা' গ্ৰন্থত নগেন কলিতাই লিখা এষাৰ কথা "এহাতে ষ্টেন গান আনহাতে কলম তুলি লৈ কংগ্ৰেছী চৰকাৰৰ দহ হাজাৰ টকীয়া পুৰস্কাৰৰ বিপদ মূৰত লৈ ঐতিহাসিক অন্যায়ৰ বিৰুদ্ধে পৃথিৱী জোৰা প্ৰতিৰোধ জগাই তোলা আদৰ্শবাদী দলৰ অনুপ্ৰেৰণাৰে আত্মগোপন কৰি অসমৰ হালোৱা-হজুৱা গণ্ডাক চৰকাৰী দমন-উৎপীড়নৰ বিৰুদ্ধে সংগঠিত কৰি ফুৰা এজন বিপ্লৱী শিল্পী, ধুমুহাৰ গতিত পাহাৰে-ভৈয়ামে দৌৰি ফুৰিছিল। অসমত এনে গাঁও খুউব কমেই আছে য'লৈ তেওঁ যোৱা নাই, এনে পাহাৰ কমেই আছে যিটো তেওঁ বগোৱা নাই, এনে নদী, জান, বিল কমেই আছে তেওঁ সাঁতোৰ মৰা নাই, সেইজন বিপ্লৱীয়েই বিষ্ণু ৰাভা।"

'সোণা পাহি' নামৰ গল্পপুথিৰ পাতনিত ৰাভাদেৱে লিখিছে, ".... এই চাৰি আঙুলীয়া কপালত ৰে'ল নাই, জাহাজ নাই, মোটৰ নাই, এৰোপ্লেন নাই। কেৱল ভৰি আৰু ভৰি। খোজাকাঢ়ি ফুৰোঁ। ৰ'দ নাই, বৰষুণ নাই, দিন নাই, নিশা নাই।" অসমৰ ইমূৰৰপৰা সিমূৰলৈ ঘূৰোঁ ফুৰোঁ তহলো। পূবে বৰ্মা সীমান্ত, পশ্চিমে নেপালৰ পূৰ্বান্ত আনকি তিব্বতৰ সীমান্তলৈকে যাওঁ। কিমান ধৰণৰ মানুহৰ সৈতে যে নিবিড় সম্পৰ্ক হয়, মই জানো, আবৰ, খামটি, ফাঁকিয়াল, চুতীয়া, আহোম, ৰাভা, কছাৰী, লালুং, মিকিৰ, গাৰো, ডিমাচা, কোচ, কলিতা, বামুণ, গোঁসাই, গৰীয়া-মৰীয়া, লেপচা, ভূটীয়া, নেপালী আৰু যে কিমান। বৰণ বেলেগ, জাতি বেলেগ-বেলেগ, কিন্তু স্বাৰ্থ একেটাই। মুণ্ডা, উড়ীয়া, কুৰ্মী, চাওতাল আদিবাসীসকলৰো হালোৱা, হজুৱা, কমুৱা আৰু তলমজলীয়া খলপৰ দুখীয়া ৰাইজৰ ভিতৰত বিৰিঙি উঠা দুখ-দুৰ্গতিৰ কোনো বিভিন্নতা নাই।.... সেই একেই অৰ্থনৈতিক হেঁচা।" (সোণপাহি গল্পপুথি—পাতনি) পুনৰ ঃ

"কৃষকে বিনায়, শ্ৰমিকে কান্দে
অস্পৃশ্য অসহায় ; সেই অসহায়ৰ সৃষ্টি আজি
বিদ্ৰোহ দাবানল, বোৱা, শোণিতৰ ঢল, জ্বলমল জ্বলমল শুনা।'

ভূটান পৰ্বতত উঠা মুকুতি শিঙাৰ ৰিং অসমীয়া জাতিয়ে সদায় শুনিব, কুৰ্মা গৌংগাৰ গোগাৰপাসকলক সদায় চেনেহেৰে হৃদয় ঢালি ভাল পাব, বড়ো-হাৰ্চা সকলোৰে তেওঁলোক 'গো-গাৰ-খাম-পা' ৰূপে কুৰ্মা-মিতা হৈ থাকিব। (বড়ো ভাষাত 'গো-গাৰ' বা 'গোঙগাৰ' ভূটীয়া লোক আৰু 'খাম-পা' তিব্বতৰ লোক)।

বিষ্ণু ৰাভাৰ অন্যতম সহপাঠী অনিল ৰায়চৌধুৰীয়ে এঠাইত লিখিছে —'আলোচনা প্ৰসংগত ৰাভাদেৱে এই লেখকক (শ্ৰীযুত ৰায় চৌধুৰীক) চাহ জনগোষ্ঠী সম্পৰ্কে আঙুলিয়াই দিছিল যে আমি যাক চাহ-জনগোষ্ঠী বুলিছোঁ তেওঁলোক পূৰ্বতে বেলেগ বেলেগ জাত-মাতৰ বিভিন্ন জনগোষ্ঠীৰ সমন্বয় আৰু সংশ্লেষণ। এইবোৰৰ সুকীয়া বৈশিষ্ট্যৰ মাত-কথা আৰু সংস্কৃতি আছে বা আছিল। অৰ্থনৈতিক তাড়নাত পূৰ্বৰ পিতৃ-ভূমিৰপৰা শিপা উভালি অসমৰ চাহ শিল্পলৈ অহাৰ পাছত তেওঁলোকৰ মাত-কথা আৰু সংস্কৃতিৰ সমন্বয় প্ৰক্ৰিয়া আৰম্ভ হৈছে। তেওঁলোকৰ মাজত গঢ় লৈ উঠা 'ছাদ্ৰী' ভাষাটো এই সমন্বয়ৰ ফচল। ই অকল চাহ জনগোষ্ঠীৰেই নহয় ; অসমৰ সকলো জনগোষ্ঠীৰ মাজত এই প্ৰক্ৰিয়াটো অতীতৰপৰা এতিয়ালৈকে স্বাভাবিকভাৱে প্ৰবহমান।

বিষ্ণু ৰাভা ৰচিত সামাজিক নাটক 'কৃষক'ৰ মূল চৰিত্ৰ মাধৱৰ এষাৰ সংলাপ : "আজি স্বাধীনতাৰ বীজ ফুটি অংকুৰ ওলাইছে। এই অংকুৰটো দেখিয়েই আমি আনন্দত বিহ্বল হৈছোঁহক। আচল স্বাধীনতাৰ ফল আমি এতিয়াও আচ্ছাদন কৰিব পৰা নাই। স্বাধীনতা তেতিয়াহে হ'ব যেতিয়া প্ৰত্যেক কৃষকেই শ্ৰমৰ ফল পাব, কৃষকৰ ভাত-কাপোৰৰ অনাটন দূৰ হ'ব, ল'ৰা-ছোৱালীক শিক্ষা দিবৰ সুবিধা পাব, অৰ্থৰ অভাৱত ল'ৰা-তিৰোতাৰ চিকিৎসাৰ ব্যৱস্থা কৰিব নোৱাৰি হাবাথুৰি খাই ফুৰিব নোৱাৰিব, প্ৰত্যেক মজদুৰেই যেতিয়া কাৰখানাৰ অংশীদাৰ হৈ পৰিব... যেতিয়া প্ৰকৃত দেশত সমাজবাদ প্ৰতিষ্ঠা হ'ব, তেতিয়াহে দেশ স্বাধীন হ'ব। কৃষক মজদুৰৰাজ প্ৰতিষ্ঠা হ'ব। (কৃষক-সাঃ নাটক, বিষ্ণুপ্ৰসাদ ৰাভা)

লোক কৃষ্টিত পি এইচ ডি ডিগ্ৰীৰ বাবে চেষ্টা নকৰি নিজৰ জীৱনটোকে উক্ত বিষয়ক এটি জীয়া গৱেষণাগাৰ কৰি তোলা বিষ্ণুপ্ৰসাদ ৰাভাই এনেকুৱা ভয়াবহ সাম্প্ৰদায়িক তথা শ্ৰেণী সংঘৰ্ষ দেখি তাৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰিছিল। বৈপ্লৱিক অস্ত্ৰ হাতত তুলি লোৱা বিষ্ণু ৰাভাৰ জনতাৰ মনত ভয়াবহ ক্ৰোধৰ অগনি জ্বলাই তুলিছিল।

বিষ্ণু ৰাভাৰ জীৱনৰ সবাতোকৈ সবল সৌন্দৰ্য আছিল জীয়া জীৱনৰপৰা, জীয়া মানুহৰ সৈতে হোৱা সান্নিধ্যৰপৰা, সাধাৰণ মানুহৰ কৃষ্টি প্ৰকাশৰপৰা তেওঁ জ্ঞান অৰ্জন কৰিব পৰাটো। নিলিখিলেইবা কেইখনমান গ্ৰন্থ। নিলিখিলেইবা এহাজাৰ গীত। আজিৰ অসমখনত জনজাতীয়সকলৰ বিষয়ে জনাৰ, তেওঁলোকক বুজাৰ, তেওঁলোকৰ নোপোৱাৰ বেদনাক সম্মান কৰাৰ, তেওঁলোকৰ ভাষা-কৃষ্টিৰ স্বকীয় স্বৰূপক স্বীকৃতি দিয়াৰ, অথচ বিভেদকামী শক্তিক যুক্তিৰে লাই নিদিয়াৰ যি জীৱন-দৰ্শন বিষ্ণু ৰাভাই তেওঁৰ প্ৰতিটো কথা-কামে প্ৰমাণ কৰিছিল

সেয়া অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত বলিষ্ঠ পদক্ষেপ বুলি স্বীকৃত হৈছে। লগতে স্বীকৃত হৈছে নিঃসন্দেহে ৰাভা সমন্বয় আৰু ঐক্যৰ প্ৰতীক হিচাপে। উত্তৰ-পূৰ্বাঞ্চলৰ সমূহ পাহাৰ-ভৈয়ামৰ জাতি-জনজাতি মিলি এখন বৃহত্তৰ অসমৰ স্বপ্নকে ৰাভাই দেখিছিল। তেওঁৰ ৰচনাসমূহত (অতি সম্প্ৰতি এই ৰচনাবোৰ বিষ্ণু ৰাভা গৱেষণা সমিতিৰ প্ৰযত্নত প্ৰকাশ পাইছে) সমন্বয় শব্দটো বহুল ব্যৱহৃত নহয় যদিও, জীৱনজোৰা ত্যাগ আৰু সংগ্ৰামৰ মাজেদি নিজকে ঐক্য-সমন্বয়ৰ এগৰাকী ঋত্বিক হিচাপে প্ৰতিষ্ঠা কৰি গৈছে। ■

**সহায়ক গ্ৰন্থপঞ্জী ঃ**

১। বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰ ঃ ২য় খণ্ড প্ৰথম তাণ্ডৰণ।

২। তিলক দাস ঃ কলাগুৰু বিষ্ণু ৰাভা-প্ৰকাশক বনলতা, ডিব্ৰুগড়, তৃতীয় প্ৰকাশ, ২০০১।

৩। ড° ভূপেন হাজৰিকা - বিষ্ণু ককাইদেউ, প্ৰকাশক -বাণী মন্দিৰ, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৯৩।

৪। গৰীয়সী-মাহেকীয়া আলোচনী, বিষ্ণুপ্ৰসাদ ৰাভা জন্ম শতবাৰ্ষিকী অৰ্ঘ্য ঃ পঞ্চদশ বছৰ-তৃতীয় সংখ্যা-ডিচেম্বৰ, ২০০৭।

৫। গৰীয়সী-মাহেকীয়া আলোচনী, প্ৰথম বছৰ, দশম সংখ্যা, ১৯৯৪।

৬। মাহেকীয়া ব্ৰহ্মপুত্ৰ ঃ জুন-জুলাই সংখ্যা, ১৯৮৮ চন। (সম্পাদক-অঞ্জন শৰ্মা)

৭। পষেক - ১৬-৩০ জুন, ১৯৯১ সম্পাদক-অজিত কুমাৰ ভূঞা।

৮। পষেক-১৬-৩০ জুন, ১৯৯৩ সম্পাদক-অজিত কুমাৰ ভূঞা।

# প্ৰসংগ ঃ বিষ্ণুপ্ৰসাদ ৰাভা

— ড° পৰমানন্দ ৰাজবংশী

সোণৰ চামুচ মুখত লৈ জন্মগ্ৰহণ কৰা বিষ্ণুপ্ৰসাদ ৰাভাই ওৰেটো জীৱন এক বিলাসবহুল জীৱন যাপন কৰিব পাৰিলেহেঁতেন। পিছে তাকে নকৰি খাটি খোৱা মানুহৰ বাবে এক ভিন্নসুৰী যাযাবৰী জীৱনক আঁকোৱালি ল'লে। আঁকোৱালি ল'লে অসমৰ আকাশে- বতাহে-মাটিয়ে-পানীয়ে একাকাৰ লৈ থকা গোন্ধ-ৰস-স্পৰ্শৰ অনন্য কৃষ্টিক। আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল বিষ্ণু ৰাভা এক আজন্মশিল্পী। অযত্নপালিত বনপুষ্পৰ দৰে বনতহৈ সৌৰভ বিলাই নিঃশেষ হোৱা বিষ্ণুৰাভা এগৰাকী বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি। যি কলাতেই তেখেতে হাত দিছে তাতেই পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছে। সাতোটা ভাষাত পাৰদৰ্শী এই ব্যক্তিগৰাকীক আমি অসমীয়া ভাষা-সাহিত্যৰ নৃ-গোষ্ঠীয় চিন্তাৰ বাৰ্তাবাহক বুলি ক'ব পাৰোঁ। কাৰণ অসমীয়া ভাষাৰ বিশেষজ্ঞসকলে কেৱল প্ৰাচ্যমুখী চিন্তাতে ভাষাৰ বিশ্লেষণ আগবঢ়াইছিল। একমাত্ৰ বিষ্ণু ৰাভাই বিহু, হুচৰী, ব্ৰহ্মপুত্ৰ, কামৰূপ আদি বিভিন্ন শব্দৰে ব্যুৎপত্তিত জনজাতীয় ভাষাৰ বিকল্প তথা অৰিহণা সম্পৰ্কে নিজস্ব গভীৰ চিন্তা সাহসিকতাৰে প্ৰদৰ্শন কৰিছে। ইয়াৰে বহু চিন্তাই বিজ্ঞানসন্মত, দুই-একৰ বাহিৰে।

দলিত-পীড়িতৰ বাবে আত্মোৎসৰ্গ কৰা বিষ্ণু ৰাভা মানুহজনৰ প্ৰধান দুৰ্বলতা হৈছে তেখেত আজন্মশিল্পী। অৰ্থাৎ কান্ধত বন্দুক লৈ সমাজ পৰিৱৰ্তন বিচৰা বিষ্ণুৰাভাই একমাত্ৰ গীত, নৃত্য আৰু নাটকৰ প্ৰতি থকা প্ৰধান দুৰ্বলতাৰ বাবে এই সমাজ পৰিৱৰ্তনৰ আন্দোলনত ধাৰাবাহিকভাৱে মনোনিৱেশ কৰিব পৰা নাছিল। হঠাৎ গীত, নাটক আৰু নৃত্যৰ আহ্বান পালেই পাৰ্টিয়ে ন্যস্ত কৰা দায়িত্ব এৰি এই কলা-চৰ্চাত মনোনিৱেশ কৰিছিল। সেইবাবেই অসমৰ গীত, নাটক আৰু নৃত্যৰ বিকাশত বিষ্ণু ৰাভাৰ অৱদান গুৰুত্বপূৰ্ণ।

ধ্ৰুপদী নৃত্যৰ প্ৰাথমিক জ্ঞানেৰে পৰিপুষ্ট বিষ্ণু ৰাভাই যদি নৃত্যৰ চিন্তা-চৰ্চাত গুৰুত্ব দিলেহেঁতেন তেন্তে আজি তেখেত বিশ্ববিখ্যাত নৃত্যশিল্পী আৰু বিশেষজ্ঞ হ'ব পাৰিলেহেঁতেন। খোল, তাল, মৃদগং, হাৰমোনিয়াম, নৃত্য আৰু ইয়াৰ তাত্ত্বিক দিশত পাৰদৰ্শী বিষ্ণু ৰাভাই অসম তথা ভাৰতৰ নৃত্যৰ জগতত উজ্জ্বল নক্ষত্ৰ হ'ব পাৰিলেহেঁতেন। কাৰণ একেৰাহে নৃত্য, বাদ্য আৰু তাত্ত্বিক দিশত পাৰদৰ্শী ব্যক্তিৰ অভাৱ আমি সততে লক্ষ্য কৰি আহিছোঁহক।

অসমৰ অভিনয় জগততো বিষ্ণু ৰাভাৰ অৱদান গুৰুত্বপূৰ্ণ। ভ্ৰাম্যমাণ থিয়েটাৰৰ পৰা অপেছাদাৰী থিয়েটাৰ, নাটকত অভিনয় পৰিচালনা, সংগীত পৰিচালনাত বিষ্ণু ৰাভাই অনন্য প্ৰতিভা দেখুৱাব পাৰিছিল। বোলছবিৰ কথা নানোৱেই যেনিবা। অসম নাট্য সন্মিলনৰ প্ৰতিষ্ঠাপক সভাপতি বিষ্ণু ৰাভা অসম নাট্যআন্দোলনৰো এগৰাকী প্ৰৱক্তা।

অসমৰ সংগীতৰ জগতত জ্যোতি-বিষ্ণু এক নমস্য নাম। বাংলো সংগীত আৰু পাশ্চাত্য সংগীতৰ লৌহ পিঞ্জৰাৰপৰা জ্যোতি- বিষ্ণুৱে অসমীয়া সংগীতক উলিয়াই আনি এক স্বকীয়া

ধাৰাৰ প্ৰৱৰ্তন কৰিলে। এই সুকীয়া ধাৰাৰ সৃষ্টিত অসমৰ মাটিৰ গোন্ধেৰে আমোলমোল গোন্ধ-ৰস-মাৰ্গৰ সুৰেৰে ৰঞ্জিত কৰিলে। অসমৰ আইনাম, বিয়ানাম, নিচুকণি গীতৰ উপৰি বিভিন্ন জনগোষ্ঠীয় লোকগীতে এই সংগীত সৃষ্টিত অৰিহণা যোগাইছে। লগতে শংকৰ-মাধৱে সৃষ্টি কৰা ধ্ৰুপদী সংগীতৰ আলমতো বিষ্ণু ৰাভাই অভিনৱ অসমীয়া আধুনিক গীতৰ সৃষ্টি কৰিছে।

জ্যোতিপ্ৰসাদৰ 'জয়মতী' বোলছবিৰ প্ৰায়বোৰ গীততেই সুৰকাৰ বিষ্ণু ৰাভা। বিশেষকৈ 'জয়মতী' বোলছবিৰ 'লুইতৰ পানী যাবি অ' বৈ' গীতটি বিষ্ণু ৰাভাই 'আমাৰে মইনা শুব'— এই জনপ্ৰিয় অসমীয়া নিচুকণি গীতৰ আধাৰত সুৰ সংযোজন কৰিছিল। একেদৰে তেখেতৰ 'মোৰে জীৱনৰে সখা কৃষ্ণ' এই গীতটিও আমাৰ ভক্তি-ধৰ্মৰ সুৰৰ ব্যঞ্জনাৰে মুখৰিত। 'নাহৰ ফুলে নুশুৱায়, কপৌ ফুলে শুৱাব' এই গীতটো বিষ্ণু ৰাভাই কলকাতাত চোৱা এখন দক্ষিণ আফ্ৰিকাৰ বোলছবিত থকা সংগীতৰ আধাৰত ৰচনা কৰিছিল। গীতটো কলকাতাৰ এখন চাহৰ দোকানত সৃষ্টি কৰোঁতে তেতিয়াৰ চেমনীয়া ভূপেন হাজৰিকাও লগত আছিল। (এই কথা ভূপেনদাই এই লেখকক নিজ মুখে কোৱা কথা।

আজি জ্যোতিসংগীত, বিষ্ণুৰাভা সংগীত বুলি আমি যুটীয়া অসমীয়া সংগীতৰ নামকৰণ কৰিছোঁ যদিও জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাই সৃষ্টি কৰা বহুতো গীতত দুয়োজনৰে যুটীয়া অৱদান প্ৰসংগতঃ উল্লেখযোগ্য। বিশেষকৈ জ্যোতিপ্ৰসাদৰ বহু গীতৰ সুৰকাৰ হৈছে বিষ্ণুৰাভা। সেয়ে বহুক্ষেত্ৰত এই গীতখিনিক জ্যোতি-বিষ্ণু গীত বুলি উল্লেখ কৰাটোহে যুগুত।

আজি বিষ্ণু ৰাভাৰ জন্ম শতবাৰ্ষিকীত আমাৰ এই যাযাবৰী শিল্পীগৰাকীৰ বহুমুখী প্ৰতিভাৰ মাথোঁ তিনিটা দিশহে আমি উল্লেখ কৰি মহান শিল্পী-সৈনিকগৰাকীলৈ যাঁচিলো আমাৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি। ■

# সতীৰ্থৰ দৃষ্টিৰে বিষ্ণুপ্ৰসাদ ৰাভা

— শৈলেন মেধি

জাতীয়তাবাদী চিন্তাৰে উদ্বুদ্ধ হৈ ছাত্ৰ অৱস্থাতে ত্ৰিশৰ দশকৰ স্বাধীনতা সংগ্ৰামত অংশ গ্ৰহণ কৰি প্ৰখৰ বুদ্ধিসম্পন্ন বিষ্ণু ৰাভাৰ ছাত্ৰ-জীৱনৰ ওৰ পৰে আন বহুতৰ নিচিনাকৈ। বিষ্ণু প্ৰসাদ ৰাভাৰ কৰ্মময় জীৱনৰ এইটো ভাগতেই অসমীয়া সংস্কৃতিৰ উদ্ধাৰ, বিকাশ আৰু উন্নয়নৰ জৰিয়তে ভাৰতীয় মূল সংস্কৃতিৰ সৈতে অসমীয়া সংস্কৃতিৰ যোগসূত্ৰ স্থাপনত ৰাভাদেৱৰ বৰঙণি উল্লেখযোগ্য। ভাৰতীয় নৃত্য-গীত, নাট-বাদ্যৰ অগ্ৰণী হিচাপে শ্ৰীমন্ত শংকৰদেৱক ৰাভাদেৱে দেশৰ মানুহৰ মাজত প্ৰতিষ্ঠা কৰিবলৈ অশেষ যত্ন কৰে। এই সময়ছোৱাত গীত-নাট্য, কৃষ্টি-সংস্কৃতিত বিষ্ণু ৰাভাৰ অৱদান অতুলনীয়। সুৰৰ দেউল আৰু সুৰৰ পূজাৰী বিষ্ণু ৰাভাই অসমক বিশ্বৰ ছন্দে ছন্দে নচাৰ আহ্বান দিছিল তেতিয়াই।

'বিশ্বৰ ছন্দে ছন্দে মহানন্দে আনন্দে নাচা তমোহৰ দেউ নাচা।' বিশ্বভ্ৰাতৃত্ববাদ আৰু মানৱতাবাদ তেতিয়াই বিষ্ণু ৰাভাৰ সিৰাই সিৰাই প্ৰবাহিত হৈ আছিল। কিন্তু তেতিয়া বিশ্ব সাম্যবাদী আদৰ্শ লাভ কৰা নাছিল। ১৯৪০ ৰ দশকতহে বিষ্ণু ৰাভা সাম্যবাদী আদৰ্শৰ প্ৰতি আকৃষ্ট হয়।

১৯২৮ চনত অনুষ্ঠিত হোৱা আন্তৰ্জাতিক কমিউনিষ্টৰ সভাত ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ প্ৰতিনিধিত্ব কৰা ডেকা, কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভতিজা সৌমেন্দ্ৰ নাথ ঠাকুৰে হিটলাৰৰ কনচেণ্ট্ৰেশ্যন কেম্পৰপৰা মুক্তি পাই আহি আৰু ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ লগত মনোমালিন্য ঘটি কমিউনিষ্ট লীগ্ অব ইণ্ডিয়া প্ৰতিষ্ঠা কৰে আৰু ১৯৪৩ চনত ইয়েই ভাৰতৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টিলৈ ৰূপান্তৰিত হয়।

অসমলৈ প্ৰথমবাৰৰ কাৰণে আন্তৰ্জাতিক সাম্যবাদৰ আদৰ্শ ডেকা সমাজলৈ কঢ়িয়াই আনে এই সাম্যবাদী দলে। সাম্ৰাজ্যবাদ, সামন্তবাদ আৰু ধনতন্ত্ৰবাদৰ বিৰুদ্ধে সমাজতন্ত্ৰবাদৰ এই সংগ্ৰামত বিষ্ণুপ্ৰসাদ ৰাভাও সাঙোৰ খাই পৰে।

বিপ্লৱী দলত যোগ দিয়াৰ মাজতে ৰাভাই শিল্পী-জীৱনৰ স্বীকৃতি লাভ কৰা বুলি ক'ব নোৱাৰি। অসমৰ জনসাধাৰণে তেতিয়াও বিষ্ণুপ্ৰসাদ ৰাভাক ভালদৰে চিনিব পৰা নাছিল। কিবা হতাশা-নিৰাশাত ভুগি তেওঁ কিছু পৰিমাণে উচ্ছৃঙ্খল জীৱন যাপন কৰিবলৈ লয়। পিছে অসমৰ (তেতিয়াৰ) বিপ্লৱী ডেকা গোবিন্দ কলিতা, উপেন শৰ্মা, উমা শৰ্মা, হৰিদাস ডেকা, হৰেণ কলিতা আদিৰ আশাশুধীয়া চেষ্টাতেই বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনৰ ঘোৰ পৰিবৰ্তন হয়। ৰাভাদেৱে বিপ্লৱী সাম্যবাদী দলৰ আদৰ্শৰ প্ৰতি আকৃষ্ট হয় আৰু শেষত এই দলৰ সক্ৰিয় সভাপদ গ্ৰহণ কৰে।

বিপ্লৱী কমিউনিষ্ট দলৰ কৃষক সংগঠন 'অসম কৃষক বনুৱা পঞ্চায়ত', ছাত্ৰ সংগঠন 'অসম

প্ৰাদেশিক ছাত্ৰ ফেডাৰেচন' আদিৰ বিভিন্ন সভাত বিষ্ণু ৰাভাই সাংস্কৃতিক সভাৰ সভাপতিৰ আসন গ্ৰহণ কৰি ইমুৰৰপৰা সিমুৰলৈ বিপ্লৱী শিল্পী হিচাপে পৰিচিত হৈ পৰে। আনহাতে তেওঁ বিপ্লৱী কমিউনিষ্ট দলৰ এজন নেতা হিচাবেও প্ৰতিষ্ঠা লাভ কৰে।

ইংৰাজ সাম্ৰাজ্যবাদৰ পতন সাধি ভাৰতবৰ্ষত ভাৰতীয় মানুহৰ দ্বাৰাই শাসন ক্ষমতা ল'ব লাগে বুলি কৰা ঘোষণাত যেতিয়া জনসাধাৰণৰ আন্দোলন আৰম্ভ হ'ল যেতিয়া বিষ্ণু ৰাভা আৰু তেওঁৰ দলে স্বাধীনতাৰ সেই ফেঁহুজালিৰ সময়ত চিঞৰিলে ইংৰাজ সাম্ৰাজ্যবাদৰ পতন সাধি ভাৰতবৰ্ষত কৃষক-বনুৱা পঞ্চায়তৰাজ প্ৰতিষ্ঠা হ'ব লাগে। ১৯৪৭ চনৰ ভাৰতৰ স্বাধীনতা ৰাইজৰ প্ৰকৃত স্বাধীনতা নহয় বুলি ঘোষণা কৰিলে। ইয়াৰ পৰিবৰ্তে ধনিক চৰকাৰৰ পতন ঘটাই শ্ৰমিক-কৃষকৰ পঞ্চায়তীৰাজ প্ৰতিষ্ঠাৰ কাৰণে সশস্ত্ৰ সংগ্ৰামৰ কাৰ্যসূচী গ্ৰহণ কৰিলে বিষ্ণু ৰাভাৰ দলে। দল বে-আইনীঘোষিত হ'ল। ৰাভাদেৱকে ধৰি বহুজনৰ গ্ৰেপ্তাৰী পৰোৱানা জাৰি হ'ল। আটায়ে আত্মগোপন কৰি দলৰ কাৰ্যসূচী ৰূপায়ণত আত্মনিয়োগ কৰি সংকল্প ল'লে অস্ত্ৰ-সংগ্ৰামৰ জৰিয়তে ৰাজনৈতিক ক্ষমতা দখলৰ।

এই সময়ছোৱাত বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ মৌলিক চিন্তাধাৰাৰ পৰিবৰ্তন পৰিলক্ষিত হয়। এই সময়ছোৱাতেই তেওঁ তেওঁৰ 'তমোহৰদেউ'ক বিচাৰি পাইছিল ৰাইজৰ মাজত। ৰাইজৰ শক্তি, ৰাইজৰ সংস্কৃতি, ৰাইজৰ মৰম-চেনেহৰ ওপৰত তেওঁৰ বিশ্বাসে তেওঁক জনতাবলীয়া কৰি তুলিলে। সংগ্ৰামী জনতাক লৈ তেওঁৰ তুলিকাত আৰু সুৰত নতুন গীত-মাত ৰচিত হ'ল—

ব'ল ব'ল ব'ল
কৃষক শক্তিৰ দল
অ' বনুৱা সমনীয়া
অ' বনুৱা সমনীয়া
আগবাঢ়ি যাওঁ ব'ল

অসমত ইতিমধ্যে সংগ্ৰামী কৃষক আন্দোলনে তীব্ৰৰূপ ধাৰণ কৰে। আঞ্চলিক ক্ষমতা দখলৰ পূৰ্ণ প্ৰস্তুতি। ১৯৪৫ চনৰ শক্তিশালী শ্ৰমিক আন্দোলন। আজাদ হিন্দ ফৌজৰ মুক্তি আন্দোলন, ১৯৪৬ চনৰ বোম্বাইৰ বিখ্যাত নৌ বিদ্ৰোহ আদিৰে ভাৰতবৰ্ষৰ ৰাজনৈতিক আকাশ যেতিয়া বিপ্লৱী সম্ভাৱনাত উত্তপ্ত তেতিয়াই ১৯৪৭ চনত ইংৰাজে ভাৰত এৰি প্ৰস্থান কৰে ভাৰতবৰ্ষক দ্বিখণ্ডিত কৰি। পঞ্জাৱ আৰু বংগদেশত সাম্প্ৰদায়িক সংঘৰ্ষৰ লগে লগে বিহাৰৰ কয়লা খনিত ধৰ্মঘট, বংগদেশত কৃষকৰ তেভাগা আন্দোলন, অসম আৰু তেলেংগানাত কৃষকৰ সশস্ত্ৰ সংগ্ৰাম, চীন দেশত সমাজতান্ত্ৰিক বিপ্লৱীৰ জয়যাত্ৰা। বংগদেশৰ বিপ্লৱী কবি নিৰঞ্জন সেনগুপ্তই লিখিছিল—

বৰ্মা মালয় মহাচীন জুৰে
পূৰ্ব এচিয়া কাঁপে কেন
হাহাকাৰ যত একাকাৰ হয়
দুৰ্বাসাৰই শাপে যেন।

এনে জটিল সন্ধিক্ষণত ভাৰতৰ বিপ্লৱী কমিউনিষ্ট দলে অস্ত্ৰ সংগ্ৰামৰ জৰিয়তে আঞ্চলিক ক্ষমতা দখলৰ প্ৰস্তাৱ গ্ৰহণ কৰে ১৯৪৮ চনত। অসমৰ জনজাতীয়, অজনজাতীয়সকলো

কৃষকক সংগঠিত কৰি সশস্ত্ৰ সংগ্ৰামৰ কাৰণে প্ৰস্তুত কৰাৰ কাৰণে আন আন নেতাসকলৰ লগত বিষ্ণু ৰাভায়ো জঁপিয়াই পৰিল। বিষ্ণু ৰাভা, ছত্ৰসিং টেৰণ, গোবিন্দ কলিতা, কামিনী শৰ্মা, অৰবিন্দ ঘোষ, হৰিদাস ডেকা, হৰেন কলিতা, মোহনলাল মুখাৰ্জী, লোকনাথ বৰুৱা, অনিৰাম বসুমতাৰী আৰু এই লেখকক জীৱন্তে অথবা মৃত অৱস্থাত ধৰি দিব পাৰিলে শকত পুৰস্কাৰ ঘোষণা কৰি চৰকাৰে উৰা জাহাজেৰে গাঁৱে-ভূঞে জাননী সিঁচৰতি কৰি দিলে।

কান্ধনত ষ্টেনগান লৈ বিষ্ণু ৰাভা পাহাৰে-জংঘলে, গাঁৱে-চহৰে আত্মগোপন কৰি কৃষক-বনুৱা, ছাত্ৰ-পুলিচ-সৈন্যৰ সংগঠনৰ কামত নামি পৰিল। চাবিদুৱাৰ সৈন্য শিবিৰত অৰবিন্দ ঘোষৰ লগত তামোল-পাণৰ দোকান খুলি সৈন্যৰ মাজত বিপ্লৱী প্ৰচাৰপত্ৰিকা বিতৰণ কৰা কাম, ডিব্ৰুগড় জিলাৰ ডাঙৰী গাঁৱৰ গাঁওবুঢ়াৰ হাতী লৈ চীন দেশলৈ যাত্ৰা কৰাৰ চেষ্টা, ভূটানৰ নামনিত সৰু সৰু ভূটীয়া খেলৰ মুৰব্বীসকলৰ মাজত বিপ্লৱীৰ বাণী প্ৰচাৰ কৰাৰ অৰ্থে ভূটান ভ্ৰমণ ইত্যাদি বহুতো কাহিনী বিষ্ণু ৰাভাৰ বিপ্লৱী জীৱনত ঘটিছিল যিবোৰ ঘটনাৰ সৰহভাগতেই এই লেখক ৰাভাদেৱৰ সহযোগী আছিল। বাওঁপন্থী আন্দোলনৰ তৰুণ কৰ্মীসকলে অপৰিসীম নিৰ্যাতন, ক্লেশ আৰু অপমানৰ মাজত ভৱিষ্যতৰ সমাজৰ যি দীপ্তিমান সপোন দেখিছিল, তাৰ অক্ষয় প্ৰেৰণাৰ উৎস আছিল বিষ্ণু ৰাভাৰ জীৱন। জনগণৰ পক্ষ লৈ সংগ্ৰামী শিল্পী হিচাপে পৰিচিত ৰাভাৰ জীৱনৰ চিত্ৰৰ লগত সংঘাত হ'ল শিল্পীসুলভ কোমলতা আৰু মানৱীয় উদাৰতাৰ অন্য এক ভাবমূৰ্তিৰ। ৰাভাদেৱৰ জীৱনৰ এই বিভিন্ন বৈশিষ্ট্য, কাৰ্যকলাপ, মতামত আৰু চিন্তাধাৰাবোৰ নিজৰ নিজৰ লক্ষ্যসিদ্ধিত ব্যৱহাৰ কৰিবলৈ আজি চাৰিওফালে তুমুল হেতা-ওপৰা হোৱা আমি দেখিবলৈ পাইছোঁ।

সেয়েহে ৰাভাৰ ব্যক্তিত্ব আৰু চিন্তাৰ প্ৰকৃত স্বৰূপ নিৰ্ধাৰণ কৰাৰ একান্ত প্ৰয়োজন হৈ পৰিছে। শিৱসাগৰ জিলাৰ সৈন্য অভিযান ১৯৫০ চনৰ জুন মাহত আৰম্ভ হয় বিপ্লৱী সাম্যবাদীসকলক ধ্বংস কৰাৰ অৰ্থে। সৈন্যৰ অত্যাচাৰত হেজাৰ হেজাৰ নিৰীহ লোকৰ প্ৰাণ গ'ল, জে'ল হ'ল, জৰিমনা হ'ল, ঘৰ-দুৱাৰ ধ্বংস হ'ল। ইয়াৰ ওপৰত নিৰ্ভৰ কৰিয়েই ৰাভাদেৱে লিখিলে বিখ্যাত 'সোণপাহি' উপন্যাস। ১৯৫১ চনত কামৰূপ আৰু গোৱালপাৰা জিলাত কুমায়ুন ৰেজিমেণ্টৰ জৰিয়তে আকৌ সৈন্য অভিযান। প্ৰায়বোৰ নেতৃস্থানীয় কৰ্মী এই অভিযানত গ্ৰেপ্তাৰ হ'ল। দতমা গাঁৱৰ বিষ্ণুপ্ৰসাদ ৰাভা গ্ৰেপ্তাৰ হয় ১৯৫২ চনৰ মাজভাগত। জনতাৰ দাবীত ৮ মাইল বাট জুৰি (ৰাভাদেৱৰ দৰ্শনাৰ্থে) পুলিচে শোভাযাত্ৰা কৰি ৰাভাক আনিবলগীয়াত পৰিছিল।

১৯৫৩ চনত বাসুগাঁৱত অনুষ্ঠিত দলৰ সভাত অস্ত্ৰ সংগ্ৰাম পৰিত্যাগ কৰি গণতান্ত্ৰিক ৰাজনীতিৰ প্ৰতি আনুগত্য প্ৰকাশ কৰে কমিউনিষ্টসকলে। বিপ্লৱী কমিউনিষ্ট দল তেতিয়া ধ্বংসৰ মুখত। প্ৰায়বোৰ নেতাই কাৰাৰুদ্ধ। এই সময়ছোৱাত বিষ্ণু ৰাভাকে আদি কৰি অৰবিন্দ ঘোষ, মোহনলাল মুখাৰ্জী, গোবিন্দ কলিতা, তৰুণসেন ডেকা, সুৰেন ভট্ট আটায়ে ভাৰতৰ কমিউনিষ্ট পাৰ্টিত যোগদান কৰে। ছত্ৰসিং টেৰণ কংগ্ৰেছৰ সভ্য হয়। কমিউনিষ্ট পাৰ্টিৰ সমৰ্থনত নিৰ্দলীয় প্ৰাৰ্থী হিচাপে ৰাভাদেৱে তেজপুৰ সমষ্টিৰপৰা নিৰ্দলীয় প্ৰাৰ্থীৰূপে বিধান সভাৰ সভ্য হয়।

ৰাভাদেৱৰ আত্মগোপনৰ সময়ছোৱাত সৰহভাগ ক্ষেত্ৰতেই এই লেখক ৰাভাদেৱৰ গা-ৰক্ষী হিচাবে থকাৰ সৌভাগ্য হৈছিল। গুৱাহাটীৰ কামাখ্যাৰ নামনিৰ নিৰুপমা দেৱীৰ ঘৰৰপৰা

ব্ৰহ্মপুত্ৰ নাৱেৰে পাৰ কৰাই মটৰেৰে বৰমা, কোকৰাঝাৰ, নলবাৰী আদি ঠাইলৈ লৈ যোৱা, ৰাতি ৰেলগাড়ীত তুলি শিৱসাগৰ, নামতি, ডিব্ৰুগড়লৈ নিৰাপদে এছকৰ্ট কৰা কামবোৰৰ দায়িত্ব এই লেখকৰ ওপৰতেই ন্যস্ত আছিল।

হঠাৎ খবৰ পোৱা গ'ল কমৰেড ৰাভা নিৰুপমা দেৱীৰ ঘৰত আহি আছেহি। নিৰ্দেশ আহিল, তৎক্ষণাত ৰাভাদেৱক স্থানান্তৰিত কৰিব লাগে টিহুৰ দীঘলী অঞ্চললৈ। গুৱাহাটীত থকা কোনোপধ্যেই নিৰাপদ নহয়। ত্ৰিপুৰা মডাৰ্ণ বেংকৰ মালিক সুকুমাৰ বাবুৰ ড্ৰাইভাৰ ধৰণী মেধিক খবৰ দিয়া হ'ল। ধৰণীয়ে বেংকৰ গাড়ীখন বেয়া হোৱা বুলি কাৰখানালৈ লৈ যোৱাৰ অজুহাত দেখুৱাই ৫-৩০ বজাৰ শেষ ফেৰীখনত মটৰখন পাৰ কৰাই উত্তৰ গুৱাহাটীৰ মাজগাঁৱত অপেক্ষমান। লেখকে এখন নাও বন্দোবস্ত কৰি কামাখ্যাৰ নামনি অঞ্চললৈ নি ৰাভাদেৱক নিশা ৯-১০ বজাত পাৰ কৰাই ত্ৰিপুৰা বেংকৰ অপেল গাড়ীৰ দীঘেলী গাঁৱলৈ যাত্ৰা কৰে। দীঘেলী অঞ্চলত কমৰেড লোকনাথ বৰুৱাৰ জিম্মাত ৰাভাদেৱক গতাই পাৰ্টীৰ নিৰ্দেশ মতে এখন দহটকীয়া নোট দিয়া হ'ল। ৰাভাই নোটখন বৰুৱাক দিবলৈ ক'লে। বৰুৱাই নোটখন নাৰাখে, ক'লে ৰাভাক দিবলৈ। এই প্ৰসংগলৈ দুয়োৰে দুৰ্ঘোৰ তৰ্কাতৰ্কি। হঠাৎ ৰাভাদেৱে সমস্যা সমাধান কৰি দিলে। লেখকৰপৰা নোটখন লৈ সমানে দুফাল কৰিলে আৰু এফাল কমৰেড লোকনাথ বৰুৱাক দি আন অংশ ৰাখি হাঁহি হাঁহি লেখকক বিদায় দিলে। তেওঁ লেখকক জনালে যে তেওঁৰ কোনো প্ৰয়োজন নাই; ৰাইজেই তেওঁক সকলো প্ৰয়োজনীয় সামগ্ৰীৰ যোগান ধৰিব।

বিধান সভাৰ সদস্য হৈ থকাৰ সময়ত লক্ষীমপুৰ জিলাৰ কোনোবা এখন ভিতৰুৱা বনবিভাগৰ গাঁৱৰপৰা চৰকাৰে কেইজনমান জনজাতীয় খেতিয়ক লোকক উচ্ছেদ কৰিছিল। ৰাভাদেৱে তেতিয়া বনমন্ত্ৰী মহেন্দ্ৰ চৌধুৰীক সেই অঞ্চললৈ লৈ যায়। এই জনজাতীয় লোকসকলৰ অৱস্থা দেখুৱাবলৈ। মন্ত্ৰী মহোদয়ক জনজাতীয় লোকসকলে হেনো অপমান কৰিছিল। সেয়েহে এই লোকসকলে তেতিয়ালৈ কোনো চৰকাৰী সহানুভূতি পোৱা নাছিল। ৰাভাই বহুতো চেষ্টা কৰিও এই লোকসকলক চৰকাৰী ভূমি পট্টন দিয়াব পৰা নাছিল।

কৰ্কট ৰোগত শয্যাশায়ী ৰাভাদেৱক গুৱাহাটী চিকিৎসালয়ত দেখা কৰিবলৈ যোৱা সময়ত ৰাভাদেৱে তেখেতৰ শেষ ইচ্ছা এই লেখকক ব্যক্ত কৰিছিল আৰু কৈছিল যে এই লেখকে যাতে মন্ত্ৰী মহোদয়ক কৈ লক্ষীমপুৰৰ সেই জনজাতীয় লোকখিনিক মাটিখিন পট্টন দিয়াৰ ব্যৱস্থা কৰে। এয়েই বিষ্ণু ৰাভাৰ শেষ ইচ্ছা। ঘৰৰ কথা নাই; পৰিবাৰ, ল'ৰা-ছোৱালীৰ, মাটিবাৰীৰ কথা নাই— জনজাতীয় সেই গৰীৱ খেতিয়কখিনিয়ে যাতে জীয়াই থাকিব পাৰে তাৰ চিন্তা। দেখা যায় যে ৰাভাদেৱৰ শিল্পী জীৱন আৰু ৰাজনৈতিক জীৱন দুয়োটাতে এটি চিৰন্তন সত্য নিহিত আছিল। সেইটো হৈছে মানৱ প্ৰেম। সুন্দৰৰ পূজাৰীয়ে এখন সুন্দৰ শোষণহীন সমাজৰ কাৰণে নিজৰ জীৱন আহুতি দিবলৈ আগবাঢ়ি আহিছিল। মানুহৰ প্ৰতি ঘৃণা, বিদ্বেষ, শত্ৰুতাই তেওঁৰ জীৱন ডিঙাত ঠাই ল'ব পৰা নাছিল। মানৱ সংহতি ভ্ৰাতৃত্বৰ ভাব, মানুহে মানুহক ভাল পোৱা, সন্মান কৰা আৰু তাৰ বাবে জীৱন আহুতি দিয়াৰ ৰাজনীতিয়েই ৰাভাদেৱৰ কামনা আছিল।

আজি মানুহৰ নতুন মূল্যবোধৰ প্ৰয়োজন একান্ত বেছি। বিষ্ণু ৰাভাৰ প্ৰতি আজিৰ ডেকা চামৰ অনুৰাগ আৰু শ্ৰদ্ধাৰ প্ৰধান কাৰণ তেওঁৰ সংগ্ৰামী শিল্পীৰ ভূমিকা। সমাজৰ ৰূপান্তৰৰ

সংগ্ৰামত শিল্পীৰ আৱেগ আৰু ৰূপ একান্তভাৱে জড়িত কৰাত তেখেতৰ দক্ষতা। ৰাভাদেৱৰ সংগ্ৰাম অসমীয়া সংহতি নাইবা কেৱল ভাৰতীয় সংহতিয়েই নাছিল, ই আছিল মানৱতাৰ সংহতিৰ সংগ্ৰাম। এই মানৱ-সংহতিৰ অৰ্থ বুজিলেই আজিৰ ডেকাচামৰ মূল্যবোধৰ পৰিবৰ্তন অৱশ্যম্ভাৱী হৈ উঠিব।■

# বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱন-দৰ্শনত শংকৰদেৱ

— আশুবোধ কলিতা

অসমীয়া সংস্কৃতিৰ অতন্দ্ৰ প্ৰহৰী কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা আছিল মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ আদৰ্শৰ এগৰাকী প্ৰকৃত পথিকৃৎ। অসমৰ ভাষা-সংস্কৃতিৰ দুগৰাকী সুন্দৰৰ পূজাৰী জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বিষ্ণুপ্ৰসাদ ৰাভাই শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শক শিৰোগত কৰি জনতাৰ মাজত নিজকে বিলাই দি জনতাৰ উৱলি যোৱা সমাজখনক ধুই নিকা কৰি এক নতুন ৰূপত অসমীয়া সংস্কৃতিক গঢ় দিয়াৰ সপোন ৰছিছিল। শ্ৰীশঙ্কৰদেৱে ভ্ৰমণৰ জৰিয়তে সমগ্ৰ ভাৰতবৰ্ষৰ সাহিত্য-সংস্কৃতিৰ লগতে ভাৰতীয় সমাজখনৰ সম্যক জ্ঞান আহৰণ কৰি ভাৰতবৰ্ষৰ বৈচিত্ৰ্যময় জাতি উপজাতিৰ হৃদয়ত সিঁচৰতি হৈ থকা সৰ্বসাধাৰণে সহজভাৱে উপলব্ধি কৰিব পৰাকৈ আৰু জনজীৱনৰ আঙ্গিক সম্বন্ধ ৰাখি এক অভিনৱ সংস্কৃতিৰ যি ৰূপ দি গৈছে সেই সংস্কৃতিৰ অৱিনশ্বৰ ৰূপে জ্যোতি-বিষ্ণুক গভীৰভাৱে আকৰ্ষিত কৰিছিল আৰু তেওঁৰেই আদৰ্শৰ পথেদি বাট বুলিবলৈ সংকল্প গ্ৰহণ কৰি দুয়োগৰাকী শিল্পীয়ে জনতাৰ হৃদয়ৰ মাজত সোমাই পৰিছিল। অসমীয়া সংস্কৃতিৰ জনক মহাপুৰুষ শংকৰদেৱক সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই সংকীৰ্ণ ধৰ্মীয় আৱৰ্তৰ মাজত কুক্ষিগত হৈ থকা অৱস্থাৰপৰা উদ্ধাৰ কৰি তেৰাৰ সাহিত্য-সংস্কৃতিৰ অনন্য বিশালতা আৰু ধৰ্মৰ যি নিৰ্মলতা তাক জন সমাজত প্ৰকাশ কৰিছে আৰু নিজেও শঙ্কৰদেৱক চিনি নোপোৱা বাবে আক্ষেপ কৰিছে। মহাপুৰুষ শঙ্কৰদেৱ আছিল জনতাৰ শিল্পী। তেওঁ ৰচিত নৃত্য-বাদ্য, সুৰ-মঞ্চ, ৰাগ, সাহিত্য, ভাওনা, নাম-কীৰ্তন, ঘোষা-বৰগীত অংক নাট, চিত্ৰ-আলখ্য, খোল-তাল, ডবা-বৰকাঁহ, নাগাৰা যন্ত্ৰ, সমাজ, অহিংসা, ত্যাগ ভোগ-বৈৰাগ্য, অস্পৃশ্যতাবৰ্জন, সমবায়, গণতন্ত্ৰ আদি সকলোবোৰ সম্পদেৰে অসমীয়া সংস্কৃতিৰ প্ৰতিটো অসমৰ মাটিৰ লগত অসমৰ মানুহৰ লগত নিবিড় সম্পৰ্ক থকা বাবেই অসমীয়া সংস্কৃতি ভাৰত তথা বিশ্বৰ ভিতৰতে অনন্য। অসমীয়া জাতিৰ 'নুশুনো নলওঁ গম' মনোভাৱৰ বাবেই অসমীয়া সংস্কৃতি অপসংস্কৃতিৰ গৰাহত পৰি অস্তিত্বৰ সংঘাত আৰম্ভ হৈছে। জ্যোতি-বিষ্ণু আছিল শঙ্কৰদেৱৰ পিছতেই অসমীয়া মহাসংস্কৃতিৰ বৈশিষ্ট্য আৰু বৈচিত্ৰ্য গভীৰভাৱে উপলব্ধি কৰিব পৰা দুগৰাকী মহান কলাকাৰ। এই দুগৰকী মহান কলাকাৰে অসমীয়া সংস্কৃতিক বিশ্বৰ দৰবাৰত যোগ্যস্থান দিবলৈ আজীৱন চেষ্টা চলাই গৈছিল। জ্যোতিপ্ৰসাদ আগৰৱালাৰ দৰে বিষ্ণুপ্ৰসাদ ৰাভাইও অপসংস্কৃতিৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰি শঙ্কৰদেৱৰ আদৰ্শৰ পথেৰে অগ্ৰসৰ হৈ সুন্দৰ সংস্কৃতি গঢ়াৰ পণ কৰিছিল। মহাপুৰুষ শঙ্কৰদেৱৰ সংঘাতপূৰ্ণ জীৱনচৰিত বিপুল সাংগঠনিক ক্ষমতা, বৈপ্লৱিক সমাজ সংস্কাৰ আৰু সাংস্কৃতিক কৰ্মৰাজী আৰু গতিশীলতা দেখি কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাই গুৰুজনালৈ সীমাহীন শ্ৰদ্ধা জ্ঞাপন কৰিছে। বিষ্ণুপ্ৰসাদ ৰাভাই তেখেতৰ অসমীয়া কৃষ্টি নামৰ অমূল্য গ্ৰন্থখনিত মহাপুৰুষ শঙ্কৰদেৱৰ বিষয়ে

কথাখিনি প্ৰণিধানযোগ্য "এই শঙ্কৰদেৱৰ যুগতে হ'ল অসমীয়া শিল্পৰ চৰম বিকাশ। এই পৃথিৱীত যিসকল মহাপুৰুষে জন্মগ্ৰহণ কৰিছিল তাৰ ভিতৰত তিনিজন মহাপুৰুষ আছিল কৃষ্টিৰ আকৰ। এজন হৈছে স্বয়ং শ্ৰীকৃষ্ণ। কৃষ্ ধাতু লগ্ন কৃষ্টিৰ আকৰ কাৰণে তেওঁক কৃষ্ণ বুলিছিল। তেওঁ কি নাজানিছিল? গীতবাদ্য নৃত্য, ধনুৰ্বিদ্যা, ক্ৰীড়া, ৰাজনীতি ইত্যাদি সৰ্বগুণনিধি তেওঁ আছিল আৰু এজন আছিল ইটালিৰ লিঅ'নাৰ্দো দা ভিঞ্চি। তেওঁ একেলগে বৈজ্ঞানিক, চিত্ৰকৰ, ৰাজনীতিজ্ঞ পুৰুষ আছিল আৰু এজন আছিল আমাৰ এই অসমৰে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ যাক আজি অসমে গুৰু বুলি পূজা কৰি থাকে। সঁচাকৈয়ে শঙ্কৰগুৰু অসমীয়াৰ প্ৰাণ। আজি শঙ্কৰদেৱৰ যি কোনো কৃষ্টি বা সাহিত্য বাদ দিলে অসমীয়াৰ মৃত্যু হ'ব, শঙ্কৰ নাথাকিলে অসমীয়াৰ একোৱেই নাই। শংকৰদেৱে কি নাজানিছিল আৰু কিনো নিদিছিল? অসমীয়াক তেওঁৱেই সকলো দি গৈছিল..." বিষ্ণুপ্ৰসাদ ৰাভাই শঙ্কৰ প্ৰতিভাক অকপট চিত্তে এইদৰে স্বীকাৰ কৰি গৈছে। অকল তেওঁৰ প্ৰতিভাক স্বীকাৰ কৰিয়েই তেওঁ ক্ষান্ত থকা নাছিল। শংকৰদেৱৰ জীৱন-আদৰ্শক শিৰোগত কৰি অসমীয়া ভাষা-সংস্কৃতি আৰু অসমীয়া জাতিৰ ষড়যন্ত্ৰকাৰী শত্ৰুৰ বিৰুদ্ধে সদাসতৰ্ক থাকিবলৈ তেওঁ অসমৰ গাঁৱে-ভূঞে থকা ডেকা-গাভৰুসকলক সতৰ্ক কৰি দি কৈছিল— "অসমীয়া সংস্কৃতিৰ কোবাল সোঁতকো কোনো চক্ৰান্তকাৰীৰ ষড়যন্ত্ৰই ৰোধিব নোৱাৰে। কালৰ ৰথৰ চকাৰ দৰেই ই আগুৱাই গৈ থাকিব। কোনোবাই যদি কালৰ ৰথৰ চকাৰ অগ্ৰগতিক বাধা দিব খোজে কালে তাক ক্ষমা নকৰে তাক চেপি হেঁচি সমান কৰি লৈ যাব।" বিষ্ণু ৰাভাক শংকৰদেৱৰ বৈচিত্ৰ্যপূৰ্ণ সংঘাতপূৰ্ণ জীৱনে সাহস দিছিল— কাৰণ শঙ্কৰদেৱেও ইচ্ছা কৰাহেঁতেন ৰাজসিক জীৱন-যাপন কৰি ৰজাৰ নিচিনাকৈ থাকিব পাৰিলেহেঁতেন। কিন্তু ডাল-দৰিদ্ৰ নীচ মানুহৰ দুখ-দুৰ্দশাই শঙ্কৰদেৱক সকলো ত্যাগ কৰিবলৈ বাধ্য কৰাইছিল আৰু সৰ্বসাধাৰণ ৰাইজৰ মাজত সোমাই পৰি দুখীয়া নীচলা মানুহক সত্য সুন্দৰৰ পথ দেখুৱাই উদ্ধাৰৰ পথত নামি পৰিছিল। বিষ্ণু ৰাভাইও অজস্ৰ ধন-সম্পদৰ গৰাকী হৈও সকলোকে তুচ্ছ জ্ঞান কৰি জনসাধাৰণৰ মাজত নিজকে বিলীন কৰি দিছিল। মহাপুৰুষ শঙ্কৰদেৱে সৰ্বসাধাৰণক উদ্ধাৰ কৰিবলৈ গৈ ৰজাৰ ৰোষত পৰিবলগীয়া হৈছিল। আহোম ৰাজ্য, কাছাৰী ৰাজ্য আৰু কোচ ৰাজ্যতো তেওঁ ৰজাৰ ৰোষত পৰিবলগীয়া হৈছিল। ঠিক সেইদৰে জনতাৰ শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাইও ৰজাৰ ৰোষত পৰি অনাই-বনাই ঘূৰি ফুৰি নিজকে আত্মগোপন কৰি ৰাখিবলগা হৈছিল। চৰকাৰৰ ঘৰত বিষ্ণু ৰাভাৰ মূৰৰ দাম আছিল দহ হাজাৰ টকা— আনহাতে ৰজাৰ ৰোষত পৰা শঙ্কৰদেৱৰ ছালেৰে ডবা তৈয়াৰ কৰি হাড়েৰে ডবা কোবোৱাৰ কথাও ৰজাৰ মুখৰপৰা ওলাইছিল। জনসাধাৰণৰ সেৱা কৰা জনে সদায় ৰাজৰোষত পৰিবলগীয়া হয়েই। আত্মগোপন কৰি থাকিবলগীয়া হোৱাত বিষ্ণু ৰাভাই অসমৰ গাঁৱে-ভূঞে ঘূৰি-পকি এক নতুন জীৱনৰ সন্ধান পাইছিল। সেই সময়ছোৱাত ৰাভাদেৱে পাহেৰে-ভৈয়ামে গাঁৱে-ভূঞে খেতিয়ক বনুৱাৰ লগত একেলগে থাকি সভা-সমিতি পাতি নিপীড়িত অৱহেলিত প্ৰতাৰিত জনতাক নিষ্পেষণৰপৰা মুক্তি দি যোগ্যস্থানত মৰ্যাদা দিবলৈ চেষ্টা কৰিছিল। গাঁও-ভূঁইৰ অশিক্ষিত সহজ-সৰল হোজা বণুৱা খেতিয়কসকলৰ মাজত ৰাভাদেৱে এখনি বিশেষ আসন দখল কৰিবলৈ সক্ষম হৈছিল। ৰাইজৰ দুখত সমদুখী হ'বলৈ স্বাধীনতাৰ প্ৰাক্কালত কমিউনিষ্ট আন্দোলনত জঁপিয়াই পৰিছিল। স্বাধীনতাৰ অন্তঃসাৰশূন্যতা ৰাইজৰ মাজত প্ৰচাৰ

কৰি সমাজতান্ত্রিক বিপ্লৱৰ আহ্বান জনাইছিল। কমিউনিষ্ট আন্দোলনৰ প্রেৰণাময় আলোড়নে ৰাভাৰ সৃষ্টিশীল শিল্পীসত্তাকো জগাই তুলিলে। কমিউনিষ্ট আদর্শেৰে ৰাজনীতিৰ সচেতনতা দিবলৈ গাঁৱে-গাঁৱে ৰাভাদেৱে পৰিব্রাজকৰ দৰে ঘূৰি ফুৰিবলগা হৈছিল। গাঁৱে-গাঁৱে ঘূৰি-ফুৰি কৃষক-বনুৱাসকলক জাগৰণৰ মন্ত্র দি ৰাভাদেৱে কৃষক-বনুৱাৰ মাজত বিপ্লৱৰ সূচনা কৰিছিল। গাঁৱৰ দুখীয়া নিচলাৰ ঘৰত শিল্পী ৰাভাদেৱে গীত গাই গল্প-কবিতা অবিৰতভাৱে লিখি গৈছিল। মহাপুৰুষ শঙ্কৰদেৱেও অসমৰ গাঁৱে-ভূঞে ঘূৰি-পকি ৰাইজৰ মাজত থাকি গীত-মাত ৰচনা কৰি সাধাৰণ ৰাইজৰ মাজত নতুন বিপ্লৱৰ সূচনা কৰিছিল। শঙ্কৰদেৱৰ সেই আদর্শকে ৰাভাদেৱে গ্রহণ কৰি বিৰামবিহীনভাৱে কষ্টকৰ জীৱন অতিবাহিত কৰি গৈছিল। খোৱা-বোৱা থকা-মেলাৰ কোনো স্থায়ী ঠিকনা নথকা ৰাভাদেৱে গান গাই বিপ্লৱী সংগীত ৰচনা কৰি সভা-সমিতি পাতি উদাত্ত কণ্ঠেৰে ভাষণ দি সর্বশক্তিমান ৰাইজৰ বুকুৰ মাজত সোমাই পৰিছিল; ৰাভাদেৱ হৈ পৰিছিল— দুখীয়া-নিচলাৰ নিপীড়িত-নিষ্পেষিত জনতাৰ হিয়াৰ আমঠু। এফালে জনগণৰ লগত নিবিড় সম্পর্ক আনফালে সৃজনশীল প্রতিভাৰ মাধ্যমেৰে দৰিদ্র জনগণক সাম্যবাদৰ প্রতি আকর্ষিত কৰি তুলিছিল। পুৰণি সমাজব্যৱস্থাত পৰিৱর্তন সাধন কৰি এখন শ্রেণীহীন ভাতৃত্বমূলক সমাজ গঢ় দিয়াৰ সপোন ৰচিছিল বিষ্ণু ৰাভাই। নতুন আদর্শেৰে কৃষক-বনুৱা তথা অসমীয়া ডেকা-গাভৰুক নতুন অসমীয়া গীত, নতুন সুৰ, সংগ্রামী ভাবোদ্দীপক কবিতা গীত আদি ৰচনা কৰি উদ্বুদ্ধ কৰিবলৈ প্রয়াস কৰিছিল। কমিউনিষ্ট আন্দোলনৰ হোতা হ'লেও বিষ্ণু ৰাভাই অসমীয়া ভাষা-সংস্কৃতি, অসমীয়া বাৰে ৰহণীয়া জাতি-উপজাতিৰ বর্ণিল সংস্কৃতিৰ আছিল একান্ত পূজাৰী। অসমৰ বিশাল সংস্কৃতিৰ বিষয়ে বিষ্ণু ৰাভাৰ আছিল অসীম জ্ঞান। এফালে শ্রীমন্ত শংকৰদেৱৰ আদর্শ আনফালে কমিউনিজম চিন্তাধাৰাৰ দ্বাৰা প্রভাবিত ৰাভাৰ কর্মক্ষেত্রত কতো বেমেজালি ঘটা নাছিল। ইয়াৰ কাৰণ আছিল শ্রীশংকৰদেৱৰ যি আদর্শ সেই আদর্শও আছিল সমাজবাদী চিন্তা ধাৰাৰ। জনসাধাৰণৰ সংস্কৃতিয়েই আছিল শংকৰদেৱৰ ধর্ম প্রচাৰৰ মূল আধাৰ। জাতি-বর্ণ-ধর্ম নির্বিশেষে-মানৱতাৰ জয়গান গাব পৰা ধর্মৰ আদর্শই হৈছে প্রকৃত ধর্মীয় আদর্শ। সেয়ে বিষ্ণু ৰাভাই শ্রীমন্ত শঙ্কৰদেৱৰ আদর্শেৰে বাট বুলি অগণন সাধাৰণ মানুহৰ জনপ্রিয় হ'ব পাৰিছিল। অসমৰ জনচেতনাৰ ওপৰত শঙ্কৰদেৱৰ প্রভাৱ অপৰিসীম। শঙ্কৰদেৱৰ গণমুখী কার্যাৱলীৰ প্রভাৱ লক্ষ্য কৰিয়েই বিষ্ণু ৰাভাই অসমৰ মানুহৰ সেই চিনাকি পথেৰেই প্রকৃত উত্তৰণ ঘটোৱাৰ স্বপ্ন দেখিছিল। কাৰণ শঙ্কৰদেৱৰ প্রভাৱপুষ্ট অসমৰ হালোৱা-হজুৱা সকলোৱেই বৈষ্ণৱ আন্দোলনৰ পটভূমিত এক ঐতিহাসিক, বৈপ্লৱিক আদর্শৰ দ্বাৰা পুষ্ট হৈছিল। বিষ্ণু ৰাভাই শঙ্কৰদেৱৰ এই গণভিত্তিৰ কাঠামোক আঁকোৱালি লৈ বাট বুলিছিল। প্রগতিশীল লেখক দধি মহন্তই বিষ্ণু ৰাভাৰ জীৱনত শংকৰদেৱৰ প্রভাৱ সম্পর্কত এইদৰে লিখিছিল— "ৰাভা আছিল সম্ভৱতঃ অসমৰ একমাত্র পুৰুষ যিজনে অসমৰ বৈষ্ণৱ সংস্কৃতি আৰু অসমত বাস কৰা বিভিন্ন জনসমষ্টিৰ সংস্কৃতিৰ সমল গ্রহণ কৰি সমন্বয় সাধন কৰাই নহয় নিজৰ জীৱনক তাৰ লগত ওতপ্রোতভাৱে জড়িত কৰি তুলিছিল।"

সর্বগুণাকৰ শ্রীমন্ত শঙ্কৰদেৱৰ দৰেই অনন্য প্রতিভাধৰ ব্যক্তি অসমীয়া কলা-সংস্কৃতিৰ বৰপূজাৰী বিষ্ণু ৰাভাও একেধাৰে গায়ক, বাহক, চিত্রকৰ, কবি, নৃত্যবিদ, অভিনেতা, খেলুৱৈ, নাট্যকাৰ, সুৰকাৰ, সুবক্তা আৰু সমাজ সংগঠক আছিল। জনতাই আছিল তেখেতৰ আৰাধ্য

দেৱতা। মহাবাহু ব্ৰহ্মপুত্ৰৰ দৰে আছিল তেওঁ গতিশীল শক্তিমন্ত। বিষ্ণু ৰাভাৰ এই বহুমুখী প্ৰতিভাৰ মূলতেই আছিল শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শ। তেওঁৰ প্ৰতিভাৰ সকলো দিশতেই ৰাভাদেৱে শ্ৰীমন্ত শঙ্কৰদেৱৰ কথা উল্লেখ কৰিছিল। বিষ্ণু ৰাভাৰ মতে শঙ্কৰী সংস্কৃতি আছিল জনতাৰ সংস্কৃতি। সেই বাবেই শঙ্কৰদেৱে এক কালজয়ী বিশাল সংস্কৃতি গঢ় দিব পাৰিছিল। সেয়ে বিষ্ণু ৰাভাই সংস্কৃতিৰ পূজাৰী শিল্পী সকলকো কৈছিল— "জনতাক বাদ দি সংস্কৃতি গঢ়াৰ কথা নাভাবিবা। সমাজৰ জনসাধাৰণৰ লগত সম্পৰ্ক নথকা শিল্পীৰ দ্বাৰা সমাজৰ কোনো মঙ্গল সাধন নহয়। শিল্প কলাৰ শাস্ত্ৰ অধ্যয়ন কৰিবা। কিন্তু শাস্ত্ৰ কলাৰ জ্ঞান নথকা বুলি জনসাধাৰণক পুতৌ নকৰিবা। এই পিছপৰা শ্ৰেণীৰ কলা-কৃষ্টি আহৰণ কৰি জনতাক বিলাই দিবা— তেতিয়াহে জনসাধাৰণ আগবাঢ়ি যাব পাৰিব।" ■

**সহায়ক গ্ৰন্থ ঃ**

১। বিষ্ণুপ্ৰসাদ ৰাভাৰ 'অসমীয়া কৃষ্টি'।
২। ফণী শৰ্মাৰ গ্ৰন্থাৱলী— প্ৰকাশন পৰিষদ।
৩। অসমীয়া সাহিত্যত শঙ্কৰদেৱ প্ৰসংগ— প্ৰফুল্ল চন্দ্ৰ বৰা।
৪। কালজয়ী গীত আৰু জীৱন দৰ্শন— প্ৰাণেশ্বৰ নাথ।
৫। শঙ্কৰদেৱ ঃ কৃতি আৰু কৃতিত্ব— শিৱনাথ বৰ্মণ।
৬। সতীৰ্থৰ দৃষ্টিত— বিষ্ণুৰাভা।
৭। যুগান্তৰত শঙ্কৰদেৱ— বাপচন্দ্ৰ মহন্ত।
৮। শঙ্কৰী সংস্কৃতিৰ অধ্যয়ন— সম্পাদন— ড° ভৱপ্ৰসাদ চলিহা।
৯। শঙ্কৰদেৱৰ সাহিত্য প্ৰতিভা— শৰ্মী শৰ্মা।

# বিষ্ণুপ্ৰসাদ ৰাভা ঃ সুৰদেৱী থিয়েটাৰ আৰু শিল্পীমনৰ কথা

**— ধৰণী বৰ্মণ**

১৯৬৬ চন। ... দেওবাৰ, ৩১ জুলাই। ... বিয়লি বেলিকা, নলবাৰীত মটৰৰ গিৰ্‌গিৰণি, লগে লগে হেণ্ডিমেনৰ চিঞৰ— চামতা, সৰ্থেবাৰী, বৰপেটা।

চামতা।

শুনাৰ লগে লগে মোৰ বুকু চিৰিংকৈ উঠে ... খপ্‌জপ্‌কৈ বেগটো লৈ মটৰত জাঁপ মাৰি উঠি বহোঁ। গুৱাহাটী-বৰপেটা বাছত। পাব্লিক বাছত।

বাছ চলে.....।

জোকাৰণি উঠে। মোৰ মনৰ যৱনিকাৰ আঁৰ আঁতৰ হয়। মোৰ হিয়াৰ ৰংচাঙত নানা উগুল-থুগুল ভাব ভাওনা ধুঁৱলী-কুঁৱলীকৈ জিলিকে জিলজিলীয়া সপোনমুৱা নানান ৰঙৰ ৰংচঙীয়া পোহৰত। নিফুট মাত শুনো কাৰোবাৰ—

'দাদা আহক', কাৰ মাত ?

'দাদা আহক'।

'গৈছোঁ ধৰণী।'

হিয়াৰ ৰংচাঙত জিলজিলীয়া সপোন জালৰ ফাঁকবোৰেদি দেখা হতাশাভৰা ছ্যাময়া ধৰণীৰ মুখখনি, মোৰ মাত শুনি আশাৰ ৰেঙণি চিকচিকীয়া।

পশ্চিমমুৱাকৈ বাছ চলে। পশ্চিম আকাশ, হেঙুলীয়া বেঙুনীয়া, ৰঙচুৱা, হালধীয়া বিধ বিধ নানা তৰহৰ ৰং ৰহনৰ খেল আৰু মেল।

ৰঙা বেলিয়ে ড্ৰাইভাৰৰ সমুখৰ আইনাৰ মাজেদি বাছৰ ভিতৰলৈ ৰাঙলী কিৰণ বিলাই আৰোহীসকলৰ মন ৰং উলাহত ৰাঙলী কৰে। মোৰ মনো ৰঙত, উলাহত ৰঙচুৱা হয়। নানা তৰহৰ ভাবৰ বিধ বিধ ৰং ৰহণৰ ৰেঙণি লভে। মনবোৰ ৰাইজাই হয়, হিয়া মোৰ উতনুৱা ৰঙচঙীয়া হয়। সময় তাকৰ— বহু পলম হ'ল। আশা দিছিলো তাক— আগতীয়াকৈ গৈ তাৰ সপোন বাস্তৱত পৰিণত কৰিম বুলি। তাৰ সপোন ভ্ৰাম্যমাণ থিয়েটাৰ দল, 'সুৰদেৱী থিয়েটাৰ'। মোৰপৰা আশা পাই সি ৰচিছিল হিয়াৰ চোতালত আশাৰ ৰংঘৰ, কাৰেংঘৰ, আকাংক্ষাৰ বাসনাৰ তলাতল ঘৰ।

কালে হেঙাৰ দিয়ে। মোৰ পলম হ'ল। সপোনত শুনো যেন ৰিণিকি ৰিণিকি ...। ধৰণীৰ হতাশ মনৰ আকুল-বিয়াকুল মাত 'দাদা আহক'। তেজপুৰত মোৰ মনে ৰিঙিয়াই কয়— গৈছোঁ ধৰণী গৈছোঁ।

শনিবাৰে সন্ধ্যা তেজপুৰ এৰোঁ। পুৱা নলবাৰী পাওঁ। অসমৰ আজি দুৰ্দিন, চাৰিওফালে বানপানী, খাদ্যৰ অভাৱ, টকাৰ মূল্য হ্ৰাস, বস্তু-বাহানিৰ জুই-ছাই দাম, বয়-বস্তুৰ মূল্য বেছি। এনে দুৰ্দিনত মোৰপৰা আশা সাহস পাই ধৰণীয়ে বহু ধন ভাঙিছে আগতীয়াকৈ। এই তাৰ প্ৰথম উদ্যম জলন্ত সপোন 'সুৰদেৱী থিয়েটাৰ' গঢ়িবলৈ।

তাৰ দুঃসাহস অদ্ভুত, বিশেষকৈ এজন শিল্পী সাধকৰ পক্ষে। ... তাৰ উদ্যম, তাৰ সপোন যদি বিফল হয়? মোৰ মনত সন্দেহ জাগে। ... কাৰণ সময় তাকৰ, পলম হ'ল। বাৰে বাৰে সেই একেষাৰ কথাই মোক আমনি দিয়ে।

সেয়েহে নলবাৰীত বাছত উঠোতে হেণ্ডিমেনৰ 'চামতা চামতা' চিঞৰ শুনি গা মোৰ শিয়ৰি উঠিছিল আৰু চমকি উঠিছিল মন...।

'নটৰাজ' আৰু 'সুৰদেৱী'

মোৰ হিয়াৰ উহৰপৰা ওলোৱা আশীস বলত ভাৰতৰ তথা অসমৰ প্ৰথম ভ্ৰাম্যমাণ থিয়েটাৰ দল।

সদা লহকৰ আৰু অচ্যুত লহকৰৰ সৌজন্যত 'নটৰাজ' ঠন ধৰি উঠিছে। চিত্ৰলেখাৰ সখীয়েক উষা আইদেউৰ উপাস্য দেৱতা নটৰাজ মহাভৈৰৱৰ সেই অভয়বাণীৰ সেই অমৃতময় সুৰ মোৰ হিয়াৰ কোঁহত ভৰাই লৈ আহিছোঁ। তেজপুৰৰপৰা সুদূৰ চামতালৈ 'সুৰদেৱী থিয়েটাৰ'ৰ নাট-ভাৱৰীয়া, ভকতবৃন্দৰ নতশিৰত আশীসধাৰা হৈ বৈ পৰিব।

মোৰ মন বিয়াকুল, ভাবত বিভোৰ... সন্ধিয়া বেলি মাৰ যাওঁ যাওঁ। বাছ ৰয়। হেণ্ডিমেনে চিঞৰে 'চামতা চামতা', 'সুৰদেৱী থিয়েটাৰ'।

খৰমৰকৈ বেগটো লৈ নামো। হুচহুচাই বাছখন গিৰগিৰাই গুচি যায়। ...

বাওঁফালে চাওঁ এজোপা কলগছ এদঁতীয়া সিদ্ধিদাতা গণেশৰ দৰে ঠন ধৰি থিয় হৈ আছে। সোঁফালৰ জোপা নাই। কলপাতৰ আঁৰে আঁৰে ধূঁৱলীকলীয়া পোহৰতো চিক্‌মিকাই আছে এখন চাইনবোৰ্ড, লিখা আছে 'সুৰদেৱী থিয়েটাৰ।' আখৰকেইটি জ্বল্-জ্বল্ পট্-পট্‌কৈ এনে ক্ষীণ পোহৰতে জিলমিলাই আছে। ছাইনবোৰ্ডৰ মাজত জিলিকি আছে বীণাপাণি সুৰদেৱীৰ মূৰ্তি।

ভকতিৰ মূৰ দোঁৱাই নামি যাওঁ তলেদি শিবিৰৰ ফালে বেগটো হাতত লৈ...।

চোতালত ভৰি দিওঁ। চোতালৰ মাজ নৌপাওঁতেই আগুৱাই আহে শিল্পীসকল, 'সুৰদেৱী থিয়েটাৰ'ৰ শিল্পীসকল...।

পেট্ৰোমাক্সৰ পোহৰ জলমলায়। সেই পোহৰত মোক চিনাকিয়ে ৰ লাগি অচিনাকিয়ে থৰ লাগি চায়।

চোতালৰ মাজত জুমৰ চাৰিবেৰৰ সোঁমাজত চেয়াৰ এখন পৰা হয়। বহিবলৈ কোৱা হয়। ভাগৰে-জুগৰে বহি পৰোঁ সেইচেয়াৰখনত। দেহ তিতি যায়, চোলা ভিজি যায়। ঘামত।

... মোৰ দুৰৱস্থা দেখি পিছফালৰ গাভৰুহঁতৰ গাত তত নাই। গাভৰুজুমৰ কোনোবাই ক'ৰবাৰপৰা বিচনী আনি পাছফালৰপৰা বিচে। বা লাগি দেহ জুৰ পৰে। জিৰণিৰ লগত জুৰণি। উভতি চাওঁ, দেখোন ডগ্‌ৰগীয়া গাভৰুহঁত। সোধোঁ ক'ৰ তোমালোক?

'জামুগুৰি'ৰ।

ইমান মিঠা, ইমান লেনীয়া, ইমান মৌ সনা মাত।...

সোধোঁ, জামুগুৰি? আমাৰ উজনিৰ তেজপুৰৰ?...

বগীতৰাৰ দৰে পদুমীয়ে কয় হয়। মাতষাৰে আকুহি দিয়ে উভতি চাওঁ।

কওঁ 'আমাৰ পদুমী হাজৰিকা।' তাইৰ বাওঁফালে থকাজনীৰ চকুযুৰি ঘন নীলা পুখুৰীৰ পানীত ওপঙি থকা পদুম ফুলৰ দৰে চিক্‌মিকাই তিৰ্‌বিৰাই উঠে।

সোধোঁ তুমি পদুমীৰ লগত আমাৰ ঘৰলৈ গৈছিলা নহয় ধৰণীৰ সৈতে?

'হয়'

কি নাম?

'লাবণ্য'।

'হু'

পদুমী আৰু লাবণ্যক ঠেলি হেচি কোনোবা ৰচকী, ৰাংঢালী, খচখচী লচপচী এজনী আহি আগবাঢ়ি মোৰ তেনেই কাষতে থিয় হয়।

কওঁ স্বৰ্ণ নেকি?

গড়গএগ্রা নাচনীৰ দৰে লেতু-সেতু ডিঙিটো বেঁকাকৈ, তেৰেচীয়া কৰি লৱণু দেহাত লহৰ তুলি তাই মিচিকিয়াই কয় 'হয় মই'।

তুমিও ইয়াত?

কেৰাহিকৈ চাই তাই মিচিকৈকৈ হাঁহে।

ৰং উলাহত মোৰ মন উথলি উঠে। আৰু আন এজনীয়ে ভেবেকা লাগি চাই থাকে মোৰ [illegible]লে ভেলেঙীৰ দৰে।

সোঁধো, 'ঘৰ ক'ত'।

'জামুগুৰিত'।

'আৰে সকলো তেজপুৰৰেই'।

সিহঁতৰ মাজত হাঁহিৰ খিক-খিকনি উঠে। গাভৰুহঁতৰ ডালিমগুটীয়া দাঁতৰ ফাঁকেদি বিজুলী চিক্‌মিকাই যায়। ইমানপৰ মৰম চেনেহৰ সাগৰত নাদুৰি-সাঁতুৰি আছিলো।

মনত ৰঙত উটি-ভাঁহি ভেল ওপঙাদি ফুৰিছিলো ধৰণী বৰ্মণৰ কথা পাহৰি গৈছিলো। হঠাতে পঁজা এটাৰ ভিতৰত চকু পৰে। ঢিমিক-ঢামাককৈ লেম এটা জ্বলি থাকে, ধৰণী নেকি? চিঞৰি উঠো হঠাতে ... লগে লগে হাঁহিৰ খলকো উঠে। জাকৰ মাজেদি ঠেলি হেচ সুদা চেয়াৰ এখন লৈ ধৰণী বৰ্মণে, মোৰ আগত বহি কয়,

'দাদা আহিলে'

'আহিলো'।

'বৰ চিন্তাত আছিলো আহে নে নাহে?

কিয় নাহিম?? বেপাৰী নহয় ঠিকাদাৰ নহয়, এজন শিল্পী সাধকৰ অনুষ্ঠান। এই 'সুৰদেৱী থিয়েটাৰ' যেতিয়া ইয়ালৈ নাহি ক'লৈনো যাম বাৰু। ...

অসমীয়া সংস্কৃতিৰ কাণ্ডাৰী, প্ৰবাদপুৰুষ কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ নিজস্ব লিখনি এয়া।

সত্তৰ দশকত বা তাৰ পিছতো অসমৰ বিভিন্ন বাতৰি কাকত, আলোচনী আদিত এই লিখনি প্ৰকাশ পাইছিল, পাঠক সমাজে হয়তো পঢ়িছেও বহুবাৰ।

আজি পুনৰবাৰ ৰাভাদেৱৰ এই লিখিনিখিনিকেই উল্লেখ কৰিবলগীয়া হ'ল। আন এটা প্ৰসংগৰ বাবে।

কেইদিনমান আগেয়ে সুদুৰ গোৱালপাৰা চহৰৰপৰা কেইজনমান স্বনামধন্য ব্যক্তি, আহি চামতাত মোৰ বাস ভৱনত উপস্থিত হ'লহি। চা-চিনাকিৰ মাজে জানিব পাৰিলো তেখেতসকলৰ আগমনৰ উদ্দেশ্য।

২০০৮ বৰ্ষতো অসম সাহিত্য সভাই কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ জন্ম শতবাৰ্ষিকী হিচাপে অসমৰ বিভিন্ন ঠাইত উদ্‌যাপন কৰিবলৈ লৈছে। অলপতে চামতা আঞ্চলিক শাখা সাহিত্য সভায়ো তিনি দিনীয়া বৰ্ণাঢ্য কাৰ্যসূচীৰে ৰাভাদেৱৰ জন্ম শতবাৰ্ষিকী উদ্‌যাপন কৰিছে।

গোৱালপাৰা চহৰতো এখেতসকলে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা জন্ম শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন কৰিবলৈ লৈছে আৰু সেই উপলক্ষে প্ৰকাশ কৰিবলৈ লোৱা স্মৃতিগ্ৰন্থত ৰাভাদেৱৰ বিষয়ে মই লিখিনি এটা দিব লাগে। মই ক'লো, মইতো কোনো সাহিত্যিক বা গল্পকাৰ নহয়, এজন সাধাৰণ শিল্পীহে গতিকে মোৰপৰা লিখনি নিবিচাৰি কোনোবা সাহিত্যিক বা গল্পকাৰৰ পৰাহে বিচাৰিব লাগিছিল।' তেখেতসকলে ক'লে— যিহেতু আপুনি ৰাভাদেৱৰ সান্নিধ্যলৈ অহা এজন অন্যতম ব্যক্তি, তদুপৰি তেখেত আপোনাৰ 'সুৰদেৱী থিয়েটাৰ'ৰ জন্মলগ্নত এজন পৰিচালক হিচাপে জড়িতও আছিল গতিকে আপুনি তেখেতৰ বিষয়ে বেছি ভালদৰে লিখিব পাৰিব। তেখেতসকলক লিখনি দিম বুলি বিদায় দিলো কিন্তু পিছতহে চিন্তা হ'ল— মই দেখোন এটা সাংঘাতিক সাহসৰ কাম হাতত ল'লো, মহাপুৰুষ শঙ্কৰদেৱৰ পিছতেই যিজনাৰ স্থান, এজন কলা-সংস্কৃতিৰ প্ৰকৃত সাধক সুৰকাৰ, গীতিকাৰ, নাট্যকাৰ, অভিনেতা, বিপ্লৱী ৰাজনৈতিক নেতা, সুদক্ষ বক্তা, চিত্ৰকৰ আৰু যে কি গুণৰ অধিকাৰী এইজনা মহান প্ৰবাদপুৰুষ কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা তেখেতৰ বিষয়ে লিখিবলৈ ওলোৱাটো মোৰ বাবে দুঃসাহ নহয় নো কি? তথাপি কথা দিলো যেতিয়া মই ৰাভা ককাইদেউক লগ পোৱাৰ বা তেখেতৰ সান্নিধ্যলৈ আহি তেখেতসম্পৰ্কে মোৰ ধাৰণাখিনিকে পাঠকৰ মাজলৈ উলিয়াই দিম বুলি ভাবিছোঁ আৰু সেইবাবে পাতনি মেলিছোঁ ৰাভাদেৱে নিজহাতে লিখা কথাখিনিৰে সুদুৰ তেজপুৰৰ পৰা, বাছেৰে গৰমত ঘামি-জামি, বাছৰ থেকেচাত ভাগৰি-জুগৰি চামতাত মোৰ 'সুৰদেৱী থিয়েটাৰ'ৰ আখৰাগৃহত উপস্থিত হৈছেহি ৰাভা ককাইদেউ, সেই চিৰপৰিচিত ঢেঁক ঢেঁক হাঁহিৰে। চিনাকি হৈছেহি শিল্পীসকলৰ লগত। ভ্ৰাম্যমাণ থিয়েটাৰত প্ৰথমবাৰৰ বাবে নিজকে জড়িত কৰিছে। প্ৰথম দিনা 'সুৰদেৱী থিয়েটাৰ'ৰ আখৰাগৃহত খোজ পেলোৱা মুহূৰ্তটো হয়তো তেখেতৰ বাবে এটি স্মৰণীয় মুহূৰ্ত আছিল আৰু সেয়েহে সিদিনাৰ অভিজ্ঞতাখিনি সুৱদিসুৰীয়া ভাষাৰে বৰ্ণনা কৰি লিখনি আকাৰে অসমৰ বিভিন্ন কাকত-আলোচনীত উলিয়াই দিছিল সেইসময়ত। আনকি স্বনামধন্য সাহিত্যিক অতুলচন্দ্ৰ হাজৰিকাদেৱেও তেখেতৰ মহামূল্যবান গ্ৰন্থ 'মঞ্চলেখা'ত ৰাভাদেৱৰ উক্ত লিখনিখিনি লিপিবদ্ধ কৰি ৰাখিছিল। আজি পুনৰবাৰ উক্ত লিখনিকে পুনৰউল্লেখ কৰাৰ কাৰণ এইটোৱে যে উক্ত দিনটো ৰাভা ককাইদেউৰ কাৰণে যেনেকৈ স্মৰণীয় দিন আছিল, মোৰ বাবে আছিল এটা শিহৰণকাৰী দিন, ৰোমাঞ্চকৰ দিন।

ডেকাকালত ৰাভা ককাইদেউক মই লগ পাইছিলো এজন বিপ্লৱী নেতা হিচাপে, দৰিদ্ৰ শ্ৰমিক বনুৱাৰ উন্নতিৰ হকে তেখেতে চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। বিপ্লৱৰ গান গাই, তেখেত সমগ্ৰ অসমৰ শ্ৰমিক বনুৱাক একত্ৰিত কৰি চৰকাৰৰ বিৰুদ্ধে জাগ্ৰত কৰিছিল যাৰ কাৰণে সেই সময়ত চৰকাৰৰ মুৰৰ কামোৰণি ৰাভাদেৱক বন্দী কৰিবলৈ পুলিচ বাহিনী, চোৰাংচোৱা উঠিপৰি লাগিছিল। ফলত তেখেতে ঘৰবাৰী, পৰিয়ালস্বজন এৰি পলাই ফুৰিবলগীয়া হৈছিল। অসমৰ বিভিন্ন গাঁৱত মানুহৰ ঘৰত তেখেতে আশ্ৰয় লৈ আছিল। এনেদৰে পলাই পলাই তেখেতে এবাৰ বেলশৰত প্ৰয়াত নবীন মেধিৰ ঘৰত কেবামাহো থাকে। (পিছত এইজনা নবীন মেধিৰ কন্যা কনকলতাক ৰাভা ককাইটিৱে বিয়া কৰায়) বেলশৰত থাকোঁতেও তেখেত লুকাই নাথাকি নিশাৰ এন্ধাৰত ইখন গাঁও সিখন গাঁৱত কৃষক শ্ৰমিকক গোট খুৱাই বিপ্লৱৰ বাণী শুনাইছিল। চৰকাৰৰ অন্যায় অত্যাচাৰৰ বিৰুদ্ধে যুঁজ দিয়াৰ মন্ত্ৰণা দিছিল। ডেকা কালত অন্যায় অত্যাচাৰৰ বিৰুদ্ধে প্ৰতিবাদী মন এটা মোৰো আছিল বাবে মইয়ো ৰাভা ককাইদেউৰ ঘনিষ্ঠলৈ আহিছিলো আৰু তেখেতৰ বিপ্লৱী সত্তাৰ কিছু পৰিচয় জানিব পাৰিছিলো। তেখেত সঁচাকৈয়ে এজন বিপ্লৱী নেতা, দৰিদ্ৰ শ্ৰেণীৰ মুক্তিৰ বাবে স্ব-মুখ, স্ব-বিলাসিতা ত্যাগ কৰি হাবিয়ে জঙ্গলে ঘূৰি ফুৰা, গছৰ তলত, বাঁহৰ তলত নিশা কটোৱা এজন প্ৰকৃত বিপ্লৱী নেতা, এনেদৰে চৰকাৰৰ পুলিচবাহিনী, চোৰাংচোৱাৰ চকুত ধূলি দি বিপ্লৱ কৰি কৃষক শ্ৰমিকক জগাই তুলিও এদিন তেখেতে পুলিচৰ হাতত বন্দী হৈ কাৰাৰুদ্ধ জীৱন যাপন কৰিবলগীয়া হৈছিল। কাৰাগাৰৰপৰা মুক্ত হৈ তেখেতে সক্ৰিয় ৰাজনীতিত অংশগ্ৰহণ কৰি বিধানসভাৰ মজিয়াও [illegible]নি কৰিছিল। ৰাজনৈতিক নেতা হিচাপে তেখেতক মই লগ পাওঁ। তেখেতৰ ৰাজনীতিৰ জ্ঞানও আছিল অসাধাৰণ। তেখেত আছিল এজন সুদক্ষ বক্তা, এজন বিদগ্ধ পণ্ডিত। মেলে-মিটিঙে তেখেতে যি কোনো বিষয়ৰ ওপৰত এনে সূক্ষ্ম বক্তৃতা দিছিল যে শ্ৰোতাই মুগ্ধ হৈ ঘণ্টা ঘণ্টা পাৰ কৰিছিল অকণো আমনি নোপোৱাকৈ।

যি কি নহওক বিষ্ণুপ্ৰসাদ ৰাভাদেৱক এজন বিপ্লৱী নেতা, এজন ৰাজনৈতিক নেতা হিচাপে লগ পালেও সেই সময়ত তেখেতৰ লগত মোৰ চিনাকিহে আছিল। চিনাকিসূত্ৰেই তেখেতে মোক নামধৰি 'ধৰণী' বুলি মাতিছিল। ময়ো দাদা বুলি মাতিছিলো। তেখেতৰ লগত মোৰ ঘনিষ্ঠতা বাঢ়ে সুলভ সংস্কৃতিক ক্ষেত্ৰখনৰ জৰিয়তেহে।

বিষ্ণুপ্ৰসাদ ৰাভা এজন বিপ্লৱী নেতা, এজন ৰাজনৈতিক নেতা হিচাপে পৰিচিত হ'লেও তেখেত প্ৰকৃতাৰ্থত আছিল এজন শিল্পী-সংস্কৃতিৰ পূজাৰী। বিপ্লৱ কবি ঘূৰি ফুৰিলেও, কিম্বা ৰাজনৈতিক কামত ব্যস্ত থাকিলেও তেখেত বেছিভাগ সময় সঙ্গীত সাধনা, অভিনয় আদিত ব্যস্ত আছিল। এজন সুৰকাৰ গীতিকাৰ হিচাপে তেখেত যে প্ৰতিষ্ঠিত শিল্পী তেখেতৰ ৰচিত সুৰাৰোপিত গীতবোৰ শুনিলে তাক উপলব্ধি কৰিব পৰা যায়। যিবোৰ গীত আজিও চিৰনতুন, চিৰসুন্দৰ হৈ আছে, হৈ থাকিব চিৰদিন। গীতৰ ভাষাবোৰ, পঢ়িলেই বুজিব পাৰি, তেখেতৰ সাহিত্যৰ প্ৰতি থকা জ্ঞানৰ প্ৰসাৰতা। মই আগতেই কৈছোঁ তেখেতৰ গুণ-গৰিমাৰ কথা কৈ শেষ কৰিব নোৱাৰিম। গতিকে মুল প্ৰসঙ্গলৈ আহোঁ, ৰাভা ককাইদেউৰ দৰে মই আছিলো এজন কলা-সংস্কৃতিৰ পূজাৰী, সৰুৰেপৰা নাটকৰ প্ৰতি মোৰ দুৰ্বলতা আছিল। ডেকাকালত লগ সমনীয়াৰ স'তে মাইল মাইল দূৰ বাটকুৰি বাই সেইসময়ৰ যাত্ৰাপাৰ্টী চাই ঘূৰি ফুৰিছিলো,

এমেচাৰ ক্লাৱত নিজে নাটক কৰিছিলো। নিচা ক্ৰমে বাঢ়ি গৈ এদিন পেচাত পৰিণত হ'ল, ক'ব নোৱৰাকৈয়ে যাত্ৰাপাৰ্টী, থিয়েটাৰত জড়িত হৈ পৰিলো আৰু অৱশেষত নিজে গঢ় দিলো 'সুৰদেৱী নাট্য সংঘ'। দুবছৰ সুখ্যাতিৰে পাৰ কৰাৰ পিছত পৰিকল্পনা কৰিলো তাক পূৰ্ণাঙ্গ ৰূপত 'সুৰদেৱী থিয়েটাৰ' হিচাপে জন্ম দিয়াৰ এই উদ্দেশ্য আগত লৈয়ে এদিন উপস্থিত হ'লো ৰাভা ককাইদেউৰ তেজপুৰস্থ ঘৰত। মোক দেখিয়েই ককাইদেউৱে সেই চিনাকী হাঁহিৰে ক'লে ধৰণী, আজি হঠাৎ মোৰ এই ভঙা পঁজাত। কি মন কৰিনো আহিলা। আহাঁ, বহা... অলপ সাৱধানে বহিবা, চকীখন বৰ ঠিক নহয়, মোৰ ঘৰলৈ আহিছা যেতিয়া এই ভঙা চকীতে বহিব লাগিব, চোফাচেট নাপাবা। হ'ব দিয়া বহাঁ, তুমিও মোৰ দৰে শিল্পীহে। শিল্পীসকলক বহিবলৈ চোফাচেট, শুবলৈ পালেং নালাগে নহয় মাটিতে বহিব পাৰি মাটিতে শুব পাৰি নে কি কোৱা... এই বুলি কৈ আকৌ ঢেক ঢেককৈ হাঁহি দিলে।

অ, পিচে কোৱাচোন এতিয়া, কি মন কৰিনো আহিলা? ৰ'বা আগত শ্ৰীমতীক চাহৰ কথা কওঁ, ফিকা চাহ হে কিন্তু!

চাহ নালাগে দাদা—

— ৰ'বাহে চাহ কিয় নাখাবা। দুয়ো একেলগে বহি চাহো খাওঁ, কথাও পাতোঁ, হেৰা, চামতাৰপৰা ধৰণী আহিছে চাহ অকণ খুউওৱা।

— পিছে কোৱাচোন ধৰণী, কি কামত আহিলা।

— দাদা, মোৰ সুৰদেৱী নাট্যসংঘক পূৰ্ণাঙ্গ থিয়েটাৰৰ ৰূপ দিব খোজো, 'সুৰদেৱী থিয়েটাৰ'। আপুনি কেনে দেখে।

ৰাভাদেৱে চিঞৰি উঠিল বটিয়া হ'ব ধৰণী, সুৰদেৱী থিয়েটাৰ, সুৰদেৱী... সুৰৰ ... দেৱী, সৰস্বতী... হাতত বীণ... আঙুলিৰ মৃদু পৰশত সেই বীণত বাজি উঠিব সুৰৰ ঝঙ্কাৰ তাৰ লহৰত আকাশে বতাহে নিনাদিত হ'ব সুৰদেৱী সুৰদেৱী সুৰদেৱী।

তেখেতে আবেগবিহ্বলভাৱে কথাবোৰ কৈ গৈছে, মোৰ হৃদয় মন উত্তাল আনন্দত পুলকিত।

— দাদা আপুনি চামতালৈ যাব লাগিব আখৰাগৃহত থাকি শিল্পীসকলক শিকাই বুজাই থিয়েটাৰখন সুন্দৰকৈ সজাই পৰাই ৰাইজৰ মাজলৈ উলিয়াই দিব লাগিব। আপুনি এই দায়িত্ব ল'ববুলি বৰ আশাৰে আপোনাৰ ওচৰলৈ আহিছোঁ দাদা।

— বৰ গধুৰ দায়িত্ব, ধৰণী, মোৰ নিচিনা এই নিঃকিনৰ ওচৰত তুমিনো কি বিচাৰি পালা?

— তেনেকৈ নকবচোন দাদা, আপুনি মোক এইকন দয়া কৰিব নে?

— দাদাৰ কথা কিয় কৈছা ধৰনী, কলা-সংস্কৃতিৰ সাধক তুমি এটা অনুষ্ঠান গঢ় দিবলৈ ওলাইছা, মোৰ সহায় বিচাৰিছা, নকৰি পাৰোনে? যাম দিয়া ধৰণী, চামতাত থাকি তোমাৰ অনুষ্ঠানটো গঢ় দিয়াত যিমান পাৰো সহায় কৰিম।

মনটো আনন্দেৰে ভৰি পৰিল, স্বয়ং ৰাভাদেৱে দায়িত্ব লৈছে যেতিয়া কিহৰ চিন্তা, মনৰ পৰা গধুৰ শিল এটা যেন নাইকিয়া হ'ল, চাহ খাই ৰাভাদেৱৰ ঘৰৰপৰা বিদায় ল'লো। ৰাভাদেৱৰ টকা কি লাগিব একো সোধা নহ'ল, তেখেতেও একো নক'লে, লাজত ভয়ত ময়ো একো নুলিয়ালো, পিছত যি হয় দেখা যাব।

সেই সময়ৰ আন এজন মহান শিল্পী বিখ্যাত চিত্ৰ পৰিচালক সঙ্গীত পৰিচালক ব্ৰজেন

বৰুৱাদেৱেও কথা দিলে চামতালৈ আহি যিমান পাৰে সহায় কৰি দিব বুলি।

অসমৰ দুজন কাণ্ডাৰী পুৰুষ কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা আৰু ব্ৰজেন বৰুৱাদেৱে দায়িত্ব লৈছে যেতিয়া মোৰ চিন্তা কিহৰ, প্ৰস্তুতিৰ কামত উঠি-পৰি লাগিলো, কিন্তু আখৰাৰ দিন যিমানেই চমু চাপি আহিব ধৰিছে মোৰ মন সিমানে চঞ্চল, মাজে মাজে দুঃচিন্তা। সঁচাকৈয়ে আহিবনে ৰাভা ককাইদেউ? তেখেতৰ সময় হ'ব জানো? পাহৰি নাযাবতো, যিহে হোজা মানুহ ক'ৰবালৈ গ'লে উভতি আহিবলৈ পাহৰিয়েই যায়।

আখৰাৰ দিন সমাগত। ইতিমধ্যে শিল্পী কলাকুশলীৰে চামতাৰ আখৰা শিবিৰ ভৰি পৰিছে। ৰাভা ককাইদেউৰ আগমনৰ অপেক্ষাত মই, মনত উদ্বিগ্নতা, উৎকণ্ঠা আৰু অৱশেষত মোৰ মনৰ সকলো উদ্বিগ্নতা, উৎকণ্ঠাৰ ওৰ পেলাই ১৯৬৬ চনৰ ৩১ জুলাই দেওবাৰৰ সেই দিনটোত ৰাভা ককাইদেৱে ভৰি দিলেহি আখৰাগৃহৰ চোতালত। আখৰাগৃহৰ চোতাল শিল্পী কলাকুশলী তথা স্থানীয় মানুহেৰে ভৰি পৰিল। উদুলি-মুদুলি পৰিৱেশ।

সেই মুহূৰ্তটো মোৰ বাবে আছিল এটা ৰোমাঞ্চকৰ মুহূৰ্ত। এটা শিহৰণকাৰী মুহূৰ্ত যিটো কথা মই পাতনিতে উল্লেখ কৰিছোঁ।

— দাদা আহিলে?

— আহিলো

— বৰ চিন্তাত আছিলো, আহে নে নাহে?

কিয় নাহিম?? বেপাৰী নহয়, ঠিকাদাৰ নহয়। এজন শিল্পী সাধকৰ অনুষ্ঠান এই 'সুৰদেৱী থিয়েটাৰ' ইয়ালৈ নাহি ক'লৈনো বাৰু যাম।

ইয়াৰ পিছত আৰম্ভ হ'ল অন্য এক আধ্যায়। দিনে-নিশাই শিল্পীসকলক লৈ আখৰাত ব্যস্ত ৰাভা ককাইদেউ, লগত ব্ৰজেন বৰুৱা। এবাৰ নাটক শিকাইছে। পলকতে উঠি গৈ নাচৰ ল'ৰা-ছোৱালীবোৰক নাচৰ মুদ্ৰা সম্পৰ্কে জ্ঞান দিছে, নৃত্যৰ মুদ্ৰা সম্পৰ্কত তেখেতৰ কি সূক্ষ্ম জ্ঞান। হটঙা হাতৰ আঙুলিকেইটাৰে মুদ্ৰাৰ প্ৰকাশভঙ্গী দেখুৱাই ল'ৰা-ছোৱালীবোৰক বুজাবৰ চেষ্টা কৰিছে, আচৰিত লাগে। মাজে মাজে হাৰমোনিয়ামটো লৈ গীতৰ সুৰ দিব ধৰিছে। অভিনয় শিল্পীসকলক নিজে অভিনয় কৰি দেখুৱাই দিছে। বচন কেনেদৰে ক'ব লাগে, এটা বাক্য কেনেদৰে উচ্চাৰণৰ জৰিয়তে বেলেগ বেলেগ অৰ্থত প্ৰকাশ কৰিব পাৰি তাক বুজাইছে। কোনো দুঃখ-ভাগৰ নাই, কোনো মান-অভিমান নাই, নাই কোনো খঙ-ৰাগ।

তেখেতৰ যিমানেই সান্নিধ্যলৈ আহিছোঁ, সিমানেই মোৰ অনুভৱ হৈছে ৰাভা ককাইদেউ মানুহ নহয়, ভগৱানৰ অৱতাৰ, ইমান গুণ এজন মানুহৰ থকাটো সম্ভৱ নহয়। কি গুণৰ অধিকাৰী নাছিল তেখেত? কি নাজানিছিল তেখেতে?? তেখেত এজন সাৰ্থক পুৰুষ। এজন সম্পূৰ্ণ মানৱ।

এজন শিল্পী হিচাপে তেখেতৰ দেহত আছিল শিল্পীসুলভ সকলো গুণ... ইমান মহান শিল্পী হৈও তেখেতৰ নাছিল কোনো অহঙ্কাৰ, নাছিল কোনো অভিমান/ অভিযোগ, টকা-পইচাৰ প্ৰতি নাছিল কোনো আসক্তি, এজন সাধাৰণ মানুহৰ দৰে জীৱন ধাৰণ কৰিছিল আৰু সেইকাৰণেই বোধহয় তেখেতে জনতাৰ হৃদয়-মন জয় কৰি হৈ পৰিছিল মহান শিল্পী।

আখৰাগৃহত থাকোঁতে এটা সৰু ঘটনা মনত পৰিছে যিটো ঘটনাই আজিও মোৰ মনত

তেখেতৰ মহানতা, তেখেতৰ উদাৰতা, এজন শিল্পীঅন্তৰত লুকাই থকা প্ৰকৃত শিল্পীৰ পৰিচয় চিৰজাগ্ৰত হৈ আছে মোৰ অন্তৰত।

ৰাভা ককাইদেউ আখৰাত শিল্পীসকলৰ লগত ব্যস্ত, এনেতে তেখেতৰ তেজপুৰৰ ঘৰৰ পৰা খবৰ আহিল যে নবৌৰ অসুখ।

... দাদ... নবৌৰ হেনো অসুখ। আপুনি এবাৰ ঘৰৰপৰা পাক এটা মাৰি আহক।

এই সময়ত মই ইয়াৰপৰা গ'লে তোমাৰ ক্ষতি হ'ব। নাযাওঁ দিয়া, যদি অসুখ বেছি হয় তেতিয়া যাম বাৰু।

নহয় দাদা, মোৰ একো ক্ষতি নহয় আপুনি এবাৰ গৈ আহক, অসুখ বুলি খবৰ দিছে যেতিয়া নগ'লে বেয়া কথা হ'ব, অসুখটো বেছিও হ'ব পাৰে। যদি অসুখ বেছি নহয় তেনেহ'লে আপুনি এদিন থাকিয়ে গুচি আহিব।

— হ'ব ধৰণী, কাইলৈ ৰাতিপুৱাৰ বাছত যাম বাৰু। পিছদিনা ৰাতিপুৱা ৰাভা ককাইদেউৱে কাপোৰ-কানি পিন্ধি বাছত উঠিবৰ কাৰণে লৰ দিছে। মোক মাতবাৰও দিয়া নাই, মই দেখা পাই চিঞৰিলো দাদা শুনক, মোৰ চিঞৰ শুনি ককাইদেউৱে উভতি আহিলে।

কি হ'ল ধৰণী, আকৌ মাতিলা যে, বাছখন নাপাম এতিয়া—

দাদা, ইয়াৰ পিছতো বাছ পাব। কিন্তু আপুনি যে যাব ওলাইছে লগত টকা/ পইচা আছে জানো। বাছৰ ভাড়া ক'ৰপৰা দিব? মইতো আপোনাক টকা দিয়া নাই।

— হয়তো, টকা দেখোন নাই, মনতেই নাই।

— তেনেহ'লে মোক মাত নলগাকৈ বাছত উঠিবলৈ কিয় দৌৰি গৈছিল? আদবাটতে ভাড়া নাপাই কণ্ডাক্টৰে বাছৰপৰা নমাই দিলে কি কৰিলেহেঁতেন?

— কণ্ডাক্টৰক ক'লোহেঁতেন দিয়া, মই বিষ্ণু ৰাভা, টকা আনিবলৈ পাহৰি গ'লো, মোক তেজপুৰলৈ লৈ যোৱা, এই বুলি কৈ আকৌ সেই চিনাকী টেক টেক হাঁহি ৰাভা ককাইদেউৰ। কিমান আপোনভোলা, সহজ-সৰল মানুহ আছিল ৰাভা ককাইদেউ।

মই তেখেতৰ হাতত টকা ৫০০.০০ (পাঁচশ) গুজি দিলো। তেখেতে টকাখিনি গণি লৈ ক'লেঃ

ইমান টকা কিয় দিছা? মোৰ প্ৰয়োজন নাই নহয়— এইবুলি কৈ তেখেতে হিচাপ কৰি অহা-যোৱা ভাড়া আৰু ৰাস্তাৰ খৰছ বাবদ ১০০ টকা ৰাখি বাকীখিনি মোক ঘূৰাই দি ক'লে—

ধৰণী এই সময়ত তোমাৰহে টকাৰ বৰ বেচি প্ৰয়োজন, ইমান ডাঙৰ অনুষ্ঠান এটাৰ জন্ম দিছা ইমানবোৰ শিল্পীক খুৱাব লাগে, কিমান যে নতুন নতুন বস্তু কিনিব লাগে, গতিকে এইখিনি তুমি ৰাখি থোৱা।

নালাগে দাদা, মোৰ অসুবিধা নহয়, আপুনি টকাখিনি লৈ থওকচোন, ক'বতো নোৱাৰি, নবৌৰ বা কেনে অসুখ, ডাক্তৰ দৰৱ পাতি— টকাৰ প্ৰয়োজন হ'ব পাৰে।

সেইবিলাক তুমি চিন্তা কৰিব নালাগে। তেজপুৰ পালে সকলো ব্যৱস্থা হৈ যাব, লোৱা ৰাখি থোৱা।

মই টকাখিনি ঘূৰাই নলওঁ, ককাইদেৱে নেৰে, শেষত উপায়ন্তৰ হৈ টকাখিনি ঘূৰাই ল'লো আৰু ভিতৰলৈ গৈ এটা খামত টকাখিনি ভৰাই খামটো বন্ধ কৰি নবৌৰ নামটো লিখি ককাইদেউক

ক'লো।

দাদা, এই চিঠিখন নবৌক দিব, ক'বতো নোৱাৰি আপুনি তেজপুৰলৈ গৈ যদি অন্য কামত ব্যস্ত হৈ ইয়ালৈ অহাটো পাহৰি যায়। সেয়ে চামতালৈ অহাৰ কথাটো মনত পেলাই দিবলৈ নবৌলৈ লিখিছোঁ।

দিয়া দিয়া কামটো ভালেই কৰিছা দিয়া—

এজন প্ৰকৃত শিল্পীৰ এটা সুন্দৰ মনৰ পৰিচয়ৰ বাবে এইটো ঘটনাই যথেষ্ট নহয় জানো? ৰাভা ককাইদেউৰ সৰলতা উদাৰতা, নিৰহঙ্কাৰী, ত্যাগৰ, তেখেতৰ মহানুভাৱতাৰ পৰিচয়ৰ বাবে আৰু এটা ঘটনাৰ কথা কওঁ। ঘটনাটোত ৰাভা ককাইদেউৰ লগত ব্ৰজেন বৰুৱাদেৱ জড়িত আছিল। অসমৰ বিভিন্ন ঠাইত নাট প্ৰদৰ্শন কৰি ঘূৰি ফুৰিছোঁ। ৰাভা ককাই, ব্ৰজেন বৰুৱা প্ৰায়েই দলৰ লগত ঘূৰিছিল। তেতিয়া আমি সকলো শিল্পী এখন বাছতে অহা-যোৱা কৰোঁ। এই দুজনা মহান শিল্পীও আনবোৰৰ লগত একেখন বাছত গৈছিল, তেখেতসকলৰ কাৰণে অহা-যোৱাৰ বাবে বেলেগ গাড়ীৰ প্ৰয়োজন নহৈছিল। বাছত যাওঁতে আন আন শিল্পীৰ লগত ধেমালি কৰি গৈছিল। গন্তব্যস্থান পালেই দুয়ো ততাতৈয়াকৈ বাছৰপৰা নামি, কান্ধত কাপোৰৰ মোনা আৰু কাষলতিৰ তলত বেডিং (বেডিং বুলিবলৈ, এখন বিছনা-চাদৰ, এখন কম্বল আৰু এটা গাৰু) সাৰটি লৈ দৌৰ মাৰিছিল স্কুল ঘৰৰ ৰুমলৈ ( সেই সময়ত শিল্পীসকলক থকা মেলাৰ কাৰণে প্ৰায়েই স্কুল ঘৰ দিছিল) এটা ৰুমত সোমাই নিজে ডেস্ক কঢ়িয়াই দুখন বিছনাৰ বাবে চাৰিখন ডেস্ক যোগাৰ কৰি তাত নিজৰ নিজৰ নাম চকমাটিৰে লিখি থৈছিল যাতে তাক আনে দখল কৰিব নোৱাৰে। তেখেতসকলৰ এইবোৰ কামত আনে সহায় কৰাটো নিবিচাৰিছিল। এইবোৰ কৰি বেলেগ এটা আনন্দ পাইছিল। খোৱাৰ ক্ষেত্ৰতো নাছিল কোনো ওজৰ-আপত্তি। সন্মুখত যি দিছিল তাকে পৰম তৃপ্তিৰে খাইছিল।

সঁচা অৰ্থত 'শিল্পী'। এজন প্ৰকৃত শিল্পী, এজন শিল্পী সাধকৰ দেহত থাকিবলগীয়া সকলোবোৰ গুণেই আছিল বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ। সেই কাৰণেই তেখেত মহান, এজন কলা-সংস্কৃতিৰ সাধক, সংস্কৃতিৰ পূজাৰী, অসমীয়া সাংস্কৃতিক জগতৰ কাণ্ডাৰী প্ৰবাদপুৰুষ কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা।

আজিৰ যুগৰ শিল্পীসকলে বিষ্ণু ৰাভা, ফণী শৰ্মা, জ্যোতিপ্ৰসাদ আগৰৱালা, ব্ৰজ শৰ্মা আদি মহান শিল্পীসকলৰ জীৱন-দৰ্শন, তেখেতসকলৰ আদৰ্শ, ত্যাগ, নিৰহঙ্কাৰী মনোভাৱ, তেখেতসকলৰ সহিষ্ণুতা ইত্যাদি গুণবোৰ উপলব্ধি কৰক, সেইবোৰ আহৰণ কৰিবলৈ চেষ্টা কৰক। এওঁলোকেই শিল্পীৰ পৃথিৱীখন সুন্দৰ কৰি তুলিব লাগিব। কলা সংস্কৃতিৰ পথাৰখন সোণগুটীয়া শস্যৰে নদন-বদন কৰি তুলিব লাগিব। বয়োজ্যেষ্ঠ শিল্পীসকলৰ আশীৰ্বাদ সদায় থাকিব তেওঁলোকলৈ।■

(মঞ্চসূৰ্য শ্ৰীধৰণী বৰ্মণ সংগীত নাটক অকাডেমী বঁটা প্ৰাপক)

# বিষ্ণু ৰাভাৰ গীত আৰু সঙ্গীত

— কীৰ্তি কমল ভূঞা

ঐতিহাসিক দৃষ্টিকোণৰপৰা বিচাৰ কৰি চালে বিগত কুৰি শতিকাৰ প্ৰথম দশকটো অসমৰ বাবে এক গুৰুত্বপূৰ্ণ আৰু গৌৰৱময় দশক হিচাপে চিহ্নিত হ'বৰ যোগ্য। এই বিশেষ দশকটোতে জন্মলাভ কৰিছিল পাৰ্বতী প্ৰসাদ বৰুৱা, অতুল চন্দ্ৰ হাজৰিকা প্ৰমুখ্যে ভালেকেইগৰাকী বিশিষ্ট কবি সাহিত্যিকৰ উপৰি অসমৰ আৰু তিনিগৰাকী সু-সন্তানে, যাৰ জীৱন আৰু কৰ্মৰ চানেকি অসমীয়াৰ জাতীয় জীৱনৰ গৌৰৱস্বৰূপ হৈ আছে আৰু চিৰকালেই থাকিব। তেওঁলোক হ'ল অসমীয়া কথাছবিৰ জনকস্বৰূপ বহুমুখী প্ৰতিভাসম্পন্ন জ্যোতিপ্ৰসাদ আগৰৱালা, বাংলা কথাছবিৰ পৰিচালক তথা অভিনেতা হিচাপে সৰ্বভাৰতীয় প্ৰেক্ষাপটত প্ৰোজ্জ্বল প্ৰমথেশ বৰুৱা আৰু জীৱদ্দশাতে কিম্বদন্তিৰ নায়ক আখ্যাৰে বিভূষিত কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা। প্ৰথম দুগৰাকীৰ জন্ম হৈছিল ১৯০৩ চনত আৰু তৃতীয়গৰাকী অৰ্থাৎ বিষ্ণুপ্ৰসাদ ৰাভাই জন্মলাভ কৰিছিল ১৯০৯ চনৰ ৩১ জানুৱাৰী তাৰিখে। আমাৰ এই চমু লেখনিত, এইজনা ক্ষণজন্মা প্ৰতিভা বিষ্ণুপ্ৰসাদ ৰাভাৰ গীত আৰু সঙ্গীতৰ বিষয়ে আমাৰ সীমিত সাধ্যানুসাৰে আলোচনাৰ চেষ্টা কৰা হ'ব।

উল্লিখিত আলোচনাৰ পিনে আগবাঢ়িবৰ বেলিকা বিষ্ণু ৰাভাৰ সাহিত্য তথা সঙ্গীত প্ৰতিভাৰ স্ফুৰণ সিবোৰৰ ক্ৰমাগত বিকাশ সম্পৰ্কে স্বাভাৱিকতেই কিছুকথা আমাৰ মনলৈ আহে। বিষ্ণু ৰাভাৰ জন্ম হৈছিল ঢাকাত, য'ত তেওঁৰ দেউতাক গোপাল চন্দ্ৰ ৰাভা ব্ৰিটিছ সেনা বাহিনীৰ এডিকং চুবেদাৰ মেজৰ হিচাপে কৰ্মৰত আছিল। তেওঁৰ পঢ়াশলীয়া শিক্ষাও সাং হৈছিল সেই ঢাকাতে। সেইদিনত ঢাকাৰ দৰে চহৰৰ সংস্কৃতিপ্ৰেমী শিক্ষিত বাঙালী সমাজত বৈঠকী গানৰ, তদুপৰি সেনাবাহিনীৰ উচ্চপদস্থ বিষয়াবৰ্গৰ মনোৰঞ্জনৰ অৰ্থে নৃত্য-গীত আদিৰ আয়োজন হোৱাৰ কথা জনা যায়। হয়তোবা এনে সাঙ্গীতিক পৰিৱেশৰ প্ৰভাৱে ৰাভাৰ অন্তৰত সুপ্ত আৰু ব্যক্তিত্বত সঞ্চিত হৈ থকা সঙ্গীত তথা কাব্য-প্ৰতিভাৰ বিকাশ সাধনত পৰোক্ষভাৱে হ'লেও অৰিহণা যোগাইছিল। আনহাতে দেউতাকে সৰুতেই তেওঁক সঙ্গীতৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল আৰু সেই অনুসাৰে ওস্তাদ কালাচাঁদ গহৰজান বিবি আৰু মতি মিঞা প্ৰমুখ্যে সেই সময়ৰ ঢাকা চহৰৰ বিশিষ্ট সঙ্গীত সাধক আৰু গুৰুসকলৰপৰা ৰাভাই সঙ্গীতৰ শিক্ষা গ্ৰহণ কৰাৰ সুযোগ পাইছিল। দৰাচলতে ক'বলৈ গ'লে সেই কম বয়সতে কেৱল শিল্পীজনেই নহয়, বৰং খেলুৱৈ, নৃত্যবিদ, কবি-সাহিত্যিক, অভিনেতা আদি বহুমুখী প্ৰতিভাসম্পন্ন ভৱিষ্যতৰ বিষ্ণু ৰাভা নামৰ মানুহজনৰ গুণাৱলীৰ বিকাশৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল। সৰ্বোপৰি ৰাভাৰ স্বদেশপ্ৰেমিক বিপ্লৱী সত্তাৰ স্ফুৰণো আমি দেখা পাওঁ তেওঁৰ তৎকালীন এনে একোটি কাৰ্যৰ মাজেৰে য'ত তেওঁ কোচবেহাৰৰ ৰজাৰ বাহিৰ দুৱাৰত লিখে—

"ৰ্যাজে আছে দুইতি পাঠা,
একটি কালো একটি সাদা।
ৰাজ্যেৰ যদি মঙ্গল চাও,
দুইটি পাঠাই বলি দাও।"

এইদৰেই বিদেশী শাসকৰ শোষণ-শাসনৰ বিৰুদ্ধে সংগ্ৰামত নমা তেওঁৰ বৰিষ্ঠ আৰু সমনীয়া সতীৰ্থসকলৰ প্ৰতি সহমৰ্মিতা প্ৰকাশ কৰিছিল ৰাভাই। উক্ত পদ্যফাকিত তেওঁ 'সাদাপাঠা' ব্ৰিটিছ্ শাসনৰ মুৰব্বী হকিন্সন চাহাব আৰু তেওঁৰ একান্ত অনুগত, সহযোগী ভাৰতীয় বিষয়া 'কালো পাঠা' নলিনী ৰঞ্জন খাস্তগীৰ আতিশয্যৰ বিৰুদ্ধে নিজৰ প্ৰতিবাদ সাব্যস্ত কৰিছিল। ইয়াৰ পিছৰেপৰাই ছাত্ৰজীৱনৰ ভিন ভিন পৰ্যায়ত ভিন্ন ৰূপ আৰু মাত্ৰাত তেওঁ ব্ৰিটিছৰ বিৰুদ্ধে নিজৰ স্বতঃস্ফূৰ্ত প্ৰতিবাদৰ প্ৰকাশ অব্যাহত ৰাখিছিল। ফলস্বৰূপে বিদেশী চৰকাৰৰ ৰোষত পৰি তেওঁৰ শিক্ষা-জীৱন বাৰুকৈয়ে ক্ষতিগ্ৰস্ত হৈছিল আৰু তীক্ষ্ণ মেধা আৰু অৰ্হতাৰ অধিকাৰী হোৱা সত্বেও স্নাতক ডিগ্ৰী ব্যতিৰেকেই নিজৰ শিক্ষা-জীৱনৰ সামৰণি মাৰিবলগা হৈছিল। কিন্তু ব্ৰিটিছৰ ৰোষে, বিশ্ববিশ্ৰুত পণ্ডিত ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ বৰ্ণিত 'পূৰ্ণ মানৱ' বিষ্ণু ৰাভাৰ অতুলনীয় ব্যক্তিত্বৰ গঠন আৰু বিকাশ কোনোৰূপেই প্ৰতিবন্ধিত কৰিব নোৱাৰিলে। বৰং বিদেশী শাসকৰ দমনমূলক আচৰণে তেওঁক দুগুণ উছাহেৰে স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰিবলৈ অনুপ্ৰাণিতহে কৰিলে। এফালে পৰ-শৃঙ্খলিত দেশমাতৃৰ মুক্তিৰ তাড়না, আনফালে সাহিত্য-সঙ্গীত, কলাৰ জগতত ন ন সৃষ্টিৰ তাড়না— এই দুই তাড়নাই হৃদয় তোলপাৰ কৰি ৰখা বিষ্ণু ৰাভাজনক কালক্ৰমত আমি পালো আগশাৰীৰ গীতিকাৰ, সুৰকাৰ, সঙ্গীতজ্ঞ আৰু সঙ্গীতৰ নিষ্ঠাৱান গৱেষক হিচাপেও।

এইকথা অনস্বীকাৰ্য যে গীতিকাৰ হিচাপে বিষ্ণু ৰাভা আছিল এক তুলনাবিহীন স্বকীয় বৈশিষ্ট্যৰে সু-সমৃদ্ধ। তেওঁৰ ৰচিত গীতৰাজিৰ মাজত সাধাৰণতে পাঁচটা ধাৰাৰ অৱস্থিতি লক্ষ্য কৰা যায়। সেইসমূহ হ'ল অকণিহঁতৰ বাবে লিখা গীত, ৰোমাণ্টিক ভাবনা বা প্ৰেমৰ গীত, দেশাত্মবোধক গীত, বিপ্লৱৰ গীত আৰু ভক্তিমূলক গীত। প্ৰসঙ্গতঃ অৱশ্যে উল্লেখ্য যে উক্ত পাঁচটা ধাৰাৰ প্ৰতিটোতে গীতৰ সংখ্যা এক অৰ্থত কিছু সীমিত বিধৰ। কিন্তু এই প্ৰতিটো গীতেই একোটি সুসংহত নিটোল সৃষ্টি যি অসমীয়া গীতি-সাহিত্য আৰু সঙ্গীতলৈ ৰাভাদেৱৰ অমূল্য অৱদান স্বৰূপে ইতিপূৰ্বেই স্বীকৃত হৈছে। যি যি কি নহওক, উপৰিউক্ত পাঁচটা ধাৰাৰ প্ৰথমটোৰ গণ্ডীৰ ভিতৰত পৰা বিশেষভাৱে জনপ্ৰিয় কেইটিমান গীত হ'ল— 'বিলতে হালিছে ধুনীয়া পদুমী', 'টিলাই টিলাই ঘূৰি ফুৰে উলাহেৰে খামতি ছোৱালী', 'উটি যা ৰূপালী নাওঁ' আদি। শিশু মনৰ কোমল ভাবনাৰ প্ৰকাশেৰে লিখা আৰু শিশুৱে গাব পৰা সহজ, আকৌ শুৱলা সুৰে গীতসমূহক শিশুহঁতৰ বাবে অতি আকৰ্ষণীয় কৰি তুলিছে।

'লগন উকলি গ'ল তেওতো নহ'লে কোৱা', 'পৰজনমৰ শুভ লগনত যদিহে আমাৰ হয় দেখা', 'লুইতৰ পাৰৰে ৰূপহী কুঁৱৰী' আদি কিছুসংখ্যক গীত তেওঁৰ ৰোমাণ্টিক ভাবনাৰে সৃষ্ট সফল জনপ্ৰিয় গীত হিচাপে চিহ্নিত হৈছে যিবোৰত প্ৰেমিক হৃদয়ৰ ব্যাকুলতাই প্ৰাণৱন্ত ৰূপত ধৰা দিছে। সহজ-সৰল অন্তস্পৰ্শী ভাষা, তাৰে সৈতে ৰজিতা খোৱা সুৰত এক মধুৰ বেদনাৰ অনুৰণন হ'ল এই ধাৰাৰ গীতৰ অন্যতম বৈশিষ্ট্য।

আনহাতে দেশাত্মবোধক গীতৰ শাৰীত পৰা বিষ্ণু ৰাভাৰ বিখ্যাত গীতকেইটিৰ ভিতৰত আছে— 'নিচলা আইৰে আমি খাটি অসমীয়া', 'আই মোৰ ভাৰতী জননী', 'অ অসমীয়া ডেকাদল' আদি। ইয়াৰে প্ৰথম দুটি গীতত বিদেশী শাসন-শোষণৰ দ্বাৰা পীড়িতা দেশ জননীৰ দুখ-বেদনাৰ কথনৰ মাজেৰে আৰু তৃতীয়টি গীতত দেশৰ অতীতৰ শৌৰ্য-বীৰ্যৰ কথা সোঁৱৰাই ডেকাশক্তিকে মুখ্য কৰি সমূহ দেশবাসীক মুক্তি-সংগ্ৰামৰ হকে উদ্বুদ্ধ কৰি তোলাৰ প্ৰয়াস কৰা হৈছে।

বিষ্ণু ৰাভাৰ বিপ্লৱী ধাৰাৰ গীতসমূহে কৃষক-বনুৱাকে ধৰি গাঁৱে-ভূঞে সৰ্বসাধাৰণ ৰাইজৰ মাজত বিশেষ জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হৈছিল। 'ভাঙ ভাঙ ভাঙ, লোহাৰ শিকলি ভাঙ', 'ব'ল ব'ল ব'ল কৃষক শক্তিদল', 'ৰক্ত লিখনিৰে লিখি যাম' আদি হ'ল এই ধাৰাৰ উল্লেখনীয় গীত। এইলানি গীতত কৃষক মজদুৰ, শোষিত-পীড়িতক আপোন অধিকাৰ লাভৰ অৰ্থে সংগ্ৰামত অৱতীৰ্ণ হ'বলৈ উদ্‌গনি দিয়াৰ লগতে তেওঁ 'ধনী-মহাজন জমিদাৰ'ৰ প্ৰতিও সাৱধানবাণী শুনাইছিল এইদৰে

'দুখীয়াৰ কলিজা নিঙাৰি লব
টুপি টুপি তেজ শুহি শুহি পিব
... ... ... ... ... ... ...
হুঁচিয়াৰ! হুঁচিয়াৰ!
ধনী মহাজন জমিদাৰ হুঁচিয়াৰ'...

ৰাভাদেৱৰ ভক্তিমূলক গীতৰাজিৰ ভিতৰত 'গুৰু মোৰ শঙ্কৰ তৰিবৰে কিনো উপায়', 'সুৰৰে দেউলৰে ৰূপৰে শিকলি', 'আজি মন্দিৰ দুৱাৰ খোলা', 'অ' পূজাৰী আদৰি দিলো এই বৰণ শৰাই প্ৰমুখ্যে অতি জনপ্ৰিয় বহুল প্ৰচলিত গীতকেইটিৰ কথাই পোনতে মনলৈ আহে।

সঙ্গীতজ্ঞ হিচাপে বিষ্ণু ৰাভা আছিল সঙ্গীতৰ তত্ত্বগত আৰু প্ৰায়োগিক উভয় দিশতে অগাধ জ্ঞানৰ অধিকাৰী ব্যক্তি। অসমৰ আইনাম, ধাইমান, বিহুনাম, নিচুকনি গীত, কামৰূপ আৰু গোৱালপাৰা অঞ্চলৰ থলুৱা লোকসঙ্গীতৰ শাৰীত পৰা নানান গীত-মাত, ভক্তিভাৱৰ প্ৰকাশক নাম-কীৰ্তন, ঘোষা-ওজাপালি, পদ, জিকিৰ-জাৰী, মাৰ্গীয় সঙ্গীতৰ অন্তৰ্গত বৰগীতৰ উপৰি ৰাজ্যখনৰ প্ৰতিটো জনজাতীয় গোষ্ঠীৰে গীত-মাতৰ সুৰ-সঞ্চাৰৰ জ্ঞানেৰে তেওঁ শিল্পী আৰু সুৰকাৰ প্ৰাণ অনুৰণিত আন্দোলিত হৈ আছিল। 'চিৰাজ' বোলছবিত সঙ্গীত পৰিচালক হিচাপে কাম কৰি তেওঁ নিজৰ সঙ্গীত প্ৰতিভাৰ উজ্জ্বল স্বাক্ষৰ ৰাখি থৈ গৈছে। ৰাভাদেৱেই আছিল অসমৰ প্ৰথমগৰাকী সঙ্গীতজ্ঞ যি উত্তৰ ভাৰতীয় (হিন্দুস্তানী) আৰু কৰ্ণাটকী সঙ্গীতৰ ধাৰাৰ লগতে ভাৰতীয় সঙ্গীতৰ তৃতীয় এটি ধাৰাৰ কথা উল্লেখ কৰিছিল— "মোৰ মতে ভাৰতত তিনিটা সঙ্গীত-পদ্ধতি আছে : হিন্দুস্তানী সঙ্গীত-পদ্ধতি, কৰ্ণাটকী সঙ্গীত-পদ্ধতি আৰু কামৰূপীয়া সঙ্গীত পদ্ধতি। কামৰূপীয়া সঙ্গীত-পদ্ধতিৰ নিজস্ব তাল আছে, ৰাগ আছে, নৃত্য আছে। তালৰ মাত্ৰা বিচিত্ৰ আৰু বিজ্ঞানসম্মত। তাল বহু আছে, যেনে— ৰূপক, একতালী, পৰিতাল, খৰমান, যতি ইত্যাদি। ৰাগও তেনে। যেনে— বেলোৱাৰ আশাৱৰী, কানাড়া, পূৰ্বী কল্যাণ ইত্যাদি। ... গতিকে সঙ্গীতত অসমীয়াৰ এনে বহুমূলীয়া ধন থাকিও আজি জগতৰ আগত ভালকৈ দেখুৱাবলৈ অসমীয়া অপাৰগ।..." ('অসমীয়া কৃষ্টি' : 'বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা

সম্ভাৰ'।) উল্লেখ্য যে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাদেৱেও কামৰূপী সঙ্গীতৰ একালৰ প্ৰসিদ্ধিৰ কথা উনুকিয়াই থৈ গৈছে, যি সঙ্গীত ৰাভাদেৱৰ মতে এসময়ত আজিৰ উত্তৰ বঙ্গ পৰ্যন্ত ব্যাপ্ত আছিল। কিন্তু পৰৱৰ্তী সময়ত এই সঙ্গীতৰ বিষয়ে কোনো চৰ্চা-গৱেষণা আদি হোৱা নাই। সেয়েহে ৰাভাদেৱৰ সদ্যোল্লিখিত খেদোক্তি আজিও প্ৰাসঙ্গিক হৈয়ে আছে।

স্মৰ্তব্য যে বিষ্ণু ৰাভাৰ সমুদায় গীত-মাততে তেওঁৰ সাঙ্গীতিক প্ৰতিভা তথা জ্ঞানৰ প্ৰকাশ চিৰ দীপ্তিমান হৈ আছে আৰু সদায়ে থাকিব। সুৰকাৰ হিচাপে তেওঁ আছিল বৈজ্ঞানিক চেতনাৰে সমৃদ্ধ। তেওঁৰ এই বৈজ্ঞানিক মানসিকতাৰ প্ৰকাশ প্ৰণালীবদ্ধ ৰূপত মূৰ্ত হৈ উঠিছে— 'সুৰৰে দেউলৰে', 'নাহৰ ফুলে নুশুৱায়', 'বিশ্বৰে ছন্দে ছন্দে' আদি বিভিন্ন গীতত। আনহাতে এই লেখনিত পুৰ্বোল্লিখিত 'গুৰু মোৰ শঙ্কৰ' প্ৰমুখ্যে ভক্তিমূলক গীতকেইটি তেওঁ, নাম-কীৰ্তন-ঘোষা-বৰগীতৰ ভক্তিৰসপূৰ্ণ সুৰ আৰু লোকসঙ্গীতৰ সুৰৰ সংমিশ্ৰণেৰে অতি শুৱলাকৈ সজাই তুলিছে। আকৌ 'উটি যা ৰূপালী নাও'ৰ দৰে কিছুসংখ্যক গীতৰ হিন্দুস্তানী শাস্ত্ৰীয় সঙ্গীতৰ ৰাগৰ প্ৰতিধ্বনি অনুৰণিত হৈ উঠা শুনা যায়। অসমৰ থলুৱা গীত-মাতৰ সুৰৰ সৈতে পশ্চিমীয়া সুৰৰ সমন্বয়ত সৃষ্টি হৈছে— 'বিশ্বৰে ছন্দে ছন্দে' আৰু 'নিচলা আইৰে আমি খাটি অসমীয়া' আদি ভালেসংখ্যক গীত। অসমৰ থলুৱা সুৰৰ, ল'ৰা-ছোৱালীৰ ওমলা বা খেলা গীতৰ সুৰৰ আভাস, 'বিলতে হালিছে' বা 'টিলাই টিলাই ঘূৰি ফুৰে' আদি কেতবোৰ গীতত মূৰ্ত হৈ উঠা পোৱা যায়। 'অ' অসমীয়া ডেকাদল', 'ব'ল ব'ল ব'ল কৃষক শক্তিদল' আদি তেওঁৰ দেশাত্মবোধক আৰু বিপ্লৱী ভাবধাৰাৰ গীতসমূহত পশ্চিমীয়া সুৰৰ লগতে খেলাৰ কুচ-কাৱাজৰ তালৰ প্ৰভাৱ লক্ষ্য কৰা যায়। 'পৰজনমৰ শুভলগনত', 'লগন উকলি গ'ল' আৰু 'মোৰ কবিতাৰ ছন্দ লাগি'— এই গীতকেইটিক কথা, সুৰ আৰু গায়ন— তিনিওটি দিশৰে পৰাই ৰাভাদেৱৰ শ্ৰেষ্ঠ সৃষ্টিৰ নিদৰ্শন হিচাপে বিজ্ঞ আৰু ৰসজ্ঞসকলে মত পোষণ কৰে। এনেবোৰ গীত মাতৰ উপৰি ৰাভাদেৱে সিদিনা 'পালা' নামেৰে জনপ্ৰিয় হৈ পৰা 'বিদ্ৰুৱতী', 'বৰদৈচিলা', 'বেউলা', 'শ্ৰীশঙ্কৰদেৱ', আদি ভালেসংখ্যক গীত-মাত-নাট সমন্বিত সৃষ্টি কৰিছিল য'ত তেওঁৰ কবি, নাট্যকাৰ-গীতিকাৰ সঙ্গীতজ্ঞৰ প্ৰতিভাৰাজিৰ সু-সমন্বিত প্ৰকাশ লক্ষ্য কৰা যায়।

আলোচিত সৃষ্টিসমূহৰ মাজেৰে গীতিকাৰ সুৰকাৰ সঙ্গীতজ্ঞ হিচাপে ৰাভাদেৱৰ ব্যক্তিত্বৰ ওপৰত আলোকপাত কৰাৰ চেষ্টা কৰা হ'ল। এই সমুদায় সৃষ্টিমূলক অৰিহণাৰ বাবে বিষ্ণু ৰাভা অমৰ হৈ থাকিব। কিন্তু আমি ভাবোঁ বিষ্ণু ৰাভাৰ অমৰত্বৰ প্ৰতি তেতিয়াহে যথাৰ্থ সন্মান প্ৰদৰ্শন কৰা হ'ব যেতিয়া তেওঁৰ সৰ্বতোমুখী প্ৰতিভাৰ, গৱেষণাপ্ৰসূত আৰু বস্তুনিষ্ঠ মূল্যায়ন হ'ব, যেতিয়া আমি তেওঁক জগতসভাত অধিক উজ্জ্বল, অধিক ব্যাপ্ত ৰূপত প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হ'ম। আমি এই মহৎ কামৰ দায়িত্ব অধিক যোগ্য আৰু বিজ্ঞ উত্তৰসূৰীলৈ এৰিলো। ■

সংস্কৃতিৰ গৰখীয়া বাটেৰে

# ৰাজনীতিৰ পথাৰত সৈনিক শিল্পী...

— ৰুকমল হাজৰিকা

নিজৰ দেশ আৰু ৰাজ্যখনৰ সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক ইতিহাসৰ অধ্যনয়পুষ্ট জ্ঞান, বিভিন্ন ভাষা-ভাষী, ধৰ্ম-কৃষ্ট-সংস্কৃতিৰ মিলনভূমিৰ প্ৰায় সকলো জনগোষ্ঠীৰেই জাতিগত কিম্বা গোষ্ঠীগত ধৰ্ম-ভাষা-কৃষ্টি আদিৰ উৎপত্তি, ক্ৰমবিকাশৰ বুৰঞ্জীও সংস্কৃতিবান গৱেষকৰ দৃষ্টিৰে পৰ্যবেক্ষণপূৰ্বক হৃদয়েৰে উপলব্ধি কৰিব পৰা সব্যসাচী পুৰুষজনেই হ'ল বিষ্ণুপ্ৰসাদ ৰাভা। মানৱীয় প্ৰমূল্যক আগত ৰাখি, সমাজ জীৱনৰ প্ৰতি গভীৰ আস্থা আৰু বিশ্বাস স্থাপনেৰে সাম্যবাদী চিন্তাৰ ক্ষেত্ৰখনত এগৰাকী সম্পূৰ্ণ মানুহৰ ৰূপত বিচৰণ কৰি প্ৰত্যয়ৰ স্বাক্ষৰ ৰাখি থৈ গ'লেও বিষ্ণু ৰাভাক জীৱিতকালত মূল্যবোধৰ ৰাজনীতিত বিশ্বাসী ৰাজনৈতিক ব্যক্তিত্ব কিম্বা সমাজৰ দুৰ্গত শ্ৰেণীটোৰ উন্নয়নৰ বাবে সৰ্বস্ব ত্যাগ কৰি সংগ্ৰাম চলাই যোৱা এগৰাকী মহান সমাজসেৱক হিচাপে স্বীকৃতি দিয়া নহ'ল। এগৰাকী 'সম্পূৰ্ণ মানুহ' বিষ্ণুপ্ৰসাদ ৰাভা, সৰ্বসাধাৰণ অসমীয়াৰ সমাজখনত তেওঁৰ সংগ্ৰামী মন, শোষিত-বঞ্চিত-দুখীয়া জনগণৰ স'তে একাত্ম হ'ব পৰা উদাৰতা, মূল্যবান ৰচনাৰাজি, সমাজ পৰিৱৰ্তনৰ অভিলাষী চিন্তা আৰু কুটিলতাবৰ্জিত ৰাজনৈতিক চেতনাৰ বাবেই অসমৰ সমাজ জীৱনত পৰিচিত আৰু প্ৰতিষ্ঠিত। এগৰাকী প্ৰকৃত জননেতা তথা ৰাজনীতিকৰ থাকিব লগা সকলো গুণ থকা সত্বেও কিন্তু বিষ্ণুপ্ৰসাদ ৰাভা 'সম্পূৰ্ণ ৰাজনীতিবিদ' হ'ব পৰা নাছিল— এই কথা বিষ্ণু ৰাভায়ো বৰ্তমানৰ প্ৰেক্ষাপটত হয়তো স্বীকাৰ কৰিলেহেঁতেন। কাৰণ বিষ্ণুপ্ৰসাদ ৰাভা আছিল এগৰাকী ঝাঞ্জাবিজয়ী শিল্পী। আৰু শিল্পীৰূপেহে ৰাজনীতিৰ ক্ষেত্ৰখনত সোমাই পৰিছিল। ইয়াৰ তাৎপৰ্য তেওঁ ব্যাখ্যা কৰিছে এনেদৰে— 'ৰাজনৈতিক দলবোৰে এখন দেশ বা এটা জাতি গঢ়িব পাৰে, কিন্তু তাত প্ৰাণপ্ৰতিষ্ঠা কৰিব নোৱাৰে। প্ৰাণপ্ৰতিষ্ঠা কৰে ৰূপতান্ত্ৰিক সিদ্ধপুৰুষ ঝাঞ্জাবিজয়ী আত্মাৰ গৰাকী প্ৰকৃত শিল্পীয়েহে।'

বিষ্ণুপ্ৰসাদ ৰাভাই বিশেষ ৰাজনৈতিক মতবাদৰ প্ৰতি আস্থা স্থাপন কৰি ৰাজনীতিত যোগদান কৰাৰ পূৰ্বে, ভাৰতৰ স্বাধীনতা আন্দোলনলৈ কিছু বৰঙণি যোগালেও কোনো দল বা লীগৰ স'তে জড়িত হোৱা নাছিল। তেওঁ কলিকতাৰ ৰিপন কলেজত অধ্যয়ন কৰি থকাৰ সময়ত তদানীন্তন কলিকতাৰ ছাত্ৰ সমাজক স্বাধীনতাৰ সংগ্ৰামে অস্থিৰ কৰি তোলাৰ লগতে বিপ্লৱৰ গোপন ষড়যন্ত্ৰই উদ্বুদ্ধ কৰি তুলিলেও বিষ্ণু ৰাভা সেইবোৰৰপৰা দূৰৈত আছিল। তথাপি তেওঁক পুলিচে সন্ত্ৰাসবাদীৰ সন্দেহত হাৰাশাস্তি কৰি যেন বিদ্ৰোহী সত্তাটোকহে জগাই তুলিছিল। তাৰেই প্ৰতিফলন আমি দেখিবলৈ পাওঁ কোচবিহাৰৰ ভিক্টোৰিয়া কলেজৰ ছাত্ৰ হিচাপে দেখুওৱা দুৰ্ধৰ্ষ সাহসৰ মাজত। অকলেই নিশাৰ ভাগত কলেজ, হাইস্কুল, ৰাজপ্ৰাসাদৰ সন্মুখ আৰু

ব্ৰিটিছ ৰিজেণ্টৰ বঙলাৰ গেটত ভাৰতৰ ত্ৰিবৰ্ণ পতাকা উৰুৱাই সকলোকে সতচকিত কৰাই নহয়, স্বাধীনচেতীয়া বিষ্ণুপ্ৰসাদে ৰাজভৱনৰ চৌহদৰ দুৱাৰমুখত, বিদেশী ৰিজেণ্ট আৰু স্বদেশী দেৱানৰ বিৰুদ্ধে— 'ৰাজ্যে আছে দুইটি পাঠা/ একটি কালো একটি সাদা/ ৰাজ্যেৰ যদি মঙ্গল চাও/ দুইটি পাঠাই বলি দাও' বুলি লিখি আঁৰি দিয়া চাৰি শাৰীৰ বাংলা কবিতাৰে তেওঁৰ ভাবীকালৰ ৰাজনৈতিক দৰ্শন উন্মেষিত কৰি, অন্তৰত সুপ্ত হৈ থকা সত্তাটোক পৰম আস্থাৰে সজাগ কৰিছিল। পৰৱৰ্তী কালত সাম্ৰাজ্যবাদী ব্ৰিটিছ আৰু শোষণকাৰী স্বদেশী বুৰ্জোৱাসকলৰ প্ৰতি প্ৰদৰ্শন কৰা ঘৃণাই তাৰেই স্বাক্ষৰ বহন কৰিছে। আনকি ছাত্ৰ অৱস্থাতে তেজপুৰত নিজেই নেতৃত্ব বহন কৰি চৰকাৰী হাইস্কুলৰ ছাত্ৰসকলক স্বাধীনতাৰ বাণীৰে উদ্বুদ্ধ কৰি স্কুলৰপৰা উলিয়াই আনিয়েই ক্ষান্ত নাথাকি, সমদলযাত্ৰা উলিয়াই স্বাধীনতাৰ ধ্বনিৰে তেজপুৰ চহৰ মুখৰিত কৰা বিষ্ণুপ্ৰসাদ ৰাভাই, লাঠীচালনাৰ বাবে উদ্যত পুলিচ বাহিনীক চ্যালেঞ্জ দি চিঞৰি কৈছিল— 'ৰাইজক ঘৰ নালাগে, ৰাইজক লাগে স্বাধীনতা।' অথচ সেইজন বিষ্ণুপ্ৰসাদেই স্বাধীনতা লাভৰ পিছত নতুনকৈ প্ৰতিষ্ঠিত হোৱা 'ভাৰতীয় ৰাজতন্ত্ৰ' (স্বাধীন চৰকাৰ)ই অৰ্ধাহাৰী, অনাহাৰী, পৰিশ্ৰমী, নিভাঁজ সৰল হোজা জনগণক প্ৰকৃত মুকুতি নিদিয়ে বুলি সন্দিহান হৈ বিপ্লৱৰ পথত নামি পৰিছিল।

বিষ্ণু ৰাভাই পুলিচ, চোৰাংচোৱাৰ হাতত ব্যতিব্যস্ত হৈ শেষত দুখজনকভাৱে ১৯৩১ চনত ছাত্ৰ জীৱনৰেই পৰিসমাপ্তি ঘটালেও যোগ্যতা থকা সত্ত্বেও কোনো ৰাজনৈতিক দলত যোগদান কৰা নাছিল। আনকি ১৯৪৮ চনলৈকে তেওঁ কোনো ৰাজনৈতিক সংগঠনৰ লগত জড়িত হোৱাৰ বিশেষ তথ্য পোৱা নাযায়। এই সম্পূৰ্ণ সময়ছোৱা বিষ্ণু ৰাভাই সংগীতৰ সাধনা, গীতৰ মজলিছ, কবিতা-গীত ৰচনা, নৃত্যচৰ্চা, অভিনয়, বোলছবি নিৰ্মাণ আদিৰ মাজতেই নিজক আবদ্ধ কৰি ৰাখিছিল। ১৯৩৮ চনতেই চিৰবিপ্লৱী বিষ্ণুপ্ৰসাদ ৰাভাক প্ৰলোভিত কৰিব পৰাকৈ বিশ্বকবি ৰবীন্দ্ৰ নাথ ঠাকুৰৰ পৰিয়ালৰ সৌমেন্দ্ৰ নাথ ঠাকুৰৰ কমিউনিষ্ট লীগৰ আন্দোলনৰ প্ৰভাৱ বাৰুকৈয়ে অসমলৈ সম্প্ৰসাৰিত হৈছিল। ৰাভাই প্ৰকৃততে কাৰপৰা বা কাৰ প্ৰভাৱত কমিউনিজমৰ আদৰ্শ গ্ৰহণ কৰিছিল তাৰ সঠিক তথ্য পোৱা নাযায়। 'সৈনিক শিল্পী বিষ্ণু ৰাভা' নামৰ গ্ৰন্থখনত লেখক প্ৰবীণ বৈশ্যই Political History of Assam- ৰ দ্বিতীয় খণ্ডত উদ্ধৃতিৰে উল্লেখ কৰা মতে পবিন ৰায় নামৰ গোৱালপাৰাত কৃষক সংগঠন গঢ়ি তোলা বা তেনে কোনো লোকৰ সান্নিধ্যলৈ আহি তেওঁ কমিউনিষ্ট আদৰ্শত অনুপ্ৰাণিত হোৱা বুলি কোনো কোনোৱে ভাবে। তদুপৰি উক্ত গ্ৰন্থখনত উল্লেখ কৰা মতে সৌমেন ঠাকুৰৰ নেতৃত্বত গুৱাহাটীৰ পাণবজাৰত 'ৰেডিকেল ইনষ্টিটিউট' গঠন কৰি যুৱছাত্ৰক মাৰ্ক্সীয় দৰ্শনৰ আভাস দিয়া হৈছিল আৰু ১৯৩৯ চনত সুধাময় দাসগুপ্তই কমিউনিষ্ট লীগৰ অসম শাখা গঠন কৰে। বিষ্ণু ৰাভাই দলত যোগদান নকৰিলেও লীগৰ কৃষক-বনুৱা পঞ্চায়তৰ লগত জড়িত হৈ গোৱালপাৰা-কামৰূপ আদিৰ বিভিন্ন ঠাই ঘূৰাৰ উপৰি 'নাঙল যাৰ মাটি তাৰ' ধ্বনিৰে আধিয়াৰ আন্দোলনত কিছু ভূমিকা গ্ৰহণ কৰিছিল। তদুপৰি ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সময়ত পশ্চিমবংগত গঢ় লৈ উঠা বামপন্থী আন্দোলনৰ প্ৰভাৱো অসমত পৰিছিল। ইপিনে ১৯৪৩ চনত কমিউনিষ্ট লীগেও বিপ্লৱী কমিউনিষ্ট পাৰ্টি হিচাপে স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ কৰিছিল। কোনো ৰাজনৈতিক মতাদৰ্শত বিশ্বাস স্থাপন কৰি, কিম্বা ৰাজনৈতিক দলৰ অনুগত

সদস্য নোহোৱাকৈয়ে ছাত্ৰ অৱস্থাতেই তেওঁ বাৰ্মাৰ ৰজাৰ স'তে ইংৰাজে ষড়যন্ত্ৰমূলকভাৱে সম্পাদন কৰা ইয়াণ্ডাবু সন্ধিৰ জৰিয়তে অসমৰ স্বাধীনতা হৰণ কৰা কাৰ্যৰ যোগ্য প্ৰত্যুত্তৰ দিবলৈ বিষ্ণুপ্ৰসাদ ৰাভাৰ অন্তৰত জাগি উঠিছিল অদম্য সাহস। তথাপি তেওঁ উল্লিখিত কোনো এটা সংগ্ৰামী দলতেই সেই সময়ত যোগদান কৰাৰ তথ্য পোৱা নাযায়। আনকি তেওঁ ১৯৪৬ চনত নটসূৰ্য ফণী শৰ্মাৰ সৈতে কৰা 'ছিৰাজ' বোলছবিৰ কামত কলিকতাত থাকোঁতে 'বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সক্ৰিয় সদস্য সৌমেন্দ্ৰ নাথ ঠাকুৰৰ সান্নিধ্যলৈ আহি বিপ্লৱী দলটোৰ আদৰ্শ, কাৰ্যসূচী আৰু দৰ্শনৰ প্ৰতি আকৃষ্ট হৈছিল আৰু দলটোৰে সৈতে নিজকে জড়িত কৰি নিৰ্যাতিত, নিপীড়িত জনগণৰ মুক্তিৰ বাবে জীৱন উচৰ্গা কৰিবলৈ সংকল্প লৈছিল তথাপি সেই দলটোৰো তেতিয়া সদস্যপদ গ্ৰহণ কৰা নাছিল। অথচ দলটোৰ আদৰ্শত উদ্বুদ্ধ হৈয়েই গীত ৰচনা কৰি সুৰ সংযোজনা কৰিছিল— আহ অ'ন জিলিকনি/ জিলিকনি/ আহ অ'ন জিলিকনি/ পোহৰাই তোল এই ধৰণী/ শাঁত কৰ দুখৰ অগনি।

প্ৰকৃতপক্ষে আনুষ্ঠানিক শিক্ষা আধৰুৱাকৈ এৰি (১৯৩১ চন) ভাৰতে স্বাধীনতা লাভ কৰাৰ দিনটোলৈ অস্থিৰ অঘৰীৰ দৰে অসমৰ দিহিঙে-দিপাঙে ঘূৰি জাতি-বৰ্ণ-ধৰ্ম-ভাষা নিৰ্বিশেষে বিভিন্ন জাতি-জনজাতিৰ মানুহ আৰু সংস্কৃতিৰ সংস্পৰ্শলৈ আহি বিষ্ণু ৰাভাই— "বিপ্লৱৰ পথ কেনি, সৰ্বহাৰাৰ মুকুতিৰ পথ কোনপিনে?" বুলি বিচাৰি ফুৰা পথৰ সন্ধান পালে—। কমিউনিজমৰ পোহৰে ৰাইজৰ অন্তৰৰ অজ্ঞানতাৰ তিমিৰ অন্ধকাৰ আঁতৰাই দিয়ে। পোহৰত মুকুতিৰ বাট মুকলি হয়, বিপ্লৱৰ বাট... সেই পথেদি আগুৱাই যাবলৈ মন যায় জনতাৰ।" বিষ্ণু ৰাভাই ভাৰতৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগদান কৰি প্ৰত্যক্ষভাৱে ৰাজনীতিত প্ৰৱেশ কৰিলে। ১৯৪৭ চনৰ ১৫ আগষ্টত, ইংৰাজ শোষকে ভাৰতৰ স্বাধীনতা, স্বদেশী বুৰ্জোৱা শ্ৰেণীটোৰ হাতত অৰ্পণ কৰাৰ মুহূৰ্তত— 'সদা সৰ্বদা নিপীড়িত, পদদলিত, অৰ্ধাহাৰী, অনাহাৰী জনতাৰ দুখ-বেদনা, আশা-আনন্দ, কৃষ্টি-সংস্কৃতি আৰু অনাগত অদূৰ ভৱিষ্যতৰ অন্তিক আকাংখা' অন্তৰত বহন কৰি লৈ ফুৰা বিষ্ণু ৰাভাই ছয় লাখৰো অধিক নিৰীহ-নিৰ্দোষী লোকৰ জীৱন ধৰ্মৰ উন্মাদনাই স্বাধীনতাৰ দুৱাৰদলিতে অৱসান ঘটোৱা প্ৰত্যক্ষ কৰি প্ৰমাদ গণিলে। বিদেশী পৰাধীনতাৰ শিকলিৰপৰা এইবাৰ দেশৰ সৰ্বসাধাৰণ জনতা দেখোন বুৰ্জোৱা স্বদেশীৰ কবলত বন্দী হৈ পৰিল। এনে অস্থিৰ মানসিকতাৰ মাজতে বিষ্ণু ৰাভাই বিপ্লৱী ৰাজনীতিকৰ ভূমিকাৰে হালোৱা-হজুৱা, বনুৱাৰ মুক্তি বিচাৰি গালে— 'ভাঙ্ ভাঙ্ ভাঙ্ ভাঙ্/ লোহাৰ শিকলি ভাঙ্/ ছিঙ্ ছিঙ্ ছিঙ্ ছিঙ্/ দাসৰ বন্ধন ছিঙ্/ ভাঙ্ ভাঙ্ দুৱাৰৰ দাঙ্।

ইতিমধ্যে উল্লেখ কৰা হৈছে বিপ্লৱী কমিউনিষ্ট পাৰ্টিত যোগদান কৰাৰ আগলৈকে বিষ্ণু ৰাভাৰ জীৱনটো আছিল অস্থিৰ, বিশৃংখল। তেনে এক সময়তে তেওঁ কামাখ্যা গে'টৰ সমীপস্থ অনুপমা (নিৰুপমা!) দেৱী নামৰ মহিলাগৰাকীৰ ঘৰত কিছুদিন আশ্ৰয় লৈছিল আৰু তাতে তেওঁ লগ পাইছিল তেতিয়াৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ আগশাৰীৰ নেতা উপেন শৰ্মাসহ লোকনাথ বৰুৱা, গোবিন্দ কলিতা আদি সক্ৰিয় সদস্যসকলক। বিশেষকৈ অসমত উক্ত দলটোৰ প্ৰতিষ্ঠাপক নেতা উপেন শৰ্মাৰ সান্নিধ্যলৈ আহে। তেওঁৰ অন্তৰত কলিকতাত কিছুদিন নিবিড়ভাৱে লগ পাই বিপ্লৱী কমিউনিষ্ট দলটোৰ আদৰ্শৰ প্ৰতি আকৃষ্ট হোৱা সৌমেন্দ্ৰ নাথ ঠাকুৰৰ স্মৃতি পুনৰ জাগি উঠিল। মাৰ্ক্সবাদী দৰ্শনৰ ওপৰত অগাধ দখল আৰু অধ্যয়নেৰে

পৰিপুষ্ট উপেন শৰ্মাই বিষ্ণু ৰাভাৰ অন্তৰত সুপ্ত হৈ থকা বৈপ্লৱীক চেতনা মাৰ্ক্সবাদৰ আদৰ্শেৰে সক্রিয় কৰি তুলিলে। আৰু লাহে লাহে তেওঁক দলটোৰ মজিয়ালৈ টানি আনিলে আৰু সাংগঠনিক ভিত্তি শক্তিশালী কৰাৰ গুৰুদায়িত্বত নিয়োগ কৰিলে। অৰ্থাৎ বিষ্ণু ৰাভাক দলীয় ৰাজনীতিৰ গণ্ডীলৈ আনি তেওঁৰ জীৱনৰ ৰূপটোকেই সলনি কৰি পেলালে উপেন শৰ্মাই। পঢ়া-শুনা অসমাপ্তকৈ এৰি দিহিঙে-দিপাঙে অনাই-বনাই অস্থিৰচিত্তে ঘূৰি ফুৰা কালছোৱাত অসমীয়া ডেকা দলক আগবাঢ়ি যাবলৈ গীতেৰে প্রেৰণা যোগোৱা, দ্বিতীয় মহাসমৰক— 'এই ৰণ অতি ভয়ংকৰ/ ভীষণ কৰালময় দ্বিতীয় সমৰ' বুলি জনতাক সকীয়াই দিয়া, শাসক-শোষক আৰু অভিজাতসকলৰ ভুৱা দৰ্শনৰ প্রতি আস্থা নাৰাখি, ক্ষুধাতুৰ হালোৱা-হজুৱাৰ আৰ্তনাদ নুশুনা— 'ধনী! মহাজন!! জমিদাৰ!!/ হুচিয়াৰ! হুচিয়াৰ!!' বুলি সতর্ক কৰি এখন সাম্য-মৈত্রীৰ সমাজৰ বাবে হাতত কলম তুলি লোৱা অৰাজনৈতিক-ৰাজনীতিজ্ঞ বিষ্ণু ৰাভাই বিপ্লৱী কমিউনিষ্ট পাৰ্টিত, নিষ্পেষিতসকলৰ অৱস্থা পৰিবৰ্তনৰ বাবে সমাজ ৰূপান্তৰৰ এখন মঞ্চ বিচাৰি পালে। তাৰ পিছতেই পোনপ্ৰথমবাৰৰ বাবে এটা ৰাজনৈতিক দলৰ সক্রিয় সদস্য তথা কৰ্মী হৈ বিষ্ণু ৰাভা অনুপমা দেৱীৰ (নিৰুপমা দেৱী) ঘৰৰপৰা বাজ হৈ সৰ্বহাৰাৰ মুকুতিৰ সংগ্রামত জঁপিয়াই পৰিল।

বিষ্ণু ৰাভাই ৰাজনীতিত যোগ দিয়াৰ কাৰণ ব্যাখ্যা কৰি অসমৰ এগৰাকী সৰ্বকালৰ চিন্তাশীল ৰাজনীতিজ্ঞ সাহিত্যিক হেম বৰুৱাই 'বিষ্ণু ৰাভা ঃ এটি সোঁৱৰণ' প্রবন্ধত ব্যাখ্যা কৰিছিল এনেদৰে— 'ৰাভাই ৰাজনীতিত যোগ দিছিল কিয়?... শাসনৰ নামত জনসমাজৰ ওপৰত অনুষ্ঠিত অন্যায়-অবিচাৰ আদিয়ে শিল্পীগৰাকীৰ অন্তৰ গভীৰভাৱে স্পৰ্শ কৰিছিল। জনসমাজৰ দাৰিদ্র্যই মানুহজনক ম্রিয়মাণ কৰিছিল। সত্য আৰু ন্যায়ৰ অৰ্থে জনসমাজৰ কাৰণে যুঁজাৰ মানসেৰে ৰাভাই ৰাজনীতিৰ আশ্রয় গ্রহণ কৰিছিল।"

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ দ্বিতীয়টো বছৰ ১৯৪৮ চনৰ প্ৰথমটো পুৱাতেই বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়ে সশস্ত্র সংগ্রামৰ দ্বাৰা সাম্যৰ সমাজ গঢ়িবলৈ সিদ্ধান্ত গ্রহণ কৰে। আৰু এই সশস্ত্র সংগ্রামৰ অতি প্রয়োজনীয় আৰু গুৰুত্বপূর্ণ সাংগঠনিক দায়িত্ব লৈ এজন সক্রিয় ৰাজনৈতিক কৰ্মীৰ ৰূপত পথলৈ ওলাল বিষ্ণু ৰাভা। অৱশ্যে বিষ্ণু ৰাভাই প্রত্যক্ষ ৰাজনীতিত সোমাই পৰিলেও তেওঁৰ ধ্যান-ধাৰণা, মন-প্ৰাণ, সমাজ, সাহিত্য-কলা-সাধনাৰপৰা বিচ্যুত হোৱা নাছিল। তাৰেই অকাট্য প্রমাণ হৈছে সশস্ত্র বিপ্লৱৰ কৰ্মী হিচাপে এটা সময়ত আত্মগোপন কৰি সাংগঠনিক কামত আত্মনিয়োগ কৰাৰ কালতো গীত-কবিতা-তত্ত্বগধুৰ প্ৰবন্ধ আদি ৰচনা কৰি, প্রেৰণাদায়ক গীত গাই দলীয় সংগঠনৰ প্রতি মানুহৰ আস্থা আদায় কৰা আৰু হেৰাই যাব ধৰা কৃষ্টি-সংস্কৃতিৰ সমল বুটলি যঁহি-মাজি জনসাধাৰণৰ মাজত বিলাই দিয়া কার্য। গীত গোৱা আৰু সংস্কৃতি সম্বন্ধে দিয়া বক্তৃতাই আছিল বিষ্ণু ৰাভাৰ দলীয় দায়িত্ব সাৰ্থকভাৱে ৰূপায়ণ কৰাৰ শক্তিশালী হাতিয়াৰ। কমিউনিজম কিম্বা সাম্যবাদৰ বাণী গীতেৰে প্ৰকাশ কৰি কৃষকক প্ৰেৰণা দিছিল— "ব'ল ব'ল ব'ল/ কৃষক শক্তি দল/ অ' বনুৱা সমনীয়া/ আগবাঢ়ি যাওঁ ব'ল।" ইত্যাদি।

প্রণিধানযোগ্য বিষয়টো হ'ল— বিষ্ণু ৰাভাই স্বৰচিত গীত গাই, নাচি-বাগি, অভিনয় কৰি বক্তৃতা দি, বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সক্রিয় কৰ্মী হিচাপে বিশেষকৈ কৃষক সংগঠনৰ কামত ঘূৰি ফুৰি অসমৰ এগৰাকী সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ শিল্পী-সৈনিক তথা 'সাংস্কৃতিক-ৰাজনীতিক'

হিচাপে প্ৰতিষ্ঠিত হৈছিল। বিষ্ণু ৰাভাৰ অহোপুৰুষাৰ্থ চেষ্টাৰ ফলত অসমৰ কামৰূপ, গোৱালপাৰা, শিৱসাগৰ আদি অঞ্চলৰ বহু ডেকাকৰ্মীয়ে সশস্ত্ৰ সংগ্ৰামত যোগদান কৰিছিল আৰু বিভিন্ন জনগোষ্ঠীৰ মাজত সংগ্ৰামী চেতনা ব্যাপক ৰূপত জাগ্ৰত হৈ উঠিছিল। আৰু তাৰেই পৰিণতিত অসম চৰকাৰে বিপ্লৱী কমিউনিষ্ট পাৰ্টিক বেআইনী ঘোষণা কৰে। তাৰ পিছতেই সংগ্ৰামৰ আগশাৰীৰ নেতা আৰু সক্ৰিয় কৰ্মীসকলৰ দৰেই বিষ্ণু ৰাভায়ো আত্মগোপন কৰি সাংগঠনিক কাম চলাবলগীয়া হৈছিল।

ৰাজনৈতিক কাৰণত আত্মগোপন কৰিবলগীয়া হোৱা বিস্ময়কৰ আৰু দুঃসাহসিক কালছোৱাক বিষ্ণু ৰাভাই পিছত 'অজ্ঞাতবাস' হিচাপে অভিহিত কৰিছিল। এই অজ্ঞাতবাস সম্পৰ্কে তেওঁ লিখি থৈ গৈছে— 'মোৰ অজ্ঞাতবাসৰ জীৱনত বিৰাট পৰ্ব সৃষ্টি কৰি, বিৰাট শকতিৰ সাধনা কৰোঁ। এই শকতি ৰাইজৰ ৰাজহুৱা শকতি, যি শকতিয়ে বিধাতাকো টলাব পাৰে।... অজ্ঞাতবাসত মোৰ শিল্পী জীৱনেও এটি অজ্ঞাত অধ্যায় অৰ্জন কৰে, যাক অধ্যয়ন নকৰিলে জীৱন অপূৰ্ণ থাকিলেহেঁতেন?" বিষ্ণু ৰাভাৰ এই বক্তব্যই স্পষ্ট কৰি দিছে, কলা সাধনাৰ সাৰথি হিচাপেহে তেওঁ ৰাজনীতি কৰিছিল। অৱশ্যে এই কথা পৰিষ্কাৰ আৰু পোনপটীয়াকৈ কৈ গৈছে, ৰাজনৈতিকভাৱে সশস্ত্ৰ বিপ্লৱত অংশগ্ৰহণ কৰাৰ সমৰ্থনত 'বিপ্লৱ এটা কলা, এটা আৰ্টহে।' সেইবাবে ৰাজনৈতিক বিপ্লৱৰ সৈতে মিলি গৈও ক'ব পাৰিছে— "আমি বান্ধিব লাগিব মুকুতিৰ দেউল আৰু সেই মুকুতি দেউলৰ বৰ চোতালত ৰংঘৰ, কাৰেংঘৰ সাজিব নিপীড়িত জনতাই, অৰ্ধাহাৰী, অনাহাৰী, পিষ্ট-ক্লিষ্ট ৰাইজে।" অৰ্থাৎ ৰাজনৈতিক আদৰ্শ প্ৰচাৰৰ বাবে অনিকেত জীৱন যাপনৰ লগতে সকলো দিশৰ প্ৰতি সমানে দৃষ্টি ৰাখিছিল বিষ্ণু ৰাভাই। এই কালছোৱাত বহু বাধা-বিঘিনি, দুখ-কষ্ট সহি ভোকাতুৰ শোষিত কৃষক বনুৱাৰ আৰ্তনাদ, ৰাজনৈতিক মঞ্চত থাকিয়েই সংগ্ৰামৰ ধ্বনিলৈ ৰূপান্তৰিত কৰি সমাজ পৰিবৰ্তনৰ বাবে সৎভাৱে উঠি-পৰি লাগিছিল। আৰু এই কাম তেওঁ এগৰাকী সংগঠক আৰু সাধাৰণ কৰ্মী হিচাপেই চলাই গৈছিল। তেওঁৰ দলীয় উচ্চ নেতৃত্বৰ প্ৰতি নাছিল অলপো হাবিয়াস। কাৰণ বিষ্ণু ৰাভা প্ৰকৃতাৰ্থত আছিল শোষণমুক্তি যুঁজৰ এগৰাকী সৈনিকহে। তথাপি দলটোৰ ভিতৰত তেৱেঁই আছিল সৰ্বাধিক জনপ্ৰিয়।

বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ এই সংগ্ৰামৰ মূল কাৰ্যসূচী আছিল সমাজতান্ত্ৰিক বিপ্লৱ, তদানীন্তন কংগ্ৰেছ চৰকাৰৰপৰা ক্ষমতা দখল আৰু তাৰবাবে তৎকালীনভাৱে অঞ্চলে অঞ্চলে মুক্তাঞ্চল গঢ়ি তোলা। এয়াই আছিল বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সশস্ত্ৰ সংগ্ৰামৰ কালছোৱাত বহুচৰ্চিত 'ষ্টেনগান' হাতত লোৱা বিষ্ণু ৰাভাৰ গুৰুত্বপূৰ্ণ কাৰ্যসূচী। তেতিয়াৰ সশস্ত্ৰ সংগ্ৰাম আছিল লক্ষ্যত উপনীত হ'বলৈ সংগ্ৰাম জোৰদাৰ কৰা, অনাহক নৰহত্যা নহয়। বিষ্ণু ৰাভাই ষ্টেনগানৰ গুলী ফুটোৱাৰ কথা ক'তো পাবলৈ নাই। অৱশ্যে ষ্টেনগানৰ প্ৰচাৰে বিষ্ণু ৰাভাক সুৰক্ষা কবচৰ দৰে সুৰক্ষিত ৰখাত নিশ্চয়কৈ অৰিহণা যোগোৱা বুলি ক'ব পৰা যায়। সশস্ত্ৰ সংগ্ৰামৰ পোষকতা কৰা আৰু বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ অন্যতম নেতা সদ্যপ্ৰয়াত (২৩ ডিচেম্বৰ, ২০০৮) তৰুণ সেন ডেকাই সেই সময়ত কেইজনমান সহযোগীৰ স'তে বেলশৰ অঞ্চলৰপৰা ছটা বন্দুক কাঢ়ি আনি সশস্ত্ৰ সংগ্ৰামৰ বাবে সংগ্ৰহ কৰাৰ কথাও ব্যাপকভাৱে প্ৰচাৰ হৈছিল। কিন্তু সেই বন্দুকেৰে কাৰোবাক গুলীয়াই মৰাৰ কথা কোনেও ক'ব নোৱাৰে। কাৰণ তেতিয়াৰ সশস্ত্ৰ

সংগ্ৰামীয়ে সমান্তৰালভাৱে মূল্যবোধৰ ৰাজনীতি অন্তৰেৰে মানি লৈছিল। আনহাতে 'সশস্ত্ৰ সংগ্ৰাম' শব্দ দুটাও বিৰোধীক সন্ত্ৰস্ত কৰাৰ বাবে যথেষ্ট আছিল। এই সমাজতান্ত্ৰিক সংগ্ৰামৰ চৰিত্ৰ সম্পৰ্কে ৰাজনৈতিক ব্যাখ্যাৰে বিষ্ণু ৰাভাই কৈছিল— "সময়ৰ ৰথৰ চকা স্তব্ধ কৰিবলৈ চৰকাৰে দমনৰ আশ্ৰয় লৈ চলোৱা প্ৰচেষ্ট সফল নহ'ব। কাল ৰথৰ চকাই সকলো পিহি সমান কৰিব। কাৰণ সমাজতন্ত্ৰ বুৰ্জোৱা ডেমক্ৰেচী নহয়।" ইতিমধ্যে অসম চৰকাৰে বিষ্ণু ৰাভাৰ মূৰৰ দাম দহহাজাৰ টকা ঘোষণা কৰা আৰু বিপ্লৱী কমিউনিষ্ট পাৰ্টি নিষিদ্ধ ঘোষণা কৰি সমাজতান্ত্ৰিক আন্দোলন স্তব্ধ কৰিবলৈ লোৱা কাৰ্যব্যৱস্থা সম্পৰ্কত তেওঁ এই মন্তব্যৰে পুৰঠ ৰাজনীতিজ্ঞৰ পৰিচয় দিছিল।

বৰ্তমান সময়ত দলবাগৰা ৰাজনীতিয়ে আমাৰ ভাৰতবৰ্ষত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। এইক্ষেত্ৰত আদৰ্শৰ যেন কোনো মূল্য নাই। নিজৰ স্বাৰ্থ পূৰণ নহ'লেই এটা দল এৰি আন এটা দললৈ বাগৰি যোৱাটো যেন এতিয়া ৰাজনীতিকৰ এক সহজলভ্য চৰিত্ৰ। বিষ্ণু ৰাভা আছিল নিজৰ আদৰ্শত অটল এক বিশাল সাংস্কৃতিক মনৰ ৰাজনৈতিক চৰিত্ৰ। সেইবাবেই পাৰ্টিৰ সাংগঠনিক ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ আৰু কৃষকৰ স্বাৰ্থৰ হকে আজীৱন সংগ্ৰাম কৰাৰ বাবে সংকল্পবদ্ধ বিষ্ণু ৰাভাক যেতিয়া মহিলা দলৰ একনিষ্ঠ কৰ্মী কিৰণ বেজবৰুৱা নামৰ মহিলা এগৰাকীয়ে কৃষক সংঘত যোগ দিলে 'গুলীয়াই মাৰিবলৈ বাধ্য' হোৱাৰ কথা কওঁতে আন এগৰাকী কৰ্মীয়ে যেতিয়া "That means you are leaving the party?" বুলি প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল, তেতিয়া "I may leave any damn thing but my life's ideal" বুলি গৰ্জি উঠিছিল। বিষ্ণু ৰাভাই জীৱনৰ আদৰ্শক তল পেলাই পাৰ্টি, দলীয় নীতি এনেবোৰ কথাৰ ওপৰত বেছি গুৰুত্ব দিয়া কথাটোক পেটি-বুৰ্জোৱা মনোভাব বুলি গণ্য কৰিছিল। কিন্তু তেওঁ সৰ্বহাৰাৰ বাবে যুঁজাৰ পণ কৰি পাৰ্টিত যোগদান কৰিছে। গতিকে পাৰ্টি এৰাতো দূৰৰ কথা, কাৰো সংগ নাপালে অকলে যুঁজাৰ বাবেহে দৃঢ়সংকল্প। এয়াই আছিল বিষ্ণু ৰাভাৰ ৰাজনৈতিক দৰ্শনৰ অন্য এক দিশ।

"মাৰ্ক্সবাদ লেনিনবাদে মোৰ চঞ্চল অস্থিৰ শিল্পী জীৱনলৈ আনি দিছে সাগৰ-সঙ্গমৰ পূৰ্ণতা আৰু গভীৰতা" বুলি গণবিপ্লৱৰ পোষকতা কৰা বিষ্ণু ৰাভাই ফ্ৰেডাৰিক এঞ্জেলৰ সমাজ বিবৰ্তনৰ সন্দৰ্ভত "চূড়ান্ত বিচাৰত সশস্ত্ৰ বিপ্লৱৰ বাহিৰে আন গত্যন্তৰ নাই" বোলা কথাষাৰ অন্তৰেৰে বিশ্বাস কৰিছিল। তেওঁ বিশ্বাস কৰিছিল "ধনতন্ত্ৰৰ কাঠামোত জন্মলাভ কৰা স্ব-বিৰোধী শক্তিয়েই এদিন ধনতন্ত্ৰৰ বুনিয়াদ ভাঙি চুৰমাৰ কৰিব। কাৰণ পণ্য-সামগ্ৰীৰ বজাৰ হস্তগত কৰিবৰ বাবে ধনতান্ত্ৰিক ৰাষ্ট্ৰই পৰস্পৰৰ মাজত যুঁজ আৰম্ভ কৰিব, এটা সময়ত শক্তিশালী ৰাষ্ট্ৰই আনবোৰক দমাই ৰাখি শোষণ কৰিব। শেষত দুৰ্বল ৰাষ্ট্ৰসমূহে একগোট হৈ শক্তিশালীৰ বিৰুদ্ধে মাৰবান্ধি থিয় দিবলৈ বাধ্য হ'ব আৰু যুঁজ-বাগৰৰ পৰিণতিত ধনতন্ত্ৰৰ বুনিয়াদ ভাঙি চুৰমাৰ হ'ব। তাৰ পিছত শুদ্ধ নেতৃত্ব দিব পৰা দলকেই বিশ্বৰ জনতাই সমৰ্থন জনাব।" অতি সহজ আৰু সৰলভাৱে সাম্যবাদৰ ব্যাখ্যাৰে পৰিৱৰ্তনৰ কথা ক'ব পৰা বিষ্ণু ৰাভাই তেওঁৰ আদৰ্শৰ ভেটিত জাগি উঠা সপোনৰ প্ৰতিচ্ছবি দেখি যোগদান কৰা ৰাজনৈতিক দলটোৰ হঠকাৰী সিদ্ধান্তকো কঠোৰভাৱে সমালোচনা কৰিবলৈ কুণ্ঠাবোধ কৰা নাছিল।

ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ সময়তে মাও চে তুঙৰ নেতৃত্বত শ্ৰমিক-কৃষকৰ যি ঐক্যবদ্ধ

সংগ্ৰাম চীনত চলিছিল তাৰেই প্ৰভাৱত বিপ্লৱী কমিউনিষ্ট পাৰ্টিয়ে ভাৰতত আৰম্ভ কৰা সশস্ত্ৰ বিপ্লৱ শেষত গৈ ব্যৰ্থতাত পৰ্যবসিত হয়। সশস্ত্ৰ সংগ্ৰামৰ কৰ্মীসকলে হত্যা-সন্ত্ৰাসৰো আশ্ৰয় লৈছিল। বিষ্ণু ৰাভাই ধনী, মহাজন, জমিদাৰক ছুচিয়াৰ বুলি সাৱধান কৰি দিলেও তেওঁ বিচাৰিছিল ধনী-দুখীয়াৰ মাজৰ পাৰ্থক্য আঁতৰি এখন সাম্যৰ সমাজ গঢ়ি উঠক। হত্যা-হিংসাই সেই পৰিৱৰ্তন আনিব নোৱাৰে। কিন্তু চীনত এক সুচিন্তিত পন্থাৰে বিপ্লৱক সাৰ্থক কৰি তোলা মাও চে তুঙৰ আদৰ্শৰে বাট বুলিবলৈ গৈ নিজ ৰাজ্যৰ পৰিস্থিতি আৰু পৰিৱেশৰ লগত সংগতি ৰাখি বিপ্লৱক আগুৱাই নিব নোৱৰা নেতৃত্বৰ, সশস্ত্ৰ সংগ্ৰামৰ নিখুঁত ধাৰা পৰিচালনা আৰু অনুসৰণৰ অজ্ঞতাৰ বাবে অসমত বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ শোষণহীন সাম্যৰ সমাজ গঢ়াৰ কল্পনা আৰু সশস্ত্ৰ সংগ্ৰাম ছিন্ন-ভিন্ন হৈ যায়। হতাশগ্ৰস্ত দলীয় কৰ্মীসকলেও দলত্যাগ কৰি একে একে আঁতৰি গ'ল। ইতিপূৰ্বে এই সংগ্ৰামৰ কালতে বিয়া কৰাই বিপ্লৱ যাত্ৰাৰ সংগিনী কৰি লোৱা পত্নী কনকলতা সহ গ্ৰেপ্তাৰ হৈ কাৰাবাস খাটি থকা বিষ্ণু ৰাভাইও কাৰাবাসৰপৰা মুক্তিলাভ কৰিয়েই— "সশস্ত্ৰ বিপ্লৱৰ আধৰুৱা বাটৰপৰা" সংস্ৰৱ ছিন্ন কৰি আৰু দলীয় নেতাৰ হঠকাৰিতাৰ বাবে ছিন্ন-ভিন্ন দলটোৰ মোহ কাটি কৰি থৈ হতাশ মনে ঘৰলৈ উভতি গ'ল। বিষ্ণু ৰাভাই কিন্তু এই পৰিঘটনাক ৰাজনৈতিক কৰ্মী হিচাবে ব্যৰ্থতাৰ নিদৰ্শন বুলি ভবা নাছিল— "সংগ্ৰাম আমি কৰিছিলো মাত্ৰ। কিন্তু সমাজ-ব্যৱস্থাৰ পৰিৱৰ্তন আনিব নোৱাৰিলো। আমাৰ সংগ্ৰাম পিছে শেষ হোৱা নাই। আমি পৰাজিতো হোৱা নাই।" এয়েই আছিল ৰাজনীতিক বিষ্ণু ৰাভাৰ সুচিন্তিত মত। এনে চিন্তাৰ ফলতেই তেওঁ ১৯৫৫ চনত বিপ্লৱী কমিউনিষ্ট পাৰ্টি ত্যাগ কৰি 'ভাৰতীয় কমিউনিষ্ট পাৰ্টি'ত যোগদান কৰে। কাৰণ সমাজ পৰিৱৰ্তনৰ বাবে সাংস্কৃতিক, সামাজিক আৰু ৰাজনৈতিক সংগ্ৰামৰ ওপৰত তেওঁ আস্থা হেৰুওৱা নাছিল। সশস্ত্ৰ সংগ্ৰাম কালৰ সতীৰ্থ লোকনাথ বৰুৱাৰ এষাৰ কথাই তেওঁৰ মনত দকৈ সাঁচ বহুৱাই থৈছে— 'Changing over from one serial clan to another'— এই যিটো শ্ৰেণী ৰূপান্তৰ, সেইটো আমাৰ দেশৰ তথাকথিত বিপ্লৱীবোৰৰ ক্ষেত্ৰতেই সম্পূৰ্ণকৈ সম্পন্ন হোৱা নাই। গতিকে বিপ্লৱৰ সফলতা সুদূৰপৰাহত হৈছে দিনে দিনে।

১৯৫৮ চনত বৰপেটাৰ বৃন্দাবনহাটীৰ শংকৰদেৱ সোঁৱৰণী সভাত বিষ্ণু ৰাভাই তেওঁৰ অজ্ঞাতবাসৰ সময়ত চৰকাৰে মূৰৰ দাম ঘোষণা কৰি আটক কৰিবলৈ বিচাৰি ফুৰাৰ কথা আবেগেৰে ব্যক্ত কৰিছিল— "বিষ্ণু মেধিৰ চৰকাৰে বিষ্ণু ৰাভাক বিচাৰি ফুৰে। কাৰণ বিষ্ণু ৰাভাই গাঁৱে-ভূঞে সোণসেৰীয়া সংস্কৃতিৰ সম্পদসমূহ বিচাৰি ফুৰে। এয়া সংগ্ৰহ, সংগঠন নহয়। এয়ে বিষ্ণু ৰাভাৰ দোষ।" এনেদৰে বিগত কালছোৱাৰ স্মৃতিচাৰণ, নানা সভা-সমিতিত বক্তৃতা প্ৰদান, অভিনয় আদি ভগ্ন মনোৰথে যোগদান কৰি বিপ্লৱ সামৰি ঘৰলৈ ওভতা ৰাভাই সময় অতিবাহিত কৰি ৰাজনৈতিক ক্ষেত্ৰত বিচৰণ একেবাৰে সীমিত কৰিলে। অৱশ্যে গৰীব নিচলাসকলৰ হকে মাত মাতিবলৈ পাহৰা নাছিল। এনে সময়তেই ১৯৬২ চনৰ ৫ জানুৱাৰীত তেওঁৰ পত্নী কনকলতাৰ বিয়োগ হয়। ১৯৬২ চনৰ নৱেম্বৰত চীনে ভাৰত আক্ৰমণ কৰাৰ সময়ত, ১৯ নৱেম্বৰৰ নিশা চীনৰ এজেন্ট বুলি, বিষ্ণু ৰাভাক চৰকাৰে নিজা বাসগৃহৰপৰা দুটি মাতৃহীন সন্তানেৰে শুই থকা অৱস্থাত আটক কৰে আৰু পিছদিনা ভালেমান কিতাপ-পত্ৰৰে সৈতে কংকালত ৰচীৰে বান্ধি ৰাস্তাৰে খোজকঢ়াই জেললৈ নিছিল। তাৰ পিছত উৰিষ্যাৰ

বৰহমপুৰ জে'লত ৰখা ৰাভাই সুদীৰ্ঘ সাতমাহ জেলৰ জীৱন কটাই মুক্তিলাভ কৰে, জুন '৬৩ মাহত। তাৰ পিছত নৈমিত্তিক অলস জীৱন কটাই সময়ৰ অপচয় কৰি থকাৰ সময়তে ১৯৬৭ চনৰ বিধানসভা নিৰ্বাচনত তেজপুৰ সমষ্টিৰপৰা প্ৰতিদ্বন্দ্বিতা কৰিবৰ বাবে সেই সময়ৰ ছাত্ৰনেতা বিজিত শইকীয়া আৰু লগৰীয়াসকলে বিষ্ণু ৰাভাক ধৰিলেহি। কংগ্ৰেছৰ শক্তিশালী দুৰ্গস্বৰূপ তেজপুৰ সমষ্টিৰপৰা নিৰ্বাচন খেলিবলৈ এটা পথ-নিৰ্মাণ সম্পৰ্কীয় কথাৰ বাবে ছাত্ৰসকলে কংগ্ৰেছৰ প্ৰতি বিৰোধিতা কৰি, বিষ্ণু ৰাভাক খাটনি ধৰা কাৰ্যত চকিত হৈ তেওঁ প্ৰতিক্ৰিয়া ব্যক্ত কৰিছিল— "১৯৫২-ৰ পৰাই কংগ্ৰেছৰ দখলত থকা তেজপুৰ সমষ্টিৰপৰা মই কেনেকৈ জয়ী হম? মই জনজাতি হিচাবে সংৰক্ষিত সমষ্টিত প্ৰতিদ্বন্দ্বিতাত পৰাজয়বৰণ কৰাই নহয় আমানতৰ ধনো বাজেয়াপ্ত হৈছিল।" ৰাভাদেৱৰ এই কথাষাৰিত লুকাই আছে সংসদীয় গণতন্ত্ৰৰ নিৰ্বাচনৰ অন্য এক চৰিত্ৰ। জনজাতি লোকৰ স্বাৰ্থৰ হকে ঘাইকৈ সংগ্ৰাম কৰিও জনজাতিৰ বাবে সংৰক্ষিত সমষ্টিত পৰাজিত হ'ব লগা হৈছিল একমাত্ৰ কমিউনিষ্ট হোৱা বাবেই। ১৯৫৭ চনত কোক্ৰাঝাৰ (বৰপেটা) লোকসভা সমষ্টিত চি পি আই দলৰ প্ৰাৰ্থী হিচাবে প্ৰতিদ্বন্দ্বিতা কৰি বিষ্ণু ৰাভা শোচনীয়ভাৱে পৰাজয় হৈছিল। যিয়েই নহওক তেজপুৰৰ সংস্কৃতিবান আৰু বিশিষ্ট ব্যক্তিসকলৰ লগতে প্ৰাৰ্থী মনোনয়ন সম্পৰ্কীয় বিষয়ত মনোমালিন্য হৈ ফাটি অহা কংগ্ৰেছ কৰ্মীৰ সমৰ্থনত ৰাভাদেৱে নিৰ্দলীয় প্ৰাৰ্থী হিচাবে নিৰ্বাচনত অৱতীৰ্ণ হয়। প্ৰায় কপৰ্দকহীন অৱস্থাত নিৰ্বাচনত অৱতীৰ্ণ হোৱা বিষ্ণু ৰাভাক যিয়ে যেনেকৈ পাৰে সহায় কৰি তেওঁ যে ৰাইজৰ মানুহ আৰু সমন্বয়ৰ প্ৰতীক সেইটো প্ৰতিপন্ন কৰি সম্ভ্ৰান্ত তেজপুৰ সমষ্টিত বিজয়ী কৰে। ৰাভা দেৱৰ এই বিজয়ত সমষ্টিটোৰ বৃহৎ সংখ্যক সংখ্যালঘু ৰাইজেও তেওঁৰ নিৰ্বাচনী প্ৰতীক 'পাল্লা'ক সামৰি ৰচনা কৰা 'যা কৰে আল্লাই ভোট দিব পাল্লাই' শ্লোগানেৰে সমষ্টিটো মুখৰিত কৰিছিল। ১৯৬৭ চনৰ তেজপুৰ বিধানসভা নিৰ্বাচনত জয়লাভ কৰি বিষ্ণু ৰাভাই এইবাৰ ৰাইজৰ প্ৰতিনিধি হিচাবে বিধানসভাৰ মজিয়াত বলিষ্ঠ পদক্ষেপ পেলাই যিসকলে তেওঁক বিজয়ী কৰিলে সেই জনগণৰ আশা-আকাংক্ষাক বাস্তৱ ৰূপ দিবলৈ সবল দাবী উত্থাপনেৰে নিজস্ব চিন্তাধাৰা প্ৰতিফলিত কৰিছিল। সমাজৰ সমস্যা, মানুহৰ সমস্যাৰ বাস্তৱসন্মত সমাধান মানৱীয় দৃষ্টিভঙ্গীৰে বিচাৰিছিল, তাত নাছিল সুকীয়া ৰাজনৈতিক ভাবাদৰ্শৰ প্ৰতিফলন। ৰাইজক দিয়া প্ৰতিশ্ৰুতি মতে তেওঁ বিধায়ক হৈয়েই দাবী অনুসৰি কেইবাটাও গুৰুত্বপূৰ্ণ পথ নিৰ্মাণ কৰাইছিল। নিৰ্বাচিত সদস্যৰূপে বিধানসভাৰ মজিয়াত প্ৰৱেশ কৰিয়েই ১৯৬৭ ৰ ৮ নৱেম্বৰত কৈছিল 'মানুহে তিনিটা বস্তুৰ কাৰণে কান্দে, সেই তিনিটা হ'ল থকা, খোৱা আৰু পিন্ধা'; গতিকে চৰকাৰৰ কৰ্তব্য এই তিনিটা অভাৱ নাইকিয়া কৰা। তেওঁ বিধানসভাৰ মজিয়াত ভৰি দিয়েই কৈছিল, "যি জনতাই আমাক প্ৰতিনিধি কৰি পঠাইছে তেওঁলোকৰ চকুপানী আমি দুচকুত লৈ আহিছো। সেয়া যেন ৰাইজ প্ৰজ্বলিত অগ্নি আৰু সেই অগ্নিৰ পৰাই একুৰা জুই আমি বুকুত লৈ আহিছো। গতিকে এই পৱিত্ৰ সদনত যিবোৰ আলোচনা-বিলোচনা হ'ব সেই বিলাকৰ যদি দুৰ্বিচাৰ হয় তেতিয়াহ'লে জনতাই চকলো টুকিব আৰু তেওঁলোকৰ অন্তৰৰ জুই নিৰ্বাপিত নহ'ব।" এয়াই আছিল ৰাইজৰ প্ৰতিনিধি ৰাভাৰ অন্তৰৰ সঁচা অভিব্যক্তি। ব্যক্তিগত দাৰিদ্ৰতা নেওচি কেৱল সৰ্বসাধাৰণ ৰাইজৰ বাবে চিন্তা কৰা বিষ্ণু ৰাভাই কাৰ্যকাল সম্পূৰ্ণ কৰিবলৈ নাপালেও যিখিনি সময় পাইছিল তেতিয়াও বিধায়কৰ ক্ষমতাৰে নিজৰ বাবে একো এটা কৰাৰ

নজিৰ নাই। হয়তো কোনোদিনে নহ'লহেঁতেন যদিহে কালে নিৰ্দয়ভাৱে তেওঁক ৰাইজৰ বুকুৰ পৰা কাঢ়ি নিনিলেহেঁতেন। বিধায়ক হিচাবে প্ৰথমটো কাৰ্যকালতে ১৯৬৯ৰ ২০ জুন তাৰিখে তেওঁ ইহলীলা সম্বৰণ কৰে। ফলত এগৰাকী সফল বিধায়কৰ স্বাক্ষৰ ৰাখিবলৈ সংসদীয় গণতন্ত্ৰৰ ইতিহাস যেন বঞ্চিত হ'ল।

কি ৰাজনীতি, কি সমাজনীতি কোনো ক্ষেত্ৰতেই বিষ্ণু ৰাভা আঁকোৰগোজ নাছিল। সেই বাবেই হয়তো অপ্ৰতুল প্ৰতিভাৰ অধিকাৰী হৈও কোনো এটা ক্ষেত্ৰতে তেওঁৰ প্ৰতিভা সম্পূৰ্ণকৈ বিকশিত নহ'ল। এগৰাকী সফল ৰাজনীতিবিদ হ'ব নোৱাৰিলেও জনতাৰ হকে, জনতাৰ ৰাজনীতি কৰা, জনতাৰ নিজা ৰাজনীতিজ্ঞ বিষ্ণু ৰাভা আছিল এগৰাকী প্ৰকৃততে মানৱতাবাদৰ ৰাজনীতিত বিশ্বাসী সঁচা ৰাজনীতিবিদ।

**সহায়ক পুথি :**

বিষ্ণুৰাভা ৰচনাৱলী, বিষ্ণুৰাভা এতিয়া কিমান ৰাতি, সৈনিক শিল্পী বিষ্ণুৰাভা, ফেৰেংগাদাও, ইন্দ্ৰধনু (সৌৰৰণীগ্ৰহ) আৰু নীলমনি সেন ডেকা, বিজিত শইকীয়া, ৰাজেন বৰুৱা আৰু কিছু লেখকৰ প্ৰবন্ধ। ■

# বিষ্ণুপ্ৰসাদ ৰাভাৰ ভাষণাৱলীৰ তাত্ত্বিক বিশ্লেষণ আৰু মূল্যায়নৰ প্ৰাসঙ্গিকতা

— দিলীপ কুমাৰ শৰ্মা

চিন্তাৰ গভীৰত্ব, ভাবৰ দৌল, ভাষাৰ লালিত্য, উপমাৰ শত-পুষ্পসমৃদ্ধ বিষ্ণু প্ৰসাদ ৰাভাৰ বিভিন্ন সময়ত বিভিন্ন ক্ষেত্ৰ মঞ্চত প্ৰদান কৰা ভাষণ— ইয়ো সময়ত এক অনন্য সাহিত্যৰ শ্ৰেণীলৈ প্ৰবাহিত হৈছে। বক্তা গৰাকীৰ মধুময় কণ্ঠত নিনাদিত বক্তৃতাসমূহৰ অন্তৰত দেখা যায় স্বদেশ প্ৰীতি, জাতীয়তাবোধ, গভীৰ পাণ্ডিত্য আৰু সৰল বিশ্লেষণ। লিখিত ভাষণত যেনেকৈ থাকে এক তাত্ত্বিক সংবেদনশীল আৱেগবৰ্জিত বাস্তৱ ছবি, অলিখিত ভাষণত থাকে আৱেগভৰা নিবেদন। নাটকীয় ভাবভঙ্গী আৰু কণ্ঠ মিলি হয় এক আকৰ্ষণীয় জীৱনবোধৰ আখৰা। এফালে বিশুদ্ধ ভাষাৰ শুদ্ধ বাক্যৰ ব্যঞ্জনা আনফালে প্ৰতিটো শব্দৰ গূঢ়াৰ্থৰ আকুল আহ্বান। দীঘলীয়া বাক্য-গাঁথনিৰ কিঞ্চিত আউল নলগা শব্দৰ লালিত্য আৰু ভাষাৰ পৰিধিৰ ভিতৰতে থাকি প্ৰকাশ কৰা সভাখনৰ বিষয়বস্তুৰ উপস্থাপনা, বিস্তৃত ব্যাখ্যা আৰু সকলোৱে বুজিব পৰা ধৰণৰ বহিঃপ্ৰকাশ বিষ্ণু ৰাভাৰ ভাষণৰ তাৎপৰ্য। যিমানে তেওঁৰ ভাষণৰ গতি তীব্ৰতৰ নহওক, মূল বিষয়বস্তু আৰু লক্ষ্যৰপৰা তিলমাত্ৰও ফালৰি কাটি যোৱা দেখা নাযায়। সাংস্কৃতিক সভা উদ্বোধনেই হওক বা বিহু সন্মিলনেই হওক বা বিপ্লৱী দলৰেই সভা হওক বিষ্ণু ৰাভাৰ ভাষণত দেখা যায় দেশ, জাতি আৰু মানুহৰ গভীৰতম আত্মীয়তাবোধ আৰু নিভাঁজ অকৃত্ৰিম শ্লেষপূৰ্ণ কাব্যিক ব্যঞ্জনা। ভাবৰ গূঢ়াৰ্থ অতি প্ৰাঞ্জল আৰু বাক্যৰ আঁহহীন গাঁথনি অতি নিপোটল। প্ৰতি কথাতে এনে উপমা ব্যৱহাৰ কৰে যাৰ পিচে পিচে গৈ এঠাইৰপৰা আন ঠাইত মূল কথাৰ আৰু ভাষাৰে ব্যক্ত কৰিবলৈ যাওঁতে কিছুমান শব্দ ব্যাকৰণিক আৰু তাত্ত্বিক বিশ্লেষণৰে উপস্থাপন কৰা তেওঁৰ আন এক বৈশিষ্ট্য। অতি তিৰ্যক বক্তব্য বা মন্তব্যও বিষ্ণু ৰাভাৰ ভাষাত হৈ উঠে সহনশীল। ভাষণাৱলীৰ ধাৰাবাহিকতাৰ আউল নলগাকৈ ক্ৰমশঃ গতিশীল হৈ এক নিৰ্দিষ্ট স্থানত তেওঁৰ স্বকীয় অভিব্যক্তি প্ৰকট হয় আৰু সমান্তৰালভাৱে পঢ়ুৱৈ বা শ্ৰোতাৰ বিষয়বস্তুৰ অভিনিৱেশ ঘটে।

তেজপুৰ সাহিত্য সভাৰ আধাৰশিলা স্থাপন অনুষ্ঠানত প্ৰদান কৰা ভাষণটিত "শুভ লগনত তিমিৰাছন্ন তমসাৰ জাল ফালি আগন্তুক উষাৰ পৰশত নিৰুদ্ধ সাহিত্য আভাৰ অনিৰুদ্ধ ৰূপৰ বিকাশৰ সম্ভাৱনা শোণিতপুৰ তেজপুৰৰ গহনতম কক্ষৰ গভীৰতম পূত স্থানত আধাৰশিলা স্থাপনা ৰূপ যি পবিত্ৰ আয়োজন চলিছে সেই আয়োজনৰ প্ৰথম প্ৰয়াস সাফল্যমণ্ডিত হওক"— বুলি ভাষণ আৰম্ভ কৰিছে। 'তিমিৰাছন্ন তমসাৰ জালফালি'— বুলি সেই সময়ত অৰ্থাৎ ১৯৬৯ চনতে সাহিত্য-সংস্কৃতিৰ এক নিৰানন্দদায়ক আশাহীন সময়ৰ কথাকে বুজাইছে। সাহিত্য সভাৰ আশাৰ 'ৰংঘৰ', আকাঙ্খাৰ 'কাৰেংঘৰ' আৰু কামনা-বাসনাৰ 'তলাতল ঘৰ'ৰ উপমা দি

ৰংঘৰ কাৰেংঘৰ আৰু তলাতল ঘৰৰ সাহিত্যসেৱীৰ প্ৰেৰণাৰ প্ৰতীক হিচাবে অভিহিত কৰি শুভেচ্ছা জনাইছে।

অসমীয়া কৃষ্টি, সংস্কৃতি আৰু সাহিত্যক ব্ৰহ্মপুত্ৰৰ দৰে বিশাল আৰু বিৰাট বুলি উল্লেখ কৰি সৰু সৰু জুৰি নিজৰি উপনৈৰ সমন্বিত শক্তিৰদ্বাৰা ব্ৰহ্মপুত্ৰ যেনেকৈ বাহুবলী হৈছে— অসমৰ বহু জাতি, উপজাতি আৰু জনজাতিৰ কৃষ্টি, সংস্কৃতিৰ আৰু সাহিত্যৰ সমন্বিত শক্তিৰ দ্বাৰাই অসমীয়া কৃষ্টি-সংস্কৃতি আৰু সাহিত্যয়ো বিশালতা লাভ কৰাৰ এক বহল দৃষ্টিভঙ্গী প্ৰকট কৰিছে। অসমীয়া কৃষ্টি সংস্কৃতিৰ বৈচিত্ৰ্য ঐক্যৰ প্ৰবলসম শক্তিও মহামানৱতাৰ ফালে ঢাল খাবই বুলি কৈ কোনোবাই যদি এই শক্তিক ভেটা দিয়ে বা হেঙাৰ হয় ব্ৰহ্মপুত্ৰই সেই ভেটা ভাঙি মহাসাগৰৰ ফালে ঢাল খুৱাবই বুলি অভয় দান কৰিছে। বিষ্ণুপ্ৰসাদ ৰাভাৰ মতে সহিত+ষ্ণ তদ্ধিত প্ৰয়োগত সাহিত্য শব্দ সিদ্ধ হৈছে। যাৰ অৰ্থই হ'ল বৈচিত্ৰ্যৰ মাজেৰে ঐক্য স্থাপন কৰা। এই সাহিত্য মানৱ-সমাজজীৱনৰ কেৱল প্ৰতিকৃতিয়েই নহয়, সু-সাহিত্য হৈছে মানৱ সমাজজীৱনৰ প্ৰাণস্বৰূপ চিৰন্তিনী শক্তিৰ প্ৰতীকস্বৰূপ— আনন্দ ৰূপং যদ্বিভাতি সচ্চিদানন্দ স্বৰূপ। সেয়েই সত্যম্ শিৱম্ সুন্দৰম্। বিজ্ঞান-জ্ঞান-প্ৰজ্ঞান। সাহিত্য সম্পৰ্কে গভীৰ আস্থাশীল ৰাভাই ভাষণত কৈছে— সু-সাহিত্য চলন্ত, প্ৰগতিশীল কালৰ ৰথৰ চকাৰ দৰে চিৰন্তন অগ্ৰগতিশীল।

ভাষণৰ শেষত লিখিছে— "মানুহে মোক শিল্পী বুলি কয়। যদি মই শিল্পী হওঁ বিধাতাৰ আশীৰ্বাদত মই শিল্পী হোৱা নাই— ৰাইজৰ আশীষতহে মই শিল্পী হৈছোঁ। ৰাইজৰ হিয়া-কোঁহৰপৰা এটুপি এটুপি সুন্দৰৰ ৰস বুটলি আনি মই মোৰ মন-কোঁহত ভৰাই লওঁ। সেই মন-কোঁহৰে ৰহঘৰা মৌ-কোঁহ ৰচি তাৰপৰা টোপাল ৰহ নিঙাৰি নিঙাৰি নিগৰি নিগৰি উলিয়াই ৰাইজক উলিয়াই দিওঁ। সেয়েহে ৰাইজৰ লগত মোৰ জীৱনৰ সম্পৰ্ক ওতপ্ৰোতভাৱে জড়িত আৰু সেই কাৰণে ৰাইজৰ দুখত মই সমদুখী ব্যাখ্যাত সমব্যথা।" জনতাৰ বুকুৰ ভিতৰত সোমাব লাগিলে জনতাৰ কাম কৰিব লাগিব, বুজিব লাগিব, মিলিব লাগিব। মানুহক মৰম দিলেহে মৰম পোৱা যায়। সঞ্চিত মৰম সময়ত বিলাব পাৰিলে মানুহে মানুহক আকোৱালি লয়। ৰাইজৰ মনৰ সৈতে, জীৱনৰ সৈতে জড়িত হ'ব পাৰিলে আৰু দুখৰ দিনত থিয় হৈ সমদুখী বা সমব্যথী হ'ব পাৰিলেহে ৰাইজে স্বীকৃতি দিব। বিধাতাই কেতিয়াও শিল্পী কৰি নিদিয়ে। শিল্পী হ'ব লাগিলে ৰাইজৰ আশীষ লাগিব। ৰোগাক্ৰান্ত বিষ্ণুপ্ৰসাদ ৰাভাৰ উক্ত ভাষণটো অতি তাৎপৰ্যপূৰ্ণ।

"যি শুভক্ষণত অসমৰ কৃষ্টি, সংস্কৃতি আৰু সভ্যতা 'গ' সমষ্টিৰ বলিশালত বলি দিবৰ চক্ৰান্ত চলিছে, যি কালত লখিমীহেন চেনেহী অসমীৰ দুৱাৰডলিৰ পদুলি মুখেদি দুৰ্ভিক্ষ ৰাক্ষসী আৰু অনশন পিশাচী আহি সোমাই অসমী আইৰ কলিজাতে বাণমাৰি মৰ কামোৰ দিছেহি, এনে অশুভক্ষণত আৰু বিষম কালত এই বিৰাট কৃষ্টিযজ্ঞৰ পৌৰহিত্য কৰিবলৈ এই নিঃকিন, অধীন লুইতপৰীয়া ডেকাক আহ্বান কৰি সন্মানৰ আগভাগ দি এই ৰংপুৰৰ ৰংপুৰীয়া ৰাইজলৈ শলাগৰ ওলগ... হিয়াৰ আমঠু কঁপি উঠে, জানোচা যজ্ঞত বিঘিনি হয়"— এই ভাষণ ৰংপুৰীয়া ৰাইজলৈ। অসমৰ কৃষ্টি, সংস্কৃতি আৰু সভ্যতাৰ প্ৰতি সদাসচেতন বিষ্ণু প্ৰসাদ ৰাভাৰ এই ভাষণৰ পাতনিতে ভাষা-সাহিত্য-সংস্কৃতিৰ অবক্ষয় বা স্খলনৰ এক আকাঙ্ক্ষা

ব্যক্ত কৰিছে। সাহিত্য সংস্কৃতিমূলক ভাষণত তেওঁৰ কৃষ্টি-সংস্কৃতিৰ প্ৰতি উৎকণ্ঠা, সংস্কৃতিৰ হানি, দেশ মাতৃৰ প্ৰতি অশুভ, অবাঞ্চিত শক্তিৰ নিৰ্মম আঘাতৰ আগজাননী যেন দেখা পাইছে এনে ভাব দেখা যায়। এইবোৰ ভাষণে এক সজাগতাৰ সৃষ্টি কৰে। এনেবোৰ কথাই ভৱিষ্যতৰ অশুভ ইংগিত বহন কৰে আৰু পঢ়ুৱৈ বা শ্ৰোতা-দৰ্শকক সচেতন কৰি দিয়ে। জাতি, ভাষা আৰু দেশৰ এজন 'অভিভাৱক'ৰ দৰে যেন তেওঁ সময়ে সময়ে সকীয়াই থৈ গৈছে।... "প্ৰাণৰ তলাতল ঘৰ ... মনৰ ৰংঘৰৰ বহল চোতাল ... হিয়াৰ বহুখলপীয়া কাৰেংঘৰ ওখ খাপৰ কোঠালি ... এনেবোৰ উপমা আৰু তুলনা ৰাভাৰ ভাষণত প্ৰায়ে দেখা যায়। এনেবোৰ শব্দই অসমৰ ঐতিহ্য, গৰিমাৰ কথাকে বহন কৰে। কথাইপতি ব্যৱহৃত এনেবোৰ অলংকাৰ পঢ়িবলৈ যেনেকৈ সোৱাদলগা, বুজিবলৈও ওকালিবলগীয়া ... মৰমৰ ৰদাক দি চেনেহৰ বাণী লৈ হেঁপাহৰ আঁচুৰে বোৱা বিহুৱানখন ... হিয়াই হিয়াই টকা সাজি কোবাম, হৃদয়ে হৃদয়ে তালজুৰি ... কামী হাড়ৰ বৰতীৰে সিয়া বুকুৰ তলিৰ হিয়া আমঠুৰ ঢোলত কোব দিম ... ৰঙিয়াল মৌকোঁহৰ মৌবিচনীৰ সোৰোঙে সোৰোঙে শুকাই থকা মৌকুৱৰীহঁতৰ মৌসনা গুণগুণনি ..." এনেবোৰ ভাষাই অসম আৰু অসমীৰ প্ৰকৃত ছবি এখন দাঙি ধৰি তেওঁৰ সৰল, ৰসাল, মৰমিয়াল, আকুলতা ভৰা মনৰ ৰোমাণ্টিক ভাবৰ প্ৰকৃতিনন্দন সুন্দৰ কোৱৰ এজন হৈ থিয় দিয়ে। অসমৰ কৃষ্টি-সংস্কৃতি, পৰম্পৰা, লোকাচাৰ আটাইবোৰে পাত-পাতকৈ প্ৰকাশ কৰে। তীব্ৰ জাতীয়তাবোধ প্ৰকট হৈ উঠে। বৃহত্তৰ অসমীয়া জাতি গঠনৰ হোতা বিষ্ণু প্ৰসাদ ৰাভাই অসমৰ বৃহত্তৰ জাতি-উপজাতি, পাহাৰ-ভৈয়াম, জনগোষ্ঠীসকলৰো সংস্কৃতিক সন্মান জনাই সংহতি আৰু সমন্বয়ৰ পথপ্ৰদৰ্শক হিচাপে বিভিন্ন ভাষা আৰু কৃষ্টি অধ্যয়ন আৰু গৱেষণা কৰিছিল এই কথা ভাষণাৱলীত স্পষ্ট হৈ উঠিছে। "... মৰাণহঁতে মাৰল ঘৰৰ দুভাগ ভগাই ডেকা-গাভৰুক বেলেগে মেলি বিহু পাতে, দেউৰী চুতীয়া আৰু লালুংহঁতে বহাগৰ প্ৰথম বুধবাৰে বিহুৰ দেওধনী তোলে। মিৰিৰ কণেং চেলেংহঁতে সুৰীয়া 'অ ই নিতম' নাম গাই সোঁৱণশিৰিৰ বুকুত সোণৰ সোৱাগ তোলে, বড়ো সমাজৰ মাজত ডেকাল'ৰা ঝহীলাও গঠোসকলে চিফুংবাঁহী জোথাতাল বজাই তাৰ তালে তালে গাভৰু চিখলাসকলক ছেৱে ছেৱে লৱণু গাত লহৰ তোলাই খেৰাই ৰণনৃত্য নচুৱায়; কাছাৰৰ ডিমাছা খছাৰীৰ ডেমৰা বাল্গং, ডিজুৱা, হাফলাংছা হাওৰছাসকলৰ মঃৰি পেঁপা খাৰাম ঢোলৰ ছেৱে ছেৱে তালে তালে, ৰিজাংফাই ৰীহা, ৰিগু মেখেলা, ৰিখাও ছাচাদৰ পিন্ধি ডেকা-গাভৰু খছাৰী নাগা মাঠ্লাসকলে হেলাৰঙে হাৰৰী হুচৰী গাই উমলে, আৰু 'বিষু' বিহুমেল পাতে, মণিপুৰৰ মিতেই লাইপাকৰ (মিশ্ৰিত জাতিৰ) 'লাই ছবি' গান্ধৰ্বী মগ্‌লৌ কুঁৱৰীসকলে 'চজিবুচেৰেও কৰ প্ৰজা উপলক্ষ খাংজীব বৰুণ দেৱতাৰ পূজাত নচা' লাইহাৰাও বা নৃত্যৰ থম্বাথৈবীৰ ঠাচ লৈ নাচে; নগা চাঙত টিংখা বাজি পৰ্বতে-পাহাৰে; গুহায়-কন্দৰে ৰজনজনায় খাচিয়া পাহাৰত প্ৰমীলা দেশৰ খাচী অপেচৰীসকলে উখংপিং, কাঞ্চৰীতাৰা, পাল্সিনিয়াং আদি গঢ়না-গহনা পিন্ধি কাবামৰ ছেৱে ছেৱে নংক্ৰেম নৃত্য নাচে— ৰাভাসকলে 'খক্‌চি' পূজাত পাৰৰ উজাৰ তুলি ৰং কৰে; কিয় ? কামৰূপৰ ভোঠেলী আৰু সৰ্বৰী পাতে কিয় ?... এয়াই হৈছে অসমীয়াৰ আদিম কৃষ্টি, প্ৰাচীন সংস্কৃতি আৰু পুৰণি সভ্যতাৰ নিদৰ্শনৰ বিৰাট খেলা। এই খেলাই বুজায় অসমীয়া কৃষ্টি; সংস্কৃতি আৰু সভ্যতা প্ৰগতিত নে অধোগতিত।"

কৃষ্টি-সংস্কৃতিৰ যিবোৰ সূত্ৰ বা ব্যাখ্যা এইবোৰৰ উপৰি বিষ্ণুপ্ৰসাদ ৰাভাই নিজৰ মত পোষণ কৰিছে উক্ত ভাষণত। "... কৃষ ধাতু ক্তি প্ৰত্যয়ৰ সমাৱেশত কৃষ্টি। কৃষ মানে কৰ্ষণ অৰ্থাৎ কৃষি বিষয়ক কৃষ্টিয়েই কৃষ্টি। গতিকেই কৰ্ষণেই কৃষ্টি। হালবোৱা ভূমি কৰ্ষণেই মাথোঁ কৃষ্টি নহয়— এই অধিভৌতিক কৃষ্টিৰ বাহিৰেও অধিদৈৱিক আৰু আধ্যাত্মিক কৃষ্টিও আছে। গতিকে ভূমি কৰ্ষণৰ আহল-বহল পথাৰ কৰষি কৰ্ষণও কৃষ্টি আৰু হিয়াৰ পদুমী ফুলাম চোতাল ফালি কৰষা কৰ্ষণো কৃষ্টি। সেই কৃষ্টিৰ যেতিয়া সংস্কাৰ হয়, সেই সংস্কৃত কৃষ্টিয়েই হয় সংস্কৃতি আৰু সেই সংস্কৃতিৰ যেতিয়া বৈদেশীয় মীনাৰ ছাব পৰে, সেই মীনাকৃতা সংস্কৃতিয়েই হয় কালচাৰ্। সেই কাল্‌চাৰে আদিম কৃষ্টিৰ ডিঙি চেপি ধৰি মাৰিব খোজে, তেতিয়া কৃষ্টিৰ যদি যুগোপযোগী ৰূপান্তৰ নহয় তেনেহ'লে সেই প্ৰাচীন কৃষ্টিৰ মৃত্যু হয়।" মাটিৰ সৈতে মানুহৰ আদিম সম্পৰ্ক। এই সম্পৰ্কতে গঢ়ি উঠিছে কৃষ্টি। কিন্তু বিষ্ণু ৰাভাই মাটিৰ কৃষ্টিৰ কথা ক'বলৈ গৈ 'বৈদেশীয় মীনাৰ'ৰ প্ৰভাব পৰালৈ আঙুলিয়াই দি সেই কালচাৰে আদিম কৃষ্টি ধ্বংস কৰিব পাৰে বুলিও সকীয়াই দিছে। আকৌ কৃষ্টিক যুগোপযোগী ৰূপান্তৰ হোৱাৰো পোষকতা কৰিছে নহ'লে প্ৰাচীন কৃষ্টিৰ অৱসান হোৱাৰ ইঙ্গিতো দিছে। আকৌ সাধাৰণ অৰ্থত কৃষ্টি-সংস্কৃতি বুলিলে যি ধাৰণা হয়— তাকো তেওঁ অন্যধৰণে বুজাব যত্ন কৰিছে— গান, নাচ, কাব্য, শিল্প দৰ্শন, ধ্যান, ধাৰণাই নাইবা আচাৰ অনুষ্ঠান ভদ্ৰতা, শিষ্টাচাৰ, নীতি নিয়মেই আচলতে কৃষ্টি বা সংস্কৃতি বা কালচাৰ নহয় দৰাচলতে বাস্তৱ প্ৰয়োজনত যাৰ জনম, মানুহৰ জীৱন সংগ্ৰামত যি শকতি, জীৱন যাত্ৰাৰ বাস্তৱ উদ্দেশ্য সিদ্ধিত যি মুকুতি, সেয়েহে আচল কৃষ্টি, প্ৰকৃত সংস্কৃতি বা real culture । জীৱন যাত্ৰাৰ ঘাত-প্ৰতিঘাতত কৃষ্টিৰ ৰূপান্তৰ হয়— সেই ৰূপান্তৰিত সংস্কৃতিৰ আলম লৈ জীৱনযাত্ৰা আৰু প্ৰগতিৰ বাটত আগুৱাই যায়। গতিকে জীৱনযাত্ৰাৰ লগত কৃষ্টি, সংস্কৃতি ওতপ্ৰোতভাৱে জড়িত।

এটা জাতিৰ উত্থান-পতন, উন্নতি, নিৰ্ভৰ কৰে কৃষ্টি-সংস্কৃতিৰ ওপৰত। গতিশীল আৰু ধাৰাবাহিকতাই আগুৱাই লৈ যায় জাতিটোক। এইক্ষেত্ৰত বিষ্ণুপ্ৰসাদ ৰাভাই তেওঁৰ উক্ত ভাষণৰ শেষত উল্লেখ কৰিছে— যি জাতিৰ কৃষ্টি-সংস্কৃতি প্ৰগতিশীল নহয়, স্থিতিশীল; সেই জাতিৰ জীৱনযাত্ৰাও ধীৰ-স্থিৰ হয়।

১৯৬০ চনৰ ৩ নৱেম্বৰত ডিব্ৰুগড় মেডিকেল কলেজৰ উৎসৱত দিয়া বিষ্ণুপ্ৰসাদ ৰাভাৰ ভাষণৰ আৰম্ভণি হৈছে মহান শিল্পীগৰাকীৰ প্ৰকৃত ৰূপ। নিৰহংকাৰী, স্ব-তুচ্চ জ্ঞানী, এগৰাকী সঁচা অৰ্থৰ মানৱ। "... আচলতে মই শিল্পী হ'ব পৰা নাই। মই ৰূপসাগৰত ৰূপতন্ত্ৰ সাধনাহে কৰিছোঁ। ... আজীৱন শিল্প আৰু ৰূপতন্ত্ৰ সাধনা কৰিয়েই থাকিম সিদ্ধপুৰুষ নহ'লেও।" ঝঞ্ঝা বিজয়ী বিশাল প্ৰতিভাশালী এই শিল্পীগৰাকীয়ে নিজকে শিল্পী নহয় বুলি মহানুভৱতাৰ পৰিচয় দিছে। এই ভাষণটোতো তেওঁ শিল্পীয়ে ৰাইজৰ লগত ওতপ্ৰোতভাৱে সম্বন্ধ ৰখাৰ কথা কৈছে— য'ত তেওঁ নিজে সকলো শ্ৰেণীৰ লোকৰ সৈতে মিলি গৈ এটি শিল্পী মনৰ পৰিচয় দিছে। সমন্বয় সংহতিৰ প্ৰতীকস্বৰূপ বিষ্ণু ৰাভাৰ 'মানুহ' ধাৰণা আৰু 'শিল্পী'ৰ ধাৰণা ইয়াত স্পষ্ট দেখা যায়। "... গোটেই অসমত কি ট্ৰাইবেল, কি অনাট্ৰাইবেল, কি অসমীয়া, কি অনাঅসমীয়া সকলোৰে লগতে গোটেই অসমত ইফালে ইফালে বিচাৰি ফুৰিবলৈ, জনে প্ৰতিৰ লগত কথা পাতিবলৈ হাবিলাস কৰোঁ, হিয়াৰ চিনাকি ল'বলৈ ইচ্ছা কৰো।" বিষ্ণু ৰাভাই

অসমখন এখন 'মানুহ'ৰ দেশৰ সপোন দেখিছিল— ৰাভা, কছাৰী, হিন্দু-মুছলমান, অসমীয়া বঙালীৰ দেশ নহয়। এই আদৰ্শৰ কথা কেবাটিও ভাষণত উল্লেখ কৰিছে। কাৰণ সাম্প্ৰদায়িক ভিত্তিত এটা জাতি জীয়াই থাকিব নোৱাৰে, এখন ৰাজ্য শান্তি ভূ-স্বৰ্গ হ'ব নোৱাৰে। উক্ত ভাষণটো এক কাব্যিক ভাষাৰ বাস্তৱ ইতিহাসৰ প্ৰতিচ্ছবি। অসম বুৰঞ্জীৰ কেইখিলামান পাতত যেন উদ্ভাসিত হৈছে অসম দেশৰ জন্ম বৃত্তান্ত, জাতিগঠন, ভাষা, কৃষ্টি-সংস্কৃতি আৰু মানৱ-জীৱনৰ প্ৰমূল্যবোধৰ কেবাটিও দিশ। এই ভাষণত বিষ্ণুপ্ৰসাদ ৰাভাক গৱেষক পণ্ডিত, নৃতত্ত্ববিদ, ইতিহাসবিদ, সমাজ বিজ্ঞানী, সংস্কৃতিৰ ধাৰক বাহক লগতে এগৰাকী জাতিৰ দিক্ নিৰ্ণায়ক ৰূপে পোৱা যায়। ইমান পাণ্ডিত্য, ইমান অন্তৰ্দৃষ্টিসম্পন্ন লোক কমেই দেখা যায়। যাযাবৰী জীৱনতো তেওঁ পুংখানুপুংখভাৱে অসমৰ অতীত ভাঙিচিঙি সৰু সৰু কথাৰে সাধাৰণ ৰাইজৰ বাবে ভাষণাৱলীত উল্লেখ কৰিছে। ভাষণটিত অসমৰ প্ৰায় গোটেইকেইটা জনগোষ্ঠীৰ পৰিচয় ভাষাৰ আৰু কৃষ্টিৰ পাৰ্থক্য, বিভিন্ন ভাষাৰ প্ৰতীকি প্ৰয়োগৰ প্ৰতিফলন ঘটাইছে। কেবাটিও ভাষাৰ একোটা শব্দৰ বৰ্ণৰ অৰ্থ ফঁহিয়াই দেখুৱাইছে। শ্ৰীমন্ত শংকৰদেৱক ব্ৰহ্মপুত্ৰৰ দৰে বিশাল বুলি উল্লেখ কৰিছে। শ্ৰীমন্ত শংকৰৰ বিশালতা, ব্ৰহ্মপুত্ৰৰ দৰে। জান, জুৰিলৈ আহি যেনেকৈ বিশাল ব্ৰহ্মপুত্ৰ হৈছে— নগা, আহোম, মিৰি, মিচিমি আহি এই অসমত সন্মিলিত সমাৱেশ হৈছে। কুকি, অঁকা, ডফলাৰ কৃষ্টিৰ সমাৱেশ বিৰাট ব্ৰহ্মপুত্ৰৰ দৰে বিশাল।

অসমীয়া কৃষ্টিক কোনেও ৰোধিব নোৱাৰে বুলি বিষ্ণু ৰাভাই দৃঢ়তাৰে কৈছে। ব্ৰহ্মপুত্ৰক প্ৰতিৰোধ কৰিবলৈ কোনো শক্তি নাই। একো নামানি সুঁতি বৈ যাবই ঠিক অসমীয়া কৃষ্টিকো পৃথিৱীত কোনো শক্তিয়ে ৰোধিব নোৱাৰে।

মেডিকেল কলেজৰ ছাত্ৰ-ছাত্ৰীসকলে যদি বহল পথাৰত নামিব খোজে তেন্তে ফুল, ফল বিলাক কেনেকৈ স্বাস্থ্যৱান হয়— কি বঙালী, কি কছাৰী, কি চাওতাল আদি ফুলবিলাক চাব জানিব লাগিব। মেডিকেল কলেজৰ উৎসৱত দিয়া ভাষণত মেডিকেল কলেজৰ ছাত্ৰ-ছাত্ৰী অৰ্থাৎ পৰৱৰ্তী সময়ত চিকিৎসক হ'বলৈ অধ্যয়ন কৰি থকা সকলক ৰাজনীতিৰপৰা আঁতৰত থাকি মাত্ৰ চিকিৎসাৰ বিষয়ে অধ্যয়ন কৰি সকলোৰে স্বাস্থ্য কেনেকৈ ৰক্ষা কৰি সুস্থ কৰিব পাৰি এনেবোৰ তাৎপৰ্যপূৰ্ণ উপদেশো দিছে। আনকি অসম স্বাস্থ্যৱান কৰিবৰ বাবে যিহকে ৰচনা কৰা হয় তাক আদৰ্শ এটা আগত ৰাখি ভালকৈ ৰচনা কৰাত গুৰুত্ব দিছে।

বিষ্ণুপ্ৰসাদ ৰাভাৰ আন এটি উল্লেখযোগ্য ভাষণ হ'ল ১৯৪৪ চনত কনিহাৰ বিহুতলিত কৃষ্টি শাখাৰ সভাপতিৰ ভাষণটো। উক্ত ভাষণটো দৰাচলতে অসমীয়া কৃষ্টি-সংস্কৃতি আৰু সাহিত্যৰ এখন গৱেষণাপত্ৰ বা দলিলৰূপে পৰিগণিত হ'ব। এই ভাষণটিত অসমৰ বিভিন্ন জনগোষ্ঠীৰে পৰিচয় আৰু ঐতিহ্যৰ কথা লিখা হৈছে। ভৌগোলিক পৰিবেশ আৰু ইতিহাসৰ বোৱঁতি সুঁতিত অসমৰ কৃষ্টিৰ ক্ৰমবিকাশ আৰু ক্ৰমবিৱৰ্তনৰ ফলত আজি অসমীয়াৰ এনে আধুনিক দুৰৱস্থাৰ কথা ক'বলৈ গৈ পাঁচ-ছয় হাজাৰ বছৰ পূৰ্বৰ কথাৰে পোন্ধৰ হাজাৰ বছৰৰ আদিম কাহিনী, অসভ্য উলঙ্গ বৰ্বৰ যুগত শ্ৰেণীহীন, জাতিহীন, গ্ৰামীণ সভ্যতাৰ জীৱন ধাৰণৰ বৃত্তান্ত দাঙি ধৰি বিৱৰ্তনৰ ফলত হোৱা ক্ৰমবিকাশৰ কথা উল্লেখ কৰিছে। লিখিছে— "... শ্ৰেণীহীন বৈষম্যবিহীন বৰ্বৰ গোষ্ঠী সমাজৰ জীৱন উৎস হ'ল মাতৃভাব আৰু পিছত মাতৃভাবেই ৰূপান্তৰিত হ'ল মাতৃমূৰ্তিত। গতিকে আদিম যুগৰ এনে কোনো বিশেষ নিদৰ্শন

নাথাকিলেও আজিও আমাৰ আদিম যুগধৰ্মী অসমীয়াসকলৰ কাপোৰৰ ফুলত, বাঁহৰ চুঙাত, গাহৰি দাঁতত, শিঙত আদিত সেই প্ৰস্তৰযুগীয়া অস্পষ্ট নাৰীমূৰ্তিৰ আভাস পোৱা যায়। ... শিশুৰ জন্ম হয় যেন সেই নৱজাত শিশুয়ে নতুন শষ্যহে। মাটিও ঠিক তেনেকুৱা মাতৃহে। গতিকে ধৰিত্ৰী দেৱী হ'ল নাৰী। বিষ্ণু ৰাভাই নাৰী আৰু শিশুক সৃষ্টি আৰু আশাৰ প্ৰতীক হিচাবে লৈ বিভিন্ন ভাষণত ব্যাখ্যা আগবঢ়াইছে। " ... কাৰণ ধৰিত্ৰীৰ গৰ্ভতে সৃষ্টি সিঁচা হয়, সেই গুটিৰপৰা পুলি হয়, সেই পুলিয়েই বাঢ়ি শেষত শষ্য হয়।"

নৃত্য-গীত-বাদ্য আৰু পূজা প্ৰাৰ্থনাৰ তাত্ত্বিক বিশ্লেষণেৰে ভাষণটি মনোমোহা কৰিছে। মাৰ্গ সংগীত, 'দেশী' সংগীতৰ সূত্ৰ আভাস দি তেওঁ শুক্নান্নী, ব্যাহ, কীৰ্তন, ওজাপালি, ভাওনা আদিৰ নৃত্য-গীত বাদ্য 'মাৰ্গ সংগীত' আৰু গৰখীয়া গীত, বাৰমাহী গীত, দেহবিচাৰৰ গীত, বিয়ানাম, আইনাম, বিহু নাচ, বিহু নাম, অইনিতম আদি 'দেশী' বুলি আখ্যা দিছে। তেওঁৰ মতে লোকসংগীতৰ বেছি ভাগেই দেশী সংগীতৰ শাখাত পৰে। লিপিৰ কথা ক'বলৈ গৈ লুডিং (লামডিং) অঞ্চলৰ 'বৰ লাংফেৰ' বাসী এজন ডিমাছাই খছাৰীয়ে বিষ্ণু ৰাভাক কেইটামান আখৰ দেখুৱাই দি তাৰপৰাই তেওঁ ধাৰণা কৰি লৈছিল যে আদিম অসমতো সুকীয়া আখৰ আছিল। শেহত সংস্কৃত প্ৰাকৃতৰো প্ৰচলন অসমত হৈছিল। গোটেই ভাৰতবৰ্ষ জুৰি বৌদ্ধ ধৰ্ম বিয়পি পৰাৰ লগে লগে অসমত তন্ত্ৰ-মন্ত্ৰৰ প্ৰসাৰ হ'ল, সেই এটা মানব তন্ত্ৰ-মন্ত্ৰৰ গুপুতীয়াকৈ ৰাখিবৰ বাবে তন্ত্ৰ-মন্ত্ৰৰ কেন্দ্ৰস্থল কামাখ্যাত এবিধ বৰ্ণমালাৰ সৃষ্টি হ'ল। শেষত এই বৰ্ণমালাই অসম আৰু বঙ্গত নিজৰ ভাষাত বৰ্ণমালা বুলি পৰিচিত হ'ল। নৰকাসুৰে অসমৰ শ্ৰেণীহীন জাতিহীন গোষ্ঠী সমাজ ভাঙিলে যদিও বিদেশী আসুৰীয়া সংস্কৃতি তেতিয়াৰ অসমত ইমান টনকিয়াল হ'ব নাপালে। অসমত তথা কামৰূপত আদিম সভ্যতাৰ আদিম দেৱতা শিৱৰ আধিপত্য এই সংস্কৃতিয়ে গুচাব নোৱাৰিলে। দ্বাৰকাৰ শ্ৰীকৃষ্ণৰ হাতত নৰকাসুৰ বধ, তেওঁৰ পুত্ৰ ভগদত্ত ৰজা হ'ল। শ্ৰীকৃষ্ণই সৌমাৰৰপৰা ভীমক জীয়াৰী ৰুক্মিণীক হৰি নিলে আৰু অনিৰুদ্ধই উষাদেৱীক বিয়া কৰালে। অসমৰ আদিবাসীসকলৰ লগত সম্বন্ধ পাতি শ্ৰীকৃষ্ণই বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিলে আৰু নতুন সভ্যতা সংস্কৃতি স্থাপন কৰিলে। তেতিয়াৰপৰাই আৰম্ভ হ'ল বৰ্ণবৈষম্য জাতিভেদ সৃষ্টি। অসুৰ বংশৰে শেষ ৰজা কুমাৰ ভাস্কৰ বৰ্মণৰ দিনত অসমীয়া কৃষ্টিৰ চূড়ান্ত আভাস পোৱা যায়। ভাষণটিত অসমীয়া ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশৰ সুন্দৰ ব্যাখ্যা কৰিছে লগতে অসমীয়া ভাষাৰ প্ৰয়োগৰ কথা উল্লেখ কৰিছে। শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰতিভা, সৃষ্টি আৰু সমাজ বিজ্ঞানী সৰ্বগুণাকৰ ৰূপে সুন্দৰভাৱে উপস্থাপন কৰিছে ভাষণটোত। কামৰূপ অনুসন্ধান সমিতিৰ মিউজিয়ামক প্ৰশংসা কৰিছে যদিও সংগ্ৰহ আৰু অনুসন্ধানত কেঁচুৱা বুলি আখ্যা দিছে। সু-পণ্ডিত ড° বাণীকান্ত কাকতিক কেৱল পুথিগত বিদ্যাৰে বিশ্লেষণ কৰি পুথি নেলেখি প্ৰত্যেক জাতিৰ মানুহৰ লগত বেলেগ বেলেগ ভাষাত কথা পাতি নিজ অভিজ্ঞতাৰে পুথি লেখিবলৈ একান্ত মিনতি জনাইছে।

অভিভাষণখনিত স্থাপত্যকলাৰ এক তাত্ত্বিক দিশ উন্মোচিত হৈছে। আদি প্ৰস্তৰ যুগৰ উলঙ্গ বৰ্বৰ অসমীয়াই পৰ্বতৰ গিৰি-গহ্বৰত বাস কৰাৰে পৰা ধাতু যুগৰ প্ৰাৰম্ভৰ লগে লগে ধাতুৰ অস্ত্ৰৰ ব্যৱহাৰ, গৃহ নিৰ্মাণৰ স্থাপত্য শিল্পলৈ এক বিস্তৃত ব্যাখ্যা। এই শিল্পৰ সহায়েৰে বৰ বৰ কাৰেংঘৰ, বৰ বৰ মন্দিৰ সজা হৈছিল। ডিমাপুৰৰ ভগ্নাৱশেষ শদীয়াৰ ভীষ্মক নগৰ বা

পৃথিমী নগৰ, তেজপুৰৰ বামুণী পাহাৰৰ ধ্বংসাৱশেষ, শিলৰ ইটাৰ মন্দিৰ দেউল, হাজো, কামাখ্যা, শুক্রেশ্বৰ, উমানন্দ মহাভৈৰবকে ধৰি তলাতল ৰংঘৰ ইত্যাদিৰ উদাহৰণেৰে অসমীয়া স্থাপত্য কৃষ্টিতো যে কেতিয়াও পিছপৰা নাছিল— সগৌৰৱেৰে প্ৰকাশ কৰিছে। মন্ত্ৰ সাহিত্য অসমীয়া সাহিত্যৰ এটা ডাঙৰ অৱদান হিচাবে দেখুৱাইছে। পুৰাণৰ উদ্ধৃতি দি প্ৰাগজ্যোতিষপুৰ নামৰ উৎপত্তি যে ইয়াতে প্ৰথমে জ্যোতি সৃষ্টি হৈছিল ইয়াকো উল্লেখ কৰিছে। বিষ্ণু ৰাভাই লিখিছে— "পুৰাণমতে আকৌ শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰি এই কামৰূপৰপৰা নিয়া যোল্ল হেজাৰ গোপিনীৰ পৰাই হেনো যোল্ল হেজাৰ ৰাগিনীৰ জন্ম'। অসমত অসমীয়াৰ কৃষ্টি যথেষ্ট আছিল। তাৰ চৰম বিকাশ হৈছিল শংকৰী যুগত। সেই যোড়শ শতিকাৰ শংকৰী যুগে অসমীয়া জাতিক যি দান কৰি গ'ল, তাৰ পিছত অসমীয়াই বিশেষ একো কৃষ্টিগত অৱদান কৰিব পৰা নাই। অসমৰ লোক কৃষ্টি, ছায়াচিত্ৰ, 'ৰেকৰ্ডিং'ৰ বিষয়বস্তু বহলভাৱে ভাষণাৱলীত প্ৰকাশ কৰিছে। সামৰণিত লিখিছে— 'অসমীয়া কৃষ্টি-সংস্কৃতি আৰু সভ্যতা নিৰ্যাতিত, নিষ্পেষিত দুখীয়া গাঁৱলীয়া কৃষক-বনুৱা অসমীয়াইহে আজিও অৱহেলিতভাৱে জীয়াই ৰাখিব পাৰিছে, যিবিলাকেৰে আজিও আমি গৌৰৱ অনুভৱ কৰিব পাৰো, অসমীয়া বুলি জগতত চিনাকি দিব পাৰো।

সদৌ অসম ট্ৰাইবেল ছাত্ৰ সন্মিলনৰ প্ৰথম বাৰ্ষিক অধিৱেশনৰ খোৱাং কৃষ্টি শাখাৰ সভাপতিৰ অভিভাষণত কৃষ্টি-সংস্কৃতিৰ কিছু কথা ফঁহিয়াইছে যদিও কথাবোৰ পূৰ্বৰ ভাষণত প্ৰকাশিত অসমীয়া কৃষ্টিত, অসমীয়া সংস্কৃতিত আৰু অসমীয়া সভ্যতাত অসমৰ আদিবাসীসকলৰ দান আৰু অৱদানৰ বিষয়ে বহলাই কৈছে। ব্ৰহ্মপুত্ৰ ভৈয়াম আৰু সুৰমা ভৈয়ামৰ এক মনোৰম প্ৰ[illegible]ছবি দাঙি ধৰিছে। মিকিৰসকলৰ পূৰ্বৰ বংশধৰ, তেওঁলোকৰ বৈশিষ্ট্য আৰু জীৱনধাৰণৰ কথাও ভাষণটিও উল্লেখ আছে।

ইণ্ডো-ছোভিয়েট কালচাৰেল ছ'চাইটিৰ যোৰহাট অধিৱেশনত মুখ্য অতিথিৰ ভাষণৰ আৰম্ভণিতে ভাৰত-ছোভিয়েট সাংস্কৃতিক সমাজ-বন্ধন, ভৱিষ্যতে চিৰকলীয়া অসম বুৰঞ্জীত ভাৰত-ছোভিয়েট মৈত্ৰীৰ বাটকটীয়া ৰাখিবন্ধন বুলি অভিহিত কৰিছে। নিজে পাভলোভাৰ সান্নিধ্য লাভ কৰি ধন্য হোৱা বুলি স্বীকাৰ কৰি ছোভিয়েট ৰাছিয়াৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰিছে, পৃথিৱীৰ শ্ৰেষ্ঠ নৰ্ত্তকী আনা পাভ্‌লোভাৰ ৰাজহংস-ৰাজহংসীৰ সচ্চল, আনন্দোচ্ছল যুগলনৃত্যৰ কথা উল্লেখ কৰিছে আৰু এক অতি উচ্চস্তৰীয় নৃত্যকলা বুলি ঘোষণা কৰিছে। নিজে এগৰাকী শিষ্য হৈ তেওঁৰপৰা নৃত্য শিকাৰ কথা ব্যক্ত কৰাত 'ভাৰতবাসীক নৃত্য শিকাবৰ মোৰ দক্ষতা নাই' বুলি এক উদাৰ, নিৰহংকাৰী পুৰুষৰ পৰিচয় দিছে।' "তোমালোকৰ ভাৰত নাট্য-শাস্ত্ৰত আছে— সত্ৰ, মঠ-মন্দিৰ, আছে— শিলত বিচিত্ৰ কাৰু কাৰ্য খচিত নৃত্যসূচক ভাস্কৰ্য আছে।"

ছোভিয়েট দেশৰ সমাজ তান্ত্ৰিক বিপ্লৱ পথৰ প্ৰথম যাত্ৰী। স্বেচ্ছাচাৰী ধন-তান্ত্ৰিক জাৰৰ অত্যাচাৰত ক্লিষ্ট, পিষ্ট, নিৰ্যাতিত, নিপীড়িত দুঃশাসিত জৰ্জ্জৰিত মুক্তিকামী জনতাই ঘোৰ অন্ধকাৰত খেপিয়াই— 'মুকুতিৰ পথ ক'ত?'— 'মুকুতিৰ পথ ক'ত?'— বুলি হাদুৰি হাদুৰি তেতিয়া যুগদ্ৰষ্টা, স্ৰষ্টা ঋষি লেনিনে মহৰ্ষি কাৰ্লমাৰ্ক্স আৰু এঙ্গেচৰ দ্বাৰা সৃষ্টি কমুনিজমৰ আদৰ্শৰ জ্যোতি লৈ জন-গণৰ মাজত থিয় দিয়াৰ লগে লগে সেই অন্ধকাৰ আঁতৰি যায়,—

সমাজতান্ত্ৰিক বিপ্লৱৰ পথ জ্বল-জ্বল পট্-পট্‌কৈ জিলিকি আগবাঢ়ি জনগণক মুক্তি কৰি পৃথিৱীৰ ভিতৰত প্ৰথম সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠা কৰে। তাৰ পিছত সেই আদৰ্শ অনুসৰি পৃথিৱীৰ চৈধ্যখন সমাজতান্ত্ৰিক দেশ আজি মুক্ত বায়ুৰ দৰে মুক্তপ্ৰায়। সেয়েহে আজি পৃথিৱীৰ মুক্তিকামী ৰাইজৰ আদৰ্শ হৈ জিলিকি আছে— এই ছোভিয়েট ইউনিয়ন মহাদেশ। ৰাভাদেৱে ভাষণটিত ছোভিয়েট দেশৰ গৌৰৱোজ্জ্বল দিশ কেইটিমান আঙুলিয়াইছে। ইণ্ডো-ছোভিয়েটৰ সম্পৰ্ক ৰখাৰ বাবে লিখিছে— "অসম এখন বিচিত্ৰ ৰাজ্য ৰত্নগৰ্ভ ভূখণ্ড। এই মৈত্ৰী বন্ধনৰ ফলত অসমৰ ভূ-গৰ্ভস্থ ৰত্নৰাজি উদ্ধৃত হৈ এই ৰাজ্য অদূৰ ভৱিষ্যতত সমৃদ্ধিশালী হ'ব।"

বঙ্গাপাৰা চাহ মজদুৰ সংঘৰ সভাত 'চাহ বাগানীয়া' ভাষাতে ভাষণটি যুগুত কৰিছে। ভাষণটিত চাহ বাগানৰ খাটিখোৱা শ্ৰমিক-মজদুৰসকলৰ আৰ্থসামাজিক দিশৰ ওপৰত আলোকপাত কৰি মজদুৰৰ সমস্যা মজদুৰৰ ভৱিষ্যত আৰু মালিক পক্ষৰ সৈতে মজদুৰৰ সম্পৰ্কত এক সুন্দৰ ভাষণ প্ৰদান কৰিছে। সমাজতন্ত্ৰ আৰু ধনতন্ত্ৰৰ এক ব্যাখ্যা আগবঢ়াই ধনীক ধনী কৰা দুখীয়াক দুখীয়া কৰাৰ যি ৰীতি ইয়াৰপৰা দুটা শ্ৰেণীৰ জন্ম আৰু সদায় এই দুই শ্ৰেণীৰ মাজত দণ্ডৰ সূত্ৰপাতৰ কথা ব্যক্ত কৰিছে। ভাষণটিত চাহ মজদুৰৰ মূল দাবীবোৰও উল্লেখ কৰিছে।

ৰবীন্দ্ৰ জয়ন্তীৰ অভিভাষণত ৰবীন্দ্ৰ নাথক বিশ্বকবিৰ উপৰি দ্ৰষ্টা, স্ৰষ্টা, ঋষি হিচাবে দেখুৱাইছে। নৱনৱোন্মেষশালিনী শক্তিৰ বহুমুখী প্ৰতিভাৰ গৰাকী ৰবীন্দ্ৰ কবিতাত অতুলনীয়, গল্পত অপৰাজেয়, সাহিত্য সৃষ্টিত সিদ্ধহস্ত, শিক্ষা বিস্তাৰত একনিষ্ঠ— সেই নানান দৃষ্টিৰ বিবিধ ভঙ্গীৰে চালে ৰবীন্দ্ৰ নাথক বুজা টান হৈ পৰে। ৰবীন্দ্ৰ নাথৰ সমন্বয়চিন্তা, তেওঁৰ দৰ্শন আৰু সাংগঠনিক দিশসমূহৰ কিছু আভাস পোৱা যায়। ৰবীন্দ্ৰ সাহিত্য, গীতি-নাট্য-নৃত্যৰ কথাও ভাষণত আছে। বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰবীন্দ্ৰ নাথ সম্পৰ্কে থকা অগাধ পাণ্ডিত্য আৰু আদৰ্শ ৰূপায়নৰ বহল দৃষ্টিভঙ্গী ভাষণটিত ফুটি ওলাইছে। সংগীত অভিনয়, চিত্ৰ আৰু বাদ্য যন্ত্ৰ সম্পৰ্কে ৰবীন্দ্ৰ নাথৰ ধ্যান-ধাৰণা বিষ্ণু ৰাভাই প্ৰকাশ কৰিছে। ■

❑❑❑